# লোকসেৱক হলধৰ ভূঞা

( লোকসেৱক হলধৰ ভূঞা জন্ম শতবাৰ্ষিকী উপলক্ষে প্ৰবন্ধ সংকলন )

সম্পাদক

তোষেশ্বৰ শৰ্মা



হলধৰ ভূঞা জন্ম শতবাৰ্ষিকী উদ্‌যাপন সমিতি

LOKASEVAK HALADHAR BHUYAN : A Collection of articles on the life and works of Haladhar Bhuyan and edited by Toseswar Sarmah and Published by Indreswar Goswami, General Secretary, Haladhar Bhuyan birth Centenary Committee, Nagaon, 28th September 1991 Price—40·00

সম্পাদক ঃ
শ্ৰীতোষেশ্বৰ শৰ্মা

প্ৰকাশক ঃ
শ্ৰীইন্দ্ৰেশ্বৰ গোস্বামী
সাধাৰণ সম্পাদক, শতবাৰ্ষিকী উদযাপন সমিতি

সম্পাদনা সমিতি ঃ
তোষেশ্বৰ শৰ্মা
ভৱপ্ৰসাদ চলিহা
বেণুধৰ কলিতা
ইন্দ্ৰেশ্বৰ গোস্বামী
মুনীন্দ্ৰ শইকীয়া
দেব বৰা

প্ৰথম প্ৰকাশ ঃ
২৮ চেপ্তেম্বৰ, ১৯৯১

বেটুপাত পৰিকল্পনা আৰু অংকণ
শ্ৰীত্ৰৈলোক্য দত্ত, গুৱাহাটী

বেটুপাত মুদ্ৰন ঃ
ট্ৰিবিউন প্ৰেছ, গুৱাহাটী

মূল্য—৪০·০০

মুদ্ৰক ঃ
পুথিঘৰ আৰু পুথিঘৰ প্ৰেছ, নগাঁও।

# বিষয়-সূচী

সম্পাদকীয়/০৭
সাধাৰণ সম্পাদকৰ প্ৰতিবেদন/০১৩
লোকসেৱক হলধৰ ভূঞাৰ জীৱনালেখ্য—শ্ৰীবেণুধৰ কলিতা /১
হলধৰ ভূঞাৰ স্বদেশ প্ৰেম—শ্ৰীশুল শৰ্মা /৪৪
লোকসেৱক হলধৰ ভূঞাৰ স্মৃতিত—শ্ৰীপদ্ম হাজৰিকা /৫৩
লোকসেৱকৰ ৰাজনৈতিক চিন্তাধাৰা—শ্ৰীবিজয় চন্দ্ৰ ভাগৱতী /৫৮
হলধৰ ভূঞাৰ ব্যক্তিত্ব শ্ৰীসতীশ চন্দ্ৰ কাকতী /৬২
লোকসেৱকৰ সান্নিধ্যত—শ্ৰীমান প্ৰফুল্ল গোস্বামী /৬৪
লোকসেৱকৰ মহত্ত্ব—শ্ৰীফণী বৰা /৬৭
লোকসেৱক ভূঞাক আমি যিদৰে পাইছিলোঁ—শ্ৰীলক্ষ্যধৰ চৌধুৰী /৭২
লোকসেৱক হলধৰ ভূঞা মানুহজন—শ্ৰীগোলাপ বৰবৰা /৮০
লোকসেৱকৰ সান্নিধ্যত—শ্ৰীলক্ষেশ্বৰ হাজৰিকা /৮২
খানদানী খেতিয়ক—হেমপ্ৰভা হাজৰিকা /৯০
হলধৰ ভূঞাৰ ব্যক্তিত্ব আৰু জীৱন দৰ্শন—শ্ৰীইন্দ্ৰেশ্বৰ গোস্বামী /৯৯
লোকসেৱকৰ ব্যক্তিত্ব—শ্ৰীবিদ্যা কান্ত হাজৰিকা /১০৯
লোকসেৱক বিৰল প্ৰতিভা—শ্ৰীমোহন চন্দ্ৰ মহন্ত /১২১
লোকসেৱকৰ স্মৃতিত শ্ৰদ্ধাঞ্জলী শ্ৰীলীলাধৰ কটকী /১২৭
কৰ্মযোগী হলধৰ— শ্ৰীগোলোক কাকতী /১২৯
গঠনমূলক নেতা লোকসেৱক হলধৰ ভূঞা—শ্ৰীমুনীন্দ্ৰ নাথ শইকীয়া/১৩৫
ভূঞাৰ ব্যক্তিত্বৰ দুটা দিশ—শ্ৰীবেৰ বৰা /১৪১
লোকসেৱকৰ সোঁৱৰণত—শ্ৰীনবীন কাকতী /১৪৪
শ্ৰীমন্ত শংকৰ মিচনৰ চাৰিটা দশক—শ্ৰীলক্ষেশ্বৰ হাজৰিকা /১৪৯

পৰিশিষ্ট

শ্ৰীশ্ৰীশংকৰদেৱৰ সংঘৰ অভ্যুদয় /১৫৭
গান্ধী বন্দনা /১৭১
ৰাজপত্ৰত প্ৰকাশিত ভাষণ (১) /১৭২
ৰাজপত্ৰত প্ৰকাশিত ভাষণ (২) /১৭৪
সভাপতি ভাষণৰ কেইটিমান মন্তব্য /১৭৯
ৰৰদলৈৰ পত্ৰ /১৮১
ইনট্ৰ'ডাকচন /১৮৩
ভূঞাৰ মৃত্যুত শোক বাণী /১৯১
শতবাৰ্ষিকীৰ সমিতি সমূহ /১৯৩

# সম্পাদকৰ বক্তব্য

**গুণনিধি লোকসেৱক**

হলধৰ ভূঞা নগাঁও বাসীৰ কাৰণে প্ৰাতঃ স্মৰণীয় ব্যক্তি। ১৯৬৪ চনৰ আগষ্ট মাহত নগাঁও জিলাৰ ৰাজনৈতিক নিৰ্য্যাতিত সংঘই নগাঁৱৰ বৰেণ্য ৰাজনৈতিক, সামাজিক প্ৰিয় নেতা হলধৰ ভূঞাক লোকসেৱক উপাধি প্ৰদান কৰিছিল। উপাধি প্ৰদান পত্ৰত উল্লেখ আছে 'দেশ মাতৃকাৰ আহ্বানত গৃহস্থী পালনৰ অৱলম্বন স্বৰূপ চৰকাৰী চাকৰি পৰিত্যাগ কৰি, মহাত্মা গান্ধীয়ে প্ৰদৰ্শোৱা অহিংসা বিপ্লৱৰ পথত পাৰি দি, বিদেশী চৰকাৰৰ নিষ্ঠুৰ নিৰ্ম্মম আঘাত আওকান কৰি, অসহ্যকৰ জেল যন্ত্ৰণা ভোগ কৰি, জনগণৰ সেৱাত একনিষ্ঠভাবে ১৯২১ চনৰ পৰা ১৯৪২ চনলৈকে ঐতিহাসিক ভাবে অসহযোগ আন্দোলনত প্ৰাণ সংযোগ কৰিছিল। জনগণৰ মাজত সংগঠনৰ আকাশলংঘী ধ্বজা সফলতাৰে স্থাপন কৰি কংগ্ৰেছ অনুষ্ঠানৰ বিজয় অভিযানৰ গুৰি ধৰিছিল। জটিল পৰিস্থিতিৰ মাজতো কংগ্ৰেছ অনুষ্ঠানৰ ত্ৰাণকৰ্ত্তা হিচাপে জনগণৰ মাজত দেশপ্ৰেমৰ ভাব জগাই তুলিছিল। দুৰ্যোগ আৰু দৈন্যৰ কলীয়া ডাৱৰে আগুৰি ৰখা সত্বেও ছলনা, বঞ্চনা, মিছাৰ আশ্ৰয় দূৰতে বিদূৰ কৰি, শক্তি, ক্ষমতা পদমৰ্য্যাদা আদিৰ সাময়িক সোণালী সুযোগৰ দ্বাৰা পূঁজিত হ'বলৈ হাবিয়াস নকৰি হলধৰ ভূঞাই দেশ আৰু সমাজৰ সেৱাত জীৱন উছৰ্গা কৰি জনগণৰ অন্তৰত চিৰ বিৰাজ কৰিছে। প্ৰকৃত অৰ্থত তেওঁ দেশৰ অগ্ৰগামী দেশপ্ৰেমিক নেতা। অসমৰ কলা-কৃষ্টি, ভাষা, শিক্ষা-দীক্ষাৰ পথ প্ৰদৰ্শক, আৰু সমাজ সংস্কাৰক, শ্ৰীমন্ত শঙ্কৰদেৱৰ মহিমাৰ দ্বাৰা একান্ত ভাবে প্ৰভাবান্বিত হৈ শ্ৰীমন্ত শঙ্কৰ সংঘ, আতুৰ পীড়িতজনৰ সেৱাৰ কাৰণে শ্ৰীমন্ত শঙ্কৰ মিচন প্ৰতিষ্ঠা কৰি ৰাজনৈতিক ক্ষমতাৰেহে দেশৰ সেৱা হয় এনে ধাৰণাৰ সাৰশূন্যতা প্ৰমাণ কৰিলে।

অসম আইৰ অন্যতম সুযোগ্য সন্তান, ভাৰতৰ মুক্তি যুঁজৰ অক্লান্ত যোদ্ধা, নগাঁও কংগ্ৰেছৰ অদ্বিতীয় সংগঠক, অবিসম্বাদী নেতা, নগাঁৱা ৰাইজৰ পিতৃস্বৰূপ, মহান ত্যাগী, অসাধাৰণ কৰ্ম-

ৰোগী, পীড়িত আৰু দলিতৰ আশ্ৰয়দাতা হলধৰ ভূঞাক লোকসেৱক উপাধি প্ৰদান কৰাটো যুক্তিসঙ্গত আৰু সৰ্বলোকৰ গ্ৰহণযোগ্য আছিল। তেওঁৰ কাৰণে এই উপাধি সোণত সুৱগা চৰোৱাৰ দৰে হৈছে। তেওঁৰ শিৰা উপশিৰাত বোৱা তেজত আছিল দেশপ্ৰেম আৰু মানৱপ্ৰেম। হলধৰ ভূঞাই অম্বিকাগিৰিৰ দৰেই অনুভৱ কৰিছিল—

"যাৰ হৃদয়ত দেশ সেৱনৰ
আত্মহুতিৰ অনল শিখা নাই
তাৰ জীৱনত নাই অধাৰত
প্ৰয়োজনৰ উচ্চ দাবী ভাই"

স্বাধীনতা আন্দোলনত যি সকল নেতাই আত্মোৎসৰ্গ কৰিছিল তেওঁলোকৰ ভিতৰত ভূঞা আছিল ব্যতিক্ৰম। ক্ষমতাৰ সা-সুবিধা লাভৰ কাৰণে তেওঁ কেতিয়াও অন্যায়ৰ লগত আপোচ কৰা নাছিল। স্পষ্টবাদিতাৰ কাৰণে তেওঁ জীৱিত কালতে কিম্বদন্তী পুৰুষ হৈ পৰিছিল। স্বাধীনতা লাভৰ পাছত কংগ্ৰেছ বিধায়িনী দলৰ সম্পাদক হৈ থকা সময়ত গোপীনাথ বৰদলৈৰ লগত কোনো কথাত মতান্তৰ হোৱাত তেওঁ নিৰ্ভীকভাবে কৈছিল। "আপুনি পদত্যাগ কৰক। আপোনাতকৈ বেছি ভালকৈ চৰকাৰ চলাব পৰা মানুহ আছে। কিন্তু তাৰ পাছত বৰদলৈৰ লগত পুণৰ সৌহাৰ্দ্য ভাব। প্ৰয়োজন সাপেক্ষে তেওঁ ৱজ্ৰাদপি কঠোৰানি আৰু প্ৰয়োজন সাপেক্ষে মৃদুনি কুসুমাদপি।

ভূঞা যথাৰ্থতে আছিল জনগণৰ নেতা। অসমীয়া, বঙালী, পাঞ্জাবী, হিন্দুস্থানী, নেপালী, লালুং কছাৰী সকলো শ্ৰেণীৰ লোকৰ সমান আদৰৰ। তেওঁ কেতিয়াও শ্ৰেণী বিভাজন, বৰ্ণ বৈষম্য সমৰ্থন কৰা নাছিল। সৰ্বসাধাৰণ লোকৰ লগত আছিল নিবিড় সম্পৰ্ক। তেওঁলোকৰ সুখ দুখৰ সমভাগী, পথপ্ৰদৰ্শক, পিতৃ, অভিভাবক। বনৌষধিৰ চিকিৎসাৰ দ্বাৰাও তেওঁ সৰ্বসাধাৰণ লোকৰ উপকাৰ কৰিছিল। তেওঁ আছিল অজাতশত্ৰু। নীতি আৰু আদৰ্শৰ স্খলনৰ লগত আপোচ নকৰা ভূঞাই অতি মৰমৰ কংগ্ৰেছ দল এৰি বিৰোধী দলত যোগ দি কংগ্ৰেছৰ বিৰুদ্ধাচৰণ কৰিবলৈও কুণ্ঠাবোধ নকৰিছিল। ৰাজনীতি কৰিছিল যদিও পদুমৰ পাত পানীত থাকিও পানীত লিপ্ত নোহোৱাৰ দৰে ৰাজনীতিত

নিলিপ্ত আছিল। ৰাজনীতি কৰিলেও মন্ত্ৰিত্বই শেষ কল্পনা, এচেৰুণীত সোমাই সুবিধা লাভ কৰাটো তেওঁৰ কাম্য নাছিল। সেইবাবেই বৰদলৈৰ মন্ত্ৰী সভাত মন্ত্ৰীপদ দিয়াটো তেওঁ হেলাৰঙে প্ৰত্যাখ্যান কৰিছিল।

হলধৰ ভূঞাই আন ৰাজনৈতিক নেতাৰ দৰে কল্পনাৰ আকাশ-কুসুম ৰচনা কৰি বক্তৃতাৰ ফুলজাৰি মাৰি মানুহক চমক লগাবলৈ বিচৰা নাছিল। তেওঁ সপোন দেখিছিল। সেই সপোন বাস্তৱত ৰূপ দিবলৈ আপ্ৰাণ চেষ্টা কৰিছিল। তেওঁ কৰ্ম সংস্কৃতিৰ উপাসক। নিৰুৎসাহী অসমীয়াৰ কাৰণে তেওঁ জ্বলন্ত উৎসাহৰ প্ৰতীক। বেজবৰুৱাই কৈছিল "পাচি সজা কামি চচা তমাল তুলুৱা, সন্মানৰ কাম। নীচ মাথো এলেহুৱা।" সেই আদৰ্শৰ উপাসক তেওঁ। সেইবাবেই তেওঁ চিলাই কৰা, ফটো বন্ধা, তামোল কলগছ বোৱা, চাইকেল মেৰামতিৰ দোকান খোলা, কাপোৰ বোৱা আদি কাম কৰি অসমীয়া মানুহক দুপইচা আজিবলৈ শিকাইছিল। সেইবোৰ কাম তেওঁ নিজেও কৰিছিল। শ্ৰমৰ মৰ্য্যাদাৰে স্বাৱলম্বী হোৱাৰ শিক্ষাত তেওঁ শীৰ্ষস্থানত।

হলধৰ ভূঞা আছিল এখন খোলা কিতাপৰ দৰে মুক্ত মনৰ। মুখত এটা, পেটত এটা তেওঁৰ স্বভাৱ বিৰোধী। হতাশ আৰু অসম্ভৱ বোলা কথাটো তেওঁৰ জীৱনৰ অভিধানত নাই। তেওঁৰ জীৱনৰ সৰু সৰু আমোদজনক কাহিনী অনুধাবন কৰিলে অনুভৱ হয় তেওঁৰ জীৱন দৰ্শন আছিল "জীৱে প্ৰেম কৰে যেইজন, সেইজনে সেৱিছে ঈশ্বৰ"। জীৱৰ প্ৰতি দয়া আৰু সেৱাই তেওঁৰ মূলমন্ত্ৰ। সেই মূলমন্ত্ৰকে সাৰোগত কৰি তেওঁ নগাঁৱত শ্ৰীমন্ত শঙ্কৰ মিচনৰ প্ৰস্টাৰূপে খ্যাতি ৰাখিলে। "ঈশ ৰূপে হৰি সবে ঘটে বৈঠহ" সমাজৰ অৱহেলিত, নিস্পেষিত, অসহায় সকলৰ সেৱাৰ জৰিয়তে ঈশ্বৰ সেৱা কৰিবলৈ প্ৰয়াস কৰি তেওঁ শ্ৰীমন্ত শঙ্কৰ মিচন, অন্ধ, বিদ্যালয়, যক্ষ্মা চিকিৎসালয়, কুষ্ঠৰোগীৰ চিকিৎসাৰ আশ্ৰমৰ প্ৰতিষ্ঠা কৰিলে। ইয়াৰ জৰিয়তে তেওঁৰ কাৰণে "দূৰকে কৰিল নিকট বন্ধু, পৰকে কৰিল ভাই।" মানৱ-সেৱাৰ এই প্ৰতিষ্ঠানত সুনীতি পৰায়ণ, ত্যাগী লোকক্ৰহে তেওঁ সহায়কৰূপে গ্ৰহণ কৰিলে। শ্ৰীমন্ত শঙ্কৰ মিচন আৰু হলধৰ ভূঞা একাত্ম।

হলধৰ ভুঞাই সামাজিক দায়বদ্ধতা মনে প্ৰাণে মানিছিল। শঙ্কৰদেৱৰ ধৰ্মৰ মহাবাণী আৰু মহাত্মাৰ অহিংসা আৰু সত্যৰ বাণীৰে উদ্বুদ্ধ হৈ অক্লান্ত কৰ্মোদ্যমৰে তেওঁ মানবসেৱাৰ ব্ৰত-গ্ৰহণ কৰিলে। অসমৰ ৰাজনৈতিক আৰু সামাজিক জীৱনত তেওঁৰ প্ৰভাৱ সৰ্বগ্ৰাসী। তেওঁৰ সাংগঠনিক ক্ষমতা অতুলনীয়। নগাঁৱৰ সমাজ জীৱনত তেওঁ অনন্য স্থান অধিকাৰ কৰি আছে। প্ৰগতিশীল আদৰ্শৰ অনুগামী চৰৈবেতি চৰৈবেতি মহাবাণীৰ উপাসক। তেওঁৰ আছিল গভীৰ আত্মপ্ৰত্যয়। কেইবাটাও উল্লেখযোগ্য দিশত তেওঁ আমাৰ সমাজ জীৱনৰ পথিকৃত। গভীৰ জাতীয়তাবোধ, দেশৰ স্বাৰ্থক ব্যক্তিগত স্বাৰ্থতকৈ উচ্চ স্থান দিয়া গুণে তেওঁক কৰিছে মহান।

হলধৰ ভুঞাক এজন ব্যক্তি বুলি কোৱাতকৈ অনুষ্ঠান বুলি কলেহে সমিচিন হ'ব। তেওঁৰ মৃত্যুত বাগ্মীকবি ফুকনে যথাৰ্থ-ভাবেই কৈছিল "ভুঞাৰ মৃত্যুত এটা অনুষ্ঠানৰ মৃত্যু হ'ল। তেওঁ মাউৰাৰ কাৰণে আশ্ৰয় গৃহ পাতিছিল। তেওঁৰ মৃত্যুত অনেকজন মাউৰা হ'ল।"

সত্যৰ সন্ধানী হলধৰৰ বুকুত আছিল অসীম সাহস বাহুত ভীমৰ বল, মনত দৃঢ় প্ৰতিজ্ঞা, চকুত প্ৰশস্ত দৃষ্টি, কপালত আয়ত ৰেখা, কণ্ঠত ইন্দ্ৰৰ বজ্ৰ, বেশত কেশৰী, খোজত গজেন্দ্ৰ আৰু ব্যক্তিত্বত ৰজাক ককাই নোবোলা"। অসমৰ স্বাধীনতা আন্দোলনৰ বৰেণ্য নেতা তৰুণৰাম ফুকনক দেশভক্ত, নবীন চন্দ্ৰ বৰদলৈক কৰ্মবীৰ, গোপীনাথ বৰদলৈক লোকপ্ৰিয়, ডাঃ ভুবনেশ্বৰ বৰুৱাক লোকবন্ধু, অমিয় কুমাৰ দাসক লোকনায়ক, হেম বৰুৱাক ত্যাগবীৰ উপাধিৰে বিভূষিত কৰাৰ দৰে হলধৰ ভুঞাক লোকসেৱক উপাধি প্ৰদান কৰাটো তাৎপৰ্যপূৰ্ণ। এই উপাধিয়ে তেওঁৰ ব্যক্তিত্ব কৃতি আৰু কৃতিত্বৰ সম্যক পৰিচয় দিছে। হলধৰ ভুঞা নগঞা ৰাইজৰ কাৰণে, তেওঁৰ সান্নিধ্য ধন্য প্ৰতিজনৰ কাৰণে আশা আৰু প্ৰত্যয়ৰ প্ৰতীক। তেওঁ আছিল গুণনিধি। তেওঁ আমাক দি থৈ গ'ল কেইবাটাও মানৱসেৱাৰ অনুষ্ঠান। সাতসত্তৰ বছৰ বয়সীয়া জীৱনকালত তেওঁ নীৰৱ সাধনা, অসীম ত্যাগ আৰু নিস্বাৰ্থভাবে জাতীয় জীৱনলৈ অমূল্য অবদান আগবঢ়ালে। তেওঁৰ কৰ্ম আৰু চিন্তাৰ প্ৰকৃত মূল্যায়ন হোৱা প্ৰয়োজন আছে। জাতীয় জীৱনৰ

স্বাৰ্থতেই তেওঁৰ দৰে লোকৰ কৰ্ম আৰু আদৰ্শৰ প্ৰয়োজনীয়তা। হলধৰ ভূঞাৰ কৃতি আৰু কৃতিত্ব অনন্য। তেওঁৰ ব্যক্তিগত জীৱনৰ আৰু সামাজিক জীৱনৰ সকলো দিশ পৰ্য্যালোচনা কৰিলে অনুভৱ হয় "তোমাৰ কীৰ্ত্তিৰ সেয়ে তুমি যে মহৎ।" ৰাজনৈতিক আৰু সামাজিক অৱদানৰ মূল্যতকৈও মানুহ হিচাপে হলধৰ ভূঞা মহৎ। সেই মহাপ্ৰাণ ভূঞাৰ জন্ম শতবাৰ্ষিকীত তেওঁ গুণাৱলী আৰু কাৰ্যাৱলীৰ আলোচনাই আমাক যদি দেশপ্ৰেম আৰু সমাজ-সেৱাৰ বামত মনোনিবেশ কৰিবলৈ প্ৰেৰণা দিব পাৰে তেহে শত-বাৰ্ষিকী পালন কৰাৰ সাৰ্থকতা থাকিব।

## সম্পাদনাৰ বিষয়ে

লোকসেৱক হলধৰ ভূঞাৰ জীৱন আৰু কৃতি সম্পৰ্কে অসমৰ প্ৰথিতযশা। ৰাজনৈতিক কৰ্মী আৰু সমাজসেৱক সকলৰ পৰা যিখিনি আলোচনা পোৱা হৈছে তাকেই গ্ৰন্থত সন্নিবিষ্ট কৰা হৈছে। কোনো কোনো ঘটনাৰ যাতে পুণৰাবৃত্তি নঘটে তাৰ প্ৰতি চকু দিওঁতে কোনোজনৰ লিখনিৰ সামান্য অংশ বাদ পৰি গৈছে। অসমৰ এগৰাকী প্ৰবীন মহিলা সাহিত্যিক হেমপ্ৰভা হাজৰিকাৰ প্ৰবন্ধটি নগাঁও শ্ৰীমন্ত শংকৰ মিচনৰ দ্বাৰা প্ৰকাশিত এখনি পুস্তিকাত প্ৰকাশ পাইছিল। প্ৰবন্ধটিৰ প্ৰকাশ ভঙ্গীৰ আকৰ্ষণীয়তা আৰু তথ্য সমৃদ্ধ হোৱাৰ কাৰণে পুণৰ প্ৰকাশ কৰা হৈছে। গ্ৰন্থখন সৰ্বাঙ্গ-সুন্দৰ মূল্যবান তথ্যসমৃদ্ধ কৰাৰ একান্ত আগ্ৰহ আছিল যদিও কেইবাজনো লেখকে আমাৰ অনুৰোধ ৰক্ষা কৰি প্ৰবন্ধ নিদিয়াত সেই ইচ্ছা পূৰণ নহ'ল। যি সকল লোকৰ প্ৰবন্ধ ইয়াত সন্নিবিষ্ট হৈছে সেই সকলৰ প্ৰতি আমাৰ শ্ৰদ্ধা আৰু কৃতজ্ঞতা জনালোঁ। গ্ৰন্থত সন্নিবিষ্ট প্ৰবন্ধত ভুলবশতঃ অথবা অসাৱধানতা বশতঃ যদি কোনো ভুল তথ্য প্ৰকাশ পাইছে তাৰ কাৰণে আমি নতশিৰে ক্ষমা বিচাৰিছোঁ।

গ্ৰন্থখন প্ৰকাশৰ ক্ষেত্ৰত উদ্‌যাপন সমিতিৰ সভাপতি, কাৰ্য্য-কৰী সভাপতি, সাধাৰণ সম্পাদক প্ৰমুখ্যে সম্পাদনা সমিতিৰ কেইবাজনো সদস্যই আমাক উৎসাহিত কৰিছে। হলধৰ ভূঞাৰ জন্ম শতবাৰ্ষিকীৰ অঙ্গ হিচাপে গ্ৰন্থ প্ৰকাশৰ ক্ষেত্ৰত সকলোৰে আগ্ৰহৰ

তুলনা নাই। আমি সকলোৰে ওচৰত কৃতজ্ঞ।

নগাঁও পৃথিৱীৰ প্ৰেছৰ স্বত্বাধিকাৰীয়ে কম সময়ৰ ভিতৰত ছপা কাম সম্পূৰ্ণ কৰিছে আন্তৰিকতাৰে। প্ৰেছৰ স্বত্বাধিকাৰী আৰু কৰ্মীবৃন্দৰ প্ৰতি শলাগ থাকিল।

গ্ৰন্থখনৰ বেটুপাতৰ পৰিকল্পনা খ্যাতনামা শিল্পী শ্ৰীত্ৰৈলোক্য দত্তৰ আৰু ছপা কৰি দিলে ট্ৰিবিউন প্ৰেছে। শ্ৰীদত্ত আৰু ট্ৰিবিউন প্ৰেছৰ প্ৰতি আমাৰ ধন্যবাদ থাকিল।

তোমেশ্বৰ শৰ্মা

## লোকসেৱক হলধৰ ভূঞা জন্ম শতবাৰ্ষিকী উদ্‌যাপন সমিতিৰ

# সাধাৰণ সম্পাদকৰ বক্তব্য

অসমৰ অন্যতম প্ৰখ্যাত মুক্তিযোদ্ধা, সমাজসেৱী, সুসংগঠক হলধৰ ভূঞাৰ জন্ম শতবাৰ্ষিকী উৎসৱটি বছৰজোৰা কাৰ্যসূচীৰে পালন কৰাৰ সিদ্ধান্ত কৰি ২৮।১।৯০ তাৰিখে নগাঁও জিলা পুথিভৰালত আৰম্ভণী কাৰ্যসূচী পালন কৰা হয়। সেইদিনা লোকসেৱকৰ ঘৰত অনুষ্ঠিত শ্ৰদ্ধাঞ্জলি অনুষ্ঠানত নগৰৰ আৰু জিলাৰ বিভিন্ন ঠাইৰ গণ্যমান্য ব্যক্তিয়ে অংশ গ্ৰহণ কৰে। জিলা পুথিভঁৰালত অনুষ্ঠিত সভাত অসমৰ মাননীয় মুখ্যমন্ত্ৰী শ্ৰীপ্ৰফুল্ল কুমাৰ মহন্তৰ উপৰি প্ৰাক্তন মুখ্যমন্ত্ৰী গোলাপ বৰবৰা, প্ৰখ্যাত মুক্তিযোদ্ধা পদ্মশ্ৰী শ্ৰীসতীশ চন্দ্ৰ কাকতী প্ৰাক্তন সংসদী সদস্য শ্ৰীৰবীন কাকতী, প্ৰাক্তন সংসদী সদস্য শ্ৰীমান প্ৰফুল্ল গোস্বামী, প্ৰাক্তন সংসদী সদস্য শ্ৰীঅজিত কুমাৰ শৰ্মা আদি অসমৰ খ্যাতনামা লোকসকলে অংশ গ্ৰহণ কৰি লোকসেৱকৰ কৃতি সম্পৰ্কে ব্যাখ্যা কৰে। স্বাধীনতা আন্দোলনৰ যোদ্ধা শ্ৰীমোহন চন্দ্ৰ মহন্তদেৱৰ সভাপতিত্বত উক্ত অনুষ্ঠান সম্পন্ন হয়।

অসমৰ সাংস্কৃতিক আৰু সামাজিক জীৱনৰ স্নায়ুকেন্দ্ৰ গুৱাহাটীত লোকসেৱকৰ প্ৰতি শ্ৰদ্ধাঞ্জলি জনোৱা অনুষ্ঠান সুসম্পন্ন কৰিবৰ কাৰণে এখন উদ্‌যাপন সমিতি গঠিত হয়। ৮।৯।৯১ তাৰিখে গুৱাহাটীত অনুষ্ঠিত ৰাজহুৱা সভাত প্ৰাক্তন ন্যায়াধীশ শ্ৰীভবকধৰ পাঠকে যোগ দিয়ে। শ্ৰীৰবীন কাকতীৰ সভাপতিত্বত অনুষ্ঠিত সভাত ভাৰতৰ সাহিত্য একাডেমীৰ সভাপতি ড° বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য্যই শ্ৰীশংল শৰ্মাই ৰচনা কৰা লোকসেৱকৰ এখনি গ্ৰন্থ উন্মোচন কৰে। অসমৰ নামজলা ৰাজনৈতিক নেতা, সাহিত্যিক, শিল্পী শ্ৰীলক্ষ্যধৰ চৌধুৰীদেৱে বিশিষ্ট বক্তাৰ ভাষণ দিয়ে।

ইয়াৰ মাজতে বৰমপুৰত থকা শংকৰ মিচনৰ অন্ধ বিদ্যালয়ত আৰু কামপুৰ তেতেলিসৰাত দিনযোৰা কাৰ্যসূচীৰে লোকসেৱকৰ বহুমুখী প্ৰতিভা সম্পৰ্কে ব্যাখ্যা আৰু শ্ৰদ্ধাঞ্জলি অনুষ্ঠান পতা হৈছে।

জন্ম শতবাৰ্ষিকী উপলক্ষ্যে কাৰ্বি আংলং আৰু অৰুণাচলত আড়ম্বৰ নোহোৱাকৈ এই উৎসৱৰ কাৰ্যসূচী সম্পন্ন কৰা হৈছে।

লোকসেৱকৰ জীৱন আৰু প্ৰতিভা সম্পৰ্কে বিশিষ্ট ব্যক্তি সকলৰ আলোচনাৰে সমৃদ্ধ এখন গ্ৰন্থ প্ৰকাশৰ ব্যৱস্থা কৰা হৈছে। উক্ত গ্ৰন্থ উন্মোচন কৰিবলৈ ভাৰতীয় সাহিত্য একাডেমীৰ মাননীয় সভাপতি ড° বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য্য সন্মত হৈছে। সামৰণি অনুষ্ঠানত ভাৰতৰ মাননীয় উপ-ৰাষ্ট্ৰপতি ড° শংকৰদয়াল শৰ্মা উপস্থিত থকাটো উল্লেখযোগ্য। অসমৰ তথা উত্তৰ পূৱ ভাৰতৰ মাননীয় ৰাজ্যপাল আৰু মাননীয় মুখ্যমন্ত্ৰী সকলক অনুষ্ঠানত অংশ গ্ৰহণ কৰিবলৈ বিশেষভাৱে অনুৰোধ কৰা হৈছে।

ইতিমধ্যে অসম চৰকাৰে আমাৰ অনুৰোধ ক্ৰমে লোক-সেৱকৰ এটি আবক্ষমূৰ্তি প্ৰতিষ্ঠা কৰিবলৈ সন্মতি দিছে আৰু উৎসৱৰ কাৰ্যসূচী সম্পন্ন কৰাত আৰ্থিক অনুদান দিছে। অসমৰ মাননীয় মুখ্যমন্ত্ৰী শ্ৰীহিতেশ্বৰ শইকীয়াই লোকসেৱকৰ সামৰণি অনুষ্ঠান সফলহোৱাৰ কাৰণে আগ্ৰহ প্ৰকাশ কৰাত আমি তেখেতৰ ওচৰত কৃতজ্ঞ।

লোকসেৱক হলধৰ ভূঞাৰ ৰাজনৈতিক জীৱন আৰু স্বাধীনতা আন্দোলনত তেওঁৰ অবদান শীৰ্ষক এখনি ৰচনা প্ৰতিযোগিতাৰ ব্যৱস্থা কৰা হৈছে। উক্ত প্ৰতিযোগিতাৰ প্ৰয়োজনীয় ধন শ্ৰীবেণুধৰ কলিতাৰ আমেৰিকাত থকা কৃতী পুত্ৰ শ্ৰীযুক্তি কলিতা আৰু শ্ৰীযুগল কলিতাই দান কৰিছে। তেওঁলোকৰ ওচৰত আমি কৃতজ্ঞ আৰু দুয়োজনৰে উজ্বল ভৱিষ্যত কামনা কৰিছোঁ।

শতবাৰ্ষিকী উদ্‌যাপনৰ বিভিন্ন কাযসূচীত শ্ৰীমন্ত শংকৰ মিচনৰ কাৰ্যকৰী সমিতি, কাৰ্যালয়ৰ কৰ্মচাৰী সকলে যথেষ্ট সহায় কৰিছে। উদ্‌যাপন সমিতিৰ কাৰ্যনিৰ্বাহক সভাৰ সদস্য সকলে বিভিন্ন প্ৰকাৰে উৎসাহিত কৰিছে। যিসকলৰ আন্তৰিক সহযোগত এজন মহান লোকৰ শতবৰ্ষ উদ্‌যাপিত হোৱাত আমাক সহায় কৰিলে সেই সকলৰ প্ৰতি আন্তৰিক কৃতজ্ঞতা প্ৰকাশ কৰিলোঁ। আমাৰ ভুল ভ্ৰান্তিৰ কাৰণে সকলোৰে ওচৰত নতজানু হৈ ক্ষমা বিচাৰিলোঁ।

শ্ৰীইন্দ্ৰেশ্বৰ গোস্বামী

# হলধৰ ভূঞাৰ পৰিয়ালৰ পৰিচয়

পিতৃ ঃ ৺বাবুল চন্দ্ৰ ভূঞা
মাতৃ ঃ ৺সুলভা ভূঞা

পত্নী ঃ অৰুণা ভূঞা

সন্তান সকল ঃ

মিত্ৰদেৱ ভূঞা
পদ্মাৱতী মহন্ত
দুলালী দাস
৺জগদীশ ভূঞা
মুকুট ভূঞা
পূর্ণিমা আগৰৱালা
দীপালি বৰা
যজ্ঞেশ্বৰ ভূঞা

বোৱাৰী ঃ
ইভা ভূঞা

জোঁৱাই ঃ

ডাঃ যোগেশ্বৰ মহন্ত
বীৰেণ দাস
দীপক আগৰৱালা
খনীন্দ্ৰ চন্দ্ৰ বৰা

নাতি জোঁৱাই ঃ

ৰঞ্জিত তালুকদাৰ
দীপাঙ্কৰ শৰ্মা
ৰাজৰ্ষি দত্ত চৌধুৰী
অনুপ শৰ্মা

নাতি, নাতিনী ঃ

পাপৰি তালুকদাৰ
ৰুবী শৰ্মা
ৰীতু মহন্ত
লেখা দত্ত চৌধুৰী
ৰশ্মিতা শৰ্মা
পূৰবী ভূঞা
ৰিজু দাস
ৰিমি দাস
ৰাজীব আগৰৱালা
ৰাধা আগৰৱালা
ৰাকা আগৰৱালা
কল্পনা আগৰৱালা
ৰ'দালি বৰা
সোণালী বৰা
পাৰ্থজ্যোতি বৰা

আজো নাতি ঃ

বৰ্ণালী তালুকদাৰ
ৰণবীৰ দত্ত চৌধুৰী

# লোকসেৱক হলধৰ ভূঞাৰ জীৱনালেখ্য

শ্ৰীবেণুধৰ কলিতা

কোনো মানুহেই মহৎ হৈ জন্ম গ্ৰহণ নকৰে। জীৱন কালত মানৱ সেৱা আৰু অন্যান্য দিশত নিজৰ আদৰ্শ-কৰ্ম্মৰাশি প্ৰস্ফুটিত কৰি জনমানসত মচিব নোৱাৰা চিন থৈ যাব পৰা কাৰণেহে মানুহ মহৎ বুলি পৰিগণিত হয়।

শস্য শ্যামলা প্ৰকৃতিৰ ৰম্যভূমি অসমী আইৰ শীতলী কোলাত সাম্ৰাজ্যবাদী ইংৰাজ শাসন শোষণৰ বিৰুদ্ধে যিসকল আজন্ম বিপ্লবীয়ে হাতত অগ্নিশিখা জোৰ স্বৰূপে লৈ দুখ-দৈন্য আৰু মননশীল ত্যাগৰ যোগেদি জালিয়ানৱালাবাগৰ হত্যাকাণ্ডৰ পিচত মহামানব মহাত্মা গান্ধীৰ নেতৃত্বত হোৱা অহিংস আন্দোলনৰ মূল মন্ত্ৰত দীক্ষিত হৈ আগপাচ নুগুনি দেশৰ স্বাধীনতাৰ অৰ্থে আন্দোলনত জপিয়াই পৰি সৰ্ব্বস্ব ত্যাগ কৰিছিল সেইসকলৰ ভিতৰত লোকসেৱক হলধৰ ভূঞাও অন্যতম। তেখেত এজন চিন্তাশীল সংগঠক আছিল আৰু সংগঠনৰ াজেদি ত্যাগ আৰু নিষ্ঠাৰ জৰিয়তে নিজকে প্ৰতিষ্ঠিত কৰি জীৱনৰ শেষ মুহূৰ্ত্তলৈকে নৰীয়া পাতিত পৰিও সংগঠনৰ স্বপ্নতেই ৰত আছিল।

১৮৯১ চনৰ ২৮ চেপ্তেম্বৰ ( ১৮১২ শকাব্দৰ ১১ আহিন ) দেওবাৰে নগাঁও জিলাৰ কামপুৰৰ পৰা আঢ়ৈ মাইল দূৰৰ তেতেলি-সৰা নদীৰ পাৰৰ তেতেলিসৰা গাঁৱত বাবুল ভূঞাৰ ঔৰসত আৰু সুলভা ভূঞাৰ গৰ্ভত হলধৰে জন্ম গ্ৰহণ কৰে। তিনি বছৰ বয়সত পিতাক আৰু পাঁচ বছৰ বয়সত মাক ঢুকুৱাত মাউৰ-মাউৰা অৱস্থাত ৰৰদেউতাক মদন ভূঞা মৌজাদাৰ ( সাধাৰণতে মতা নাম মদনা বিষয়াৰ ) তত্ত্বাৱধানত ডাঙৰ দীঘল হয়। তেওঁ কামপুৰ মৌজাৰ মৌজাদাৰ আছিল। ১০/১১ বছৰ বয়সলৈকে হলধৰে পঢ়া-শুনা কৰা নাছিল। মদন ভূঞাৰ বলি ভূঞা আৰু ফটিক ভূঞা নামৰ দুজন ল'ৰা আছিল। তেওঁলোকে কিতাপ পঢ়ি থাকোতে হলধৰে ওচৰতে বহি একান্তমনেৰে চাই থাকে আৰু কোনেও নিশিকোৱাকৈয়েই

বলি আৰু ফটিক ভুঞাক পিচ পেলাই আগবাঢ়ি যোৱাত মদনা বিষয়াই হলধৰৰ প্ৰতিভা বুজিপাই তেতেলিসৰা প্ৰাইমেৰী স্কুলৰ ২য় মান শ্ৰেণীত নাম লগাই দিয়ে। তেতিয়া সেইখন স্কুলৰ প্ৰধান শিক্ষক আছিল আজৰিৰ দামদেৱ মহন্ত। হলধৰ ভুঞাই শিক্ষক আৰু মান্যৱন্তসকলক বৰ শ্ৰদ্ধা-ভক্তি কৰাত সকলোৱে লৰাটিক বৰ চেনেহ কৰিছিল। আৰম্ভণিতে ২য় মান শ্ৰেণীত পঢ়িলেও ৩য় মান শ্ৰেণীলৈ প্ৰমোচন পাওঁতে তেওঁ ১ম স্থান অধিকাৰ কৰাত সকলো আচৰিত হৈছিল। এনেতে তেতেলিসৰা স্কুলখন ধুমুহাত ভাঙি যোৱাত অলপ দিন তেওঁৰেই সম্পৰ্কীয় পটীয়াপামৰ মোহন চন্দ্ৰ বৰুৱাৰ ঘৰত থাকি ৫৪নং দেউৰীগাঁও প্ৰাইমেৰী স্কুলত আঘোনা ৰায় পণ্ডিতৰ তলত পঢ়ি তাতো শিক্ষক আৰু মান্যৱন্তসকলৰ অতি প্ৰিয়পাত্ৰ হৈ পৰিছিল। তেতেলিসৰা স্কুলখন পুনৰ নিৰ্মাণ হোৱাত তেওঁ আকৌ তেতেলিসৰা স্কুলত নাম ভৰ্ত্তি কৰি তাৰ পৰাই পৰীক্ষা দি বৃত্তি লাভ কৰে। প্ৰধান শিক্ষকজনে হলধৰে বৃত্তি পোৱাত সন্তুষ্ট হ'লেও ইমান কম দিন পঢ়ি বৃত্তি পোৱাটো সম্ভৱপৰ নহয় বুলি ন্যায় বিচাৰ কৰিবৰ কাৰণে কৰ্তৃপক্ষলৈ লিখা লিখি কৰাত হলধৰৰ বৃত্তি বন্ধ হৈ যায়। পিচত মদনা বিষয়াই লোকেলবোৰ্ডৰ কোনোবা এজন বিষয়াৰ জৰিয়তে পুঙ্খানুপুঙ্খৰূপে পৰীক্ষা কৰোৱাই তেওঁৰেই পৰামৰ্শ অনুসৰি কামপুৰ মজলীয়া স্কুলত নাম লগাই দি প্ৰাইমেৰী স্কুলৰ প্ৰতিভামূলক বৃত্তিটো লাভ কৰিবলৈ সক্ষম হয়। তাৰ পিচত কামপুৰ মজলীয়া স্কুলৰ পৰা নগাঁও চৰকাৰী হাইস্কুললৈ নাম পৰিবৰ্ত্তন কৰে। ৭ম মান শ্ৰেণীত পঢ়ি থাকোঁতেই তেওঁৰ বৃত্তি অন্ত পৰে। হলধৰে সেই সময়ত নগাঁও চহৰৰ নিচেই কাষৰ চোতিহয়বৰৰ কলিৰাম কাকতিৰ বাৰীত সৰু ঘৰ এটা সাজি মদনা বিষয়াৰ পৰা খাদ্য-সম্ভাৰ আৰু যাৱতীয় খা-খৰচ আনি পঢ়ি থাকোঁতেই কিবা কাৰণত ঘৰটো জুয়ে পোৰাত তেওঁৰ কিতাপ-পত্ৰ আৰু কাপোৰ কানি সকলো জাহ যায়। কামপুৰৰে দেৱনাৰিকলি গাঁৱৰ অন্য এজন পিচৰ কালৰ অসমৰ বিখ্যাত সাহিত্যিক, ৰাজনীতিবিদ আৰু অধিবক্তা মহীচন্দ্ৰ বৰা হলধৰৰ সৰুৰে পৰা লগে লগে লগা সহপাঠী বন্ধু আছিল। ঘৰ পোৰাৰ পিচত হলধৰ ভুঞাই মহীচন্দ্ৰ বৰাৰ লগত একেলগে থাকি পঢ়া-শুনা কৰিবলৈ লয়। ইয়াৰ পিচত ১৯১১ চনত ভুঞাৰ মেলেৰীয়া হয়। অসুখত বহুদিন

ভোগীৰ লগীয়া হোৱাত তেওঁৰ পঢ়া-শুনাত ভীষণ ক্ষতি হয়। ফলত স্কুলৰ পৰা তেওঁৰ নাম কটা যায়। ১৯১৩ চনত ভূঞাই পুনৰ সেই স্কুলতে নাম লগায় পঢ়িবলৈ ধৰে। ৭ম মান শ্ৰেণীত হলধৰ ভূঞাৰ বৃত্তিৰ ম্যাদ উকলি যোৱাত তেওঁৰ আৰ্থিক আৰু পাৰিবাৰিক দুৰৱস্থা আৰু মেধাৰ পৰিচয় পাই সেই সময়ৰ নগাঁও চৰকাৰী হাইস্কুলৰ প্ৰধান শিক্ষক ৰামেশ্বৰ বৰুৱাই স্কুলৰ সম্পূৰ্ণ মাচুল ৰেহাই দিয়ে। বহুদিন জ্বৰ হোৱাত কেইবামাহো একেৰাহে স্কুল খতি হোৱাতো প্ৰধান শিক্ষকজনৰ কৃপাত হলধৰ ভূঞাৰ মাচুল মাফতো বন্ধ কৰা নহল। ১৯১৪ চনত ভূঞা চৰকাৰী হাইস্কুলৰ ছাত্ৰাবাসত থাকি পঢ়িবলৈ লয়। তেতিয়াও মেলেৰীয়াই লগ নেৰাত পি, চি, চেটাৰ্জী নামৰ ৰঙাগৰা বাগানৰ ডাক্তৰ এজনে দুৰ্গা পূজাৰ বন্ধত ভূঞাক মৰম কৰি বাগানৰ নিজ বাসভৱনলৈ নি ঔষধ পাতি দি আৰোগ্য কৰে। সেই বছৰৰ দশমমান শ্ৰেণীত এবাৰ মাত্ৰ ২২ দিন আৰু আনবাৰ ১১ দিনহে তেওঁ শ্ৰেণীত উপস্থিত থাকিব পাৰিছিল। অতি দুৰ্ব্বল অৱস্থাত থকাত হলধৰে কিতাপত মনোনিবেশ কৰিব নোৱাৰা কাৰণে মহীচন্দ্ৰ বৰা, আব্দুল গনি আৰু বৰক'লাৰ ৰণজিৎ সিং চেত্ৰীয়ে তেওঁৰ ওচৰতে থাকি মেট্ৰিকৰ পাঠ্যপুথিবোৰ পঢ়ি আলোচনা কৰি থাকে আৰু ভূঞাই বিচনাত পৰি মনোযোগেৰে শুনি থাকে। এনেকৈয়ে শুনি শুনি হলধৰে বাচনি পৰীক্ষাত বহে। হলধৰ ভূঞা আৰু বসুকান্ত বৰকাকতিক অলপ কম নম্বৰ পোৱাতো অসুখৰ কাৰণে মেট্ৰিক পৰীক্ষা দিবলৈ প্ৰধান শিক্ষকে অনুমতি প্ৰদান কৰে। ফলত দুয়োজনে ১৯১৪ চনত ২য় বিভাগত হাইস্কুলৰ শেষ পৰীক্ষাত উত্তীৰ্ণ হয়।

হলধৰ ভূঞাৰ আৰ্থিক অৱস্থালৈ চাই নগাঁও চৰকাৰী হাইস্কুলৰ প্ৰধান শিক্ষক ৰামেশ্বৰ বৰুৱাই এম, ই, খাপৰ এজন শিক্ষক চুটিত থকাত তেওঁৰ ঠাইতেই ভূঞাক কিছুদিনৰ কাৰণে শিক্ষকতাৰ পদত নিযুক্তি দিয়ে। শিক্ষকতা কৰি থকা সময়তে ভূঞাই ১৯১৪ চনত কটন কলেজত নাম ভৰ্তি কৰেগৈ। এনে অৱস্থাতে মদনা বিষয়াৰ মৌজাদাৰী পদৱী যোৱাত আৰু তেওঁৰ আন এখন সহায়ৰ হাত পূৰ্ণমল বৰা নামৰ ভিনিহিয়েক এজনৰো মৃত্যু হোৱাত উপায়ন্তৰ হৈ ভূঞাই কলেজ ত্যাগ কৰি গুচি আহে। কটনত পঢ়ি থকা সময়ত ভূঞা কৃষ্ণ কান্ত সন্দিকৈ, ইন্দ্ৰেশ্বৰ বৰঠাকুৰ আদিৰ

সহপাঠী আছিল। হলধৰ ভূঞাৰ লগত কৃষ্ণ কান্ত সন্দিকৈৰ অতি সহৃদয়তা হোৱাত সন্দিকৈয়ে ভূঞাক আৰ্থিক সাহায্যও কৰিছিল। তাত তেওঁলোকৰ এটা ক্লাব আছিল আৰু সেই ক্লাবত সদায় দেশ বিদেশৰ কথা আলোচনা কৰিছিল। ক্লাবটোৰ নাম আছিল Indian African University. সেই ব্যঙ্গ বিশ্ববিদ্যালয়ৰ Vice Chanchalor হৈছিল কৃষ্ণ কান্ত সন্দিকৈ আৰু Registrar হৈছিল হলধৰ ভূঞা। সচাকৈয়ে এদিন পণ্ডিত সন্দিকৈ ডাঙৰীয়া গুৱাহাটী বিশ্ববিদ্যালয়ৰ প্ৰথমজন Vice Chanchalor হৈছিল। ভূঞা ডাঙৰীয়া Registrar হব নোৱাৰিলে যদিও বিশ্ববিদ্যালয়খনৰ কোৰ্টৰ সদস্য হৈছিল। কটনত থকা কালতে তেওঁলোকে 'সেউতী' নামৰ এখন আলোচনী উলিয়াইছিল আৰু সেই আলোচনীখনৰ সম্পাদক আছিল ইন্দ্ৰেশ্বৰ বৰঠাকুৰ। তাত হলধৰ ভূঞাই ছবিও আঁকিছিল। ১৯১৩-১৪ চনত হলধৰ ভূঞাই নগাঁও চৰকাৰী হাইস্কুলত পঢ়িথকা কালত ৰত্নকান্ত বৰকাকতী, মহীচন্দ্ৰ বৰা আদিৰ লগলাগি 'কিৰণ' নামৰ এখন হাতেলিখা আলোচনীও প্ৰকাশ কৰিছিল। আলোচনীখন তিনিমহীয়া আছিল। এই আলোচনীখন সেই ছাত্ৰসকলে নগাঁও চৰকাৰী হাইস্কুল ত্যাগ কৰাৰ অলপ দিনৰ পিছতেই মৃত্যুমুখত পৰে।

১৯১৫ চনত হলধৰ ভূঞাই কলেজ ত্যাগ কৰি অহাত তেতিয়াৰ অসম কাউন্সিলৰ নগাঁৱৰ সদস্য বিষ্ণু চৰণ বৰাৰ সহায়ত হলধৰ ভূঞাই মাহিলি ১৭৷৷. টকা দৰমহাত নগাঁও কছাৰিত নকল নবিছৰ চাকৰিত সোমায় যদিও কুশ পেস্কাৰৰ লগত কিবা কাৰণত মনোমালিন্য হোৱাত ভূঞাক Stupid বুলি গালি পৰাত সেই গোছৰ গৈ উপাযুক্ত ডচন চাহাবৰ ওচৰ পায়গৈ। ফলত পেস্কাৰজনেহে দোষৰ বাবে ক্ষমা খুজিবলগীয়াত পৰে। সত্য আৰু যুক্তিৰ কাৰণে হলধৰ ভূঞাই কালৈকো ভয় নকৰিছিল। তেওঁ কেতিয়াও মিছাৰ আশ্ৰয় নলৈছিল। সেইবাবেই তেওঁৰ আশ্ৰয়দাতা ·বৰদেউতাকো উচিত কথাত প্ৰতিবাদ কৰাৰ কাৰণে মদনা বিষয়াইও হলধৰৰ লগত কথা বতৰা পাতোতে সদায় সাৱধান হৈছিল আৰু খং ৰাগ নকৰি মৰমেৰে ব্যৱহাৰ কৰিছিল। গাঁৱৰ মেলবোৰবো ৰায় হলধৰ ভূঞাইহে দিবলগীয়া হৈছিল। কিয়নো তেওঁৰ যুক্তি আৰু পৰামৰ্শবোৰ সকলোৰে মনোগ্ৰাহী হৈছিল। সেই কাৰণেই হলধৰক সকলোৱেপৰাই নিজ গাৱঁৰ আৰু চুবুৰীয়া

অঞ্চলৰ মানুহে 'ধৰ্ম্ম যুধিষ্ঠিৰ' বুলিহে মাতিছিল। সকতেও তেওঁ নগৰীয়াবোৰৰ হাই-কাজিয়াবোৰ যুক্তিৰে মীমাংসা কৰি দিছিল।

১৯১৬ চনৰ ১ এপ্রিলত ভূঞাই নকল নবিচৰ কাম এৰি নগাঁও শল্য চিকিৎসকৰ কাৰ্য্যালয়ত ৪৫ টকা দৰমহাত সহায়কৰ কামলৈ বদলি হৈ যায়। সেই অৱস্থাতে হলধৰে দুৰবস্থাত পৰা ববদেউতাক মদনা বিষয়াৰ সৰু পুতেক ফটিক ভূঞাই পশু চিকিৎসকৰ পাঠ্যক্ৰম পঢ়িবলৈ যোৱাত তেওঁৰো সকলোবোৰ খৰচৰ ভাৰ বহন কৰিবলগীয়া হয়।

১৯১৮ চনত গোটেই ভাৰততে ব্যাপকভাৱে ইনফ্লুয়েঞ্জা হৈ প্ৰায় ষাঠি লাখ লোক মৃত্যু মুখত পৰে। সেই ৰোগত সেই বছৰত নগাঁও জিলাতো প্ৰায় তিনি হেজাৰতকৈও অধিক লোকৰ জীৱন হানি হয়। তেতিয়া হলধৰ ভূঞাই বহু লোকক নিজেই আল-পৈচান ধৰি আৰু চান্দা বৰঙণি তুলি ঔষধ পাতি কিনি দি মৃতসকলৰ সৎকাৰো কৰিছিল। ভূঞাদেৱে তেতিয়াই কবিৰাজী আৰু বনৌষধি চিকিৎসা আৰম্ভ কৰি জীৱনৰ শেষ মুহূৰ্তলৈকে বিনামূলীয়াকৈ ঔষধ দি হেজাৰ হেজাৰ লোকৰ উপকাৰ সাধন কৰিছিল। ভূঞা-দেৱৰ ওপৰত বহু লোকৰ এক বিশ্বাস হৈছিল যে তেখেতৰ এপালি ঔষধ আৰু এষাৰ কথায়েই যেন বেমাৰীৰ ৰোগ উপশমৰ কাৰণ হৈছিল। তেখেতে নিজৰ বাৰীতে শ শ বিধ ঔষধি গছ কৰি বহু সময় খৰচ কৰি ঔষধ বিনামূলীয়াকৈ বিতৰণ কৰিছিল। তেখেতে ঔষধি গছবোৰৰ গুণাগুণ ব্যাখ্যা কৰি পুলি বা গুটি দি গছ হলে তাৰ ব্যৱহাৰো ভালকৈ বুজাই কোন বেমাৰৰ কি লক্ষণ তাৰো বিষদ বিৱৰণ দিছিল। এইবোৰ কাৰণতে ভূঞাদেৱক মানুহে দেৱতাজ্ঞান কৰিছিল। আজিও ভূঞাদেৱৰ ঘৰত সেই পৰম্পৰা ৰৈ গৈছে। তেতিয়াৰ পৰাই হলধৰ ভূঞাই অদৃষ্ট আৰু সপোনৰ ফলো বিশ্বাস কৰিবলৈ লয় আৰু জ্যোতিষবিদ্যা অধ্যয়ন কৰি হাত চাই ভাগ্য পৰীক্ষাও কৰিব পৰা হয়।

১৯১৮ চনৰ ১১ নবেম্বৰত প্ৰথম মহাযুদ্ধৰ সামৰণি পৰাত ভাৰতে বিশ্বব্যাপী হোৱা সেই মহাৰণত ধনে জনে সহায় কৰাৰ কাৰণে যুদ্ধৰ শেষত স্বাধীনতা লাভৰ আশা কৰাৰ পৰিবৰ্ত্তে প্ৰতিদান স্বৰূপে পাল্লে ইংৰাজ চৰকাৰে ভাৰতৰ ওপৰত অসীম

প্ৰভুত্ব ৰক্ষাৰ বাবে যুক্তি-তৰ্ক নোহোৱাকৈ বিনা বিচাৰে আটক, জেইল, জৰিমনা, আনকি ফাঁচি দিয় পৰা স্বেচ্ছাচাৰী উপহাৰ ৰাওলাট আইনখন। তাৰ বিৰুদ্ধে দেশত সংগ্ৰাম আৰম্ভ হোৱাত ১৯১৯ চনৰ ১৩ এপ্ৰিলৰ দিনা পঞ্জাবৰ জালিয়ানৱালাবাগত কৰা অমানুসিক হত্যাকাণ্ডৰ প্ৰতিবাদত সমগ্ৰ দেশতে আন্দোলনৰ জোৱাৰ উঠে। এনেতে মহামানৱ মহাত্মাগান্ধীৰ ভাৰতীয় ৰাজনীতিত প্ৰবেশে বিদেশী বৰ্জ্জন আৰু অসহযোগ আন্দোলনৰ জুই গোটেই দেশতে বিয়পি পৰে। দেশৰ এচুকত থকা অসমো তাৰপৰা আঁতৰি থাকিব নোৱাৰিলে। তেজপুৰৰ চন্দ্ৰ নাথ শৰ্ম্মাই প্ৰথমে ১৯২০ চনৰ মাজভাগৰ পৰা অসমত কংগ্ৰেছৰ বাণী প্ৰচাৰ কৰি ভ্ৰমি ফুৰে। তাৰ অলপদিনৰ আগৰে পৰা নগাঁও জিলাতো বেবেজীয়াৰ পণ্ডিত কনক চন্দ্ৰ শৰ্ম্মা কাব্যতীৰ্থই যোৰহাট নৰ্ম্মাল স্কুলৰ শিক্ষকতাৰ পদ ত্যাগ কৰি ৰহাত জাতীয় বিদ্যালয় স্থাপন কৰি কংগ্ৰেছ অনুষ্ঠানটিৰ পাতনি মেলে আৰু কানি, মদ, ভাং, চিগাৰেট আদি মাদক দ্ৰব্যৰ বিৰুদ্ধে গোটেই জিলাখনত সভা সমিতি পাতি জনমত গঠন কৰি কৃতকাৰ্য্যতা লাভ কৰাৰ উপৰিও তিলক স্বৰাজ পুঁজিলৈকো ধন সংগ্ৰহ কৰে। তেওঁ মিকিৰ পাহাৰ (বৰ্ত্তমানৰ কাৰ্বি আংলং) জিলাতো দুৰ্গম অৰণ্যৰ মাজত বাট-পথ হেৰুৱাই বনৰীয়া হাতীৰ সন্মুখত পৰিও নেখাই নবৈ বিপদ সঙ্কুল অৱস্থাত কংগ্ৰেছ আৰু মাদকদ্ৰব্য বৰ্জনৰ কামত আগুৱাই গৈছিল। সেইসময়ত কলিকতা আৰু কটন কলেজত পঢ়ি থকা ভালেমান নগঞা ছাত্ৰই কলেজ ত্যাগ কৰি নগাঁৱত কংগ্ৰেছ সংগঠণৰ কামত পণ্ডিত কনক শৰ্ম্মাৰ লগত মনপুতি লাগে। সেইসকলৰ ভিতৰত পূৰ্ণ চন্দ্ৰ শৰ্ম্মা, মহব্বুব আলী, নৰেন্দ্ৰ নাথ হাজৰিকা আদিৰ নাম বিশেষভাৱে উল্লেখযোগ্য।

১৯২১ চনৰ ২০ এপ্ৰিলৰ দিনা চন্দ্ৰনাথ শৰ্ম্মা আৰু লক্ষ্মীধৰ শৰ্ম্মাৰ উপস্থিতিত নগাঁও চহৰৰ জুবিলি পথাৰত হোৱা এখন বিৰাট ৰাজহুৱা সভাত দুয়োজন বক্তাৰ আহ্বানত কমলানন্দ ভট্টাচাৰ্য্য, জোনাৰাম বৰা, আৰু চৰ্দ্দাৰ আম্মাচিং চেন্ত্ৰীয়ে শিক্ষকতাৰ পদ ত্যাগ কৰি জাতীয় মুক্তিৰ আন্দোলনত জপিয়াই পৰিবলৈ প্ৰতিশ্ৰুতি-বদ্ধ হয়। স্বাধীনতা প্ৰেমী হলধৰ ভূঞাইও সেইদিনাৰ সভাতেই কেৰাণী চাকৰি ত্যাগ কৰি ভাৰতীয় কংগ্ৰেছ আৰু মহাত্মা গান্ধীৰ

বাণী মহামন্ত্ৰ স্বৰূপে লৈ দেশৰ আহ্বানত আন্দোলনত নিজকে পাৰি দিয়ে। জিলা উপায়ুক্ত আৰু শল্য চিকিৎসকজনৰ অনুৰোধ উপেক্ষা কৰি হলধৰ ভূঞা সেইদিনাৰ পৰাই নগাঁও জিলাৰ একনিষ্ঠ কংগ্ৰেছ কৰ্ম্মীলৈ ৰূপান্তৰিত হয়। ভূঞাদেৱে তাৰ বহুদিনৰ আগৰ পৰাই স্বাধীনতা আন্দোলনত নামিবৰ কাৰণে নিজকে প্ৰস্তুত কৰি তুলিছিল। তেখেতে কলিকতাৰ 'অমৃত বাজাৰ পত্ৰিকা,' 'বসুমতী' আদি কাকতৰ এজেণ্ট হৈ সেই কাকতবোৰ বেচিছিল আৰু মনোযোগেৰে পঢ়ি দেশৰ বা-বাতৰি ৰাখি মুক্তি আন্দোলনত নামিবৰ কাৰণে মন মেলিছিল।

তেতিয়া আমোলাপট্টিৰ ভিম্বেশ্বৰ মহন্তৰ ঘৰ থকা ঠাইতেই হলধৰ ভূঞাই এটা সৰু ঘৰত বাস কৰিছিল। ভূঞা কংগ্ৰেছলৈ অহাৰ কেইদিনমানৰ পিচতহে নগাঁও জিলা কংগ্ৰেছ নিয়মতান্ত্ৰিক ভাৱে গঠন কৰি কনক চন্দ্ৰ শৰ্ম্মাক সভাপতি আৰু হলধৰ ভূঞাক সাধাৰণ সম্পাদক নিৰ্ব্বাচিত কৰা হয়। ভূঞাই জিলা কংগ্ৰেছৰ ভাৰ লোৱাৰ দিনাৰ পৰাই তেখেতৰ ঘৰতে জিলা কংগ্ৰেছৰ কাৰ্যালয় টোবেও লিপিট খাই ধৰে। প্ৰতি দিনে জিলা কংগ্ৰেছৰ স্বেচ্ছাসেৱক সকলৰ খোৱা বোৱা আনকি কাপোৰ কানি যোগান ধৰাতো ভাৰ তেখেতৰ ওপৰতে পৰে। অন্যহাতেদি আয়ৰ পথ শূণ্য। মুষ্ঠি ভিক্ষাৰ যোগানো অনিয়মিত। এনে অৱস্থাত পৰি ভূঞাদেৱে All India Store নামৰ স্বদেশী কাপোৰৰ (খদ্দৰৰ) এখন দোকান দিয়ে। যমুনালাল বাজাজ আৰু হিৰালাল গান্ধীয়ে All India Spiners Association ৰ পৰা কাপোৰৰ যোগান বাকীকৈ দিয়ে। ভূঞা জিলা কংগ্ৰেছৰ কামত লাগি থকাত দোকান খন চলোৱাৰ ভাৰ দিয়া হয় গোপাল বৰাক। ভূঞাৰ দোকান বুলি সকলোৱে বাকীকৈ কাপোৰ নি পইছা নিদিয়ে। বহু টকা বাকী পৰাত দিল্লীৰ পৰাও কাপোৰ অহা বন্ধ হোৱাত দোকান অচল হয়। শেষত দোকানখন একেবাৰেই বন্ধ হোৱাত বহুতেই কৰলৈ ধৰে হলধৰ ভূঞাই দোকানৰ কাপোৰ কানি বেচি খাই উপান্ত কৰিলে।

ভূঞাদেৱে দেশৰ কাৰণে ওলাই অহা সাধাৰণ দেশকৰ্ম্মী স্বেচ্ছাসেৱকসকলক বৰ মৰম কৰিছিল। নিজে খাবলৈ নেপালেও অভাৱত নিজৰ জাপকে দি তেওঁলোকক ভোকৰ ভাতমুঠি দিছিল

আৰু চান্দা বৰঙণি তুলি তেওঁলোকক অসুখে বিসুখে ঔষধ পাতি দি সহায় কৰিছিল। ক্ষাৰবাৰ অন্তৰত দুখ দেখিলে নানান গল্প কৈ আনন্দ উৎসাহ দি দেশৰ কামৰ কাৰণে ত্যাগ কৰিবলৈ মহা-ভাৰত, পুৰাণ আদিৰ পৰা ত্যাগৰ নমুনা দাঙি ধৰি দুখ বেদনা পাহৰাইছিল। যি দয়াৰ পৰা কৰ্ম্ম প্ৰেৰণা জন্মে সিহে প্ৰকৃত দয়া। সেই বাণীষাৰ হলধৰ ভূঞাই নিজৰ জীৱনত প্ৰয়োগ কৰিছিল। সেই বুলি কামৰ ক্ষেত্ৰত ভূঞাদেউ অতি কঠোৰ আছিল। এইবোৰ কাৰণতে নগাঁও জিলাত অসমৰ ভিতৰত স্বেচ্ছাসেৱকৰ সংখ্যাও বেছি আছিল আৰু তেওঁলোকে নিজৰ ত্যাগৰ জৰিয়তে গান্ধীজীৰ দ্বাৰা পৰিচালিত প্ৰতিটো আন্দোলনতে সক্ৰিয় অংশ গ্ৰহণ কৰি জাতীয় আন্দোলনৰ বুৰঞ্জীত অসমৰ স্থান জাকত-জিলিকা কৰি তুলিছিল। নেতাসকলৰ সজ গুণবোৰ কৰ্ম্মীসকলে অনুকৰণ কৰাতো স্বাভাৱিক।

১৯২১ চনত হলধৰ ভূঞাই কংগ্ৰেছত যোগদান কৰা দিন ধৰি দেশসেৱাৰ কামত একনিষ্ঠভাৱে নিজকে বিলিন কৰি দিয়ে। তেওঁৰ ঘৰখনেই নগাঁও জিলা কংগ্ৰেছকৰ্ম্মী তথা স্বেচ্ছাসেৱকসক-লবো শিবিৰলৈ পৰিবৰ্ত্তন হয়। স্বেচ্ছাসেৱকসকলৰ ভৰণ পোষণ কৰিবৰ কাৰণে মাজতে পাঞ্জাবৰ "ইউনিভাৰ্চেল মেচিনেৰী কোং" নামৰ এটা প্ৰতিষ্ঠানৰ পৰা ঘড়ি, নিব আদি আনি বেচিছিল। উপায়ন্তৰ হৈ ঘৰুৱা শিক্ষকৰ কামো কৰি কংগ্ৰেছ কাৰ্য্যালয় চলাব-লগীয়া হৈছিল। ভূঞাদেৱে নিজে পোহ মোৰাতো বৰ ডাঙৰ কথা নাছিল কিন্তু কংগ্ৰেছৰ সাধাৰণ কৰ্ম্মীসকলক নিজৰ পৰিয়ালৰ মানুহ বুলি গণ্য কৰাৰ কাৰণেই তেখেত আৰ্থিক অনাটনত পৰি হাবুডুবু খাব লগীয়া হৈছিল যদিও তেখেতে অৰ্থৰ বিষয়ে অকনো চিন্তা নকৰি পালেই খাইছিল আৰু নেপালে স্বেচ্ছাসেৱকসকলৰ সৈতে লঘোণে থাকিও শান্তি লাভ কৰিছিল।

নগাঁও জিলাত কংগ্ৰেছৰ কাম অসমৰ ভিতৰতে সুচাৰুৰূপে চলাৰ খবৰ পাই নিখিল ভাৰত কংগ্ৰেছে অন্ধ্ৰপ্ৰদেশত জন্ম গ্ৰহণ কৰা বি. এম. হাতিংগাডী নামৰ এজন প্ৰশিক্ষকক নগাঁও জিলাৰ কৰ্ম্মী-সকলক প্ৰশিক্ষণ দিবৰ কাৰণে বোম্বাইৰ পৰা পঠাইছিল। তেওঁ অসমীয়া বা বঙালী নেজানিছিল। হিন্দীতো পাৰ্গত নাছিল। পূৰ্ণ চন্দ্ৰ শৰ্ম্মাক লগত লৈ গোটেই নগাঁও জিলাতে 'ভলণ্টিয়াৰ' প্ৰশিক্ষণ দি ফুৰিছিল। ষড়মপুৰত অসমৰ বিভিন্ন ঠাইৰ পৰা কৰ্ম্মী আনিও

প্ৰশিক্ষণ দিছিল। তেওঁ দক্ষিণ ভাৰতীয় ৰীতিনীতি কিছুমান অসমীয়া কৰ্ম্মীসকলৰ ভিতৰত সুমুৱাবলৈ চেষ্টা কৰাত হলধৰ ভূঞাৰ লগত বাকবিতণ্ডা হৈছিল। হাতিংগাভীৰ ১৯২১ চনত এবছৰ নগাঁৱত সশ্ৰম কাৰাদণ্ড হোৱাত জেইলৰ ভিতৰত কঠোৰ শাস্তি ভোগ কৰিছিল। পিচত তেওঁ অসমীয়াসকলৰ লগত মিলি গৈছিল।

১৯২১ চনত খিলাফৎ আন্দোলনে তীব্ৰৰূপ ধাৰণ কৰাত খিলাফতীসকলেও কংগ্ৰেছৰ লগত একগোট হৈ বিদেশী বৰ্জ্জন আৰু অসহযোগ আন্দোলনত নমাত নগাঁৱতো আন্দোলনে ভয়ঙ্কৰ ৰূপ লয়। নগাঁৱৰ ঘৰে ঘৰে যঁতৰ-নেওঠনীৰ শব্দ আৰু তাঁতশালৰ খট্ খটনীত বিদেশী কাপোৰৰ বিক্ৰী কম হৈ আহে আৰু মাদকদ্ৰব্য বৰ্জ্জনৰ ব্যৱস্থা লোৱাত কানি-মদ-ভাং আদিৰো প্ৰচলন কমি যায়।

এনেতে আগষ্ট মাহত মহাত্মা গান্ধী অসম ভ্ৰমণলৈ অহা ঠিৰাং হোৱাত নগাঁৱতো যুগমানৰজনাক আদৰিবলৈ তৎ নোহোৱা হয়। যুক্ত প্ৰদেশ (উত্তৰ প্ৰদেশ) আৰু বিহাৰ ভ্ৰমণ কৰি মহাত্মা অসম অভিমুখে যাত্ৰা কৰাত তৰুণ ৰাম ফুকন, নবীন চন্দ্ৰ বৰদলৈ আদি অসমৰ নেতৃস্থানীয় লোকসকলে তেখেতৰ নগাঁও ভ্ৰমণ নানান অসুবিধা দেখুৱাই বাতিল কৰিবলৈ চেষ্টা কৰাত জিলা কংগ্ৰেছৰ সভাপতি আৰু সম্পাদক কনক চন্দ্ৰ শৰ্ম্মা আৰু হলধৰ ভূঞাই জঁকি উঠি নগাৱঁলৈ গান্ধীজীক অনাতো বাতিল কৰিলে নগাঁও জিলা কংগ্ৰেছ অসম কংগ্ৰেছৰ পৰা ফালি যাব বুলিও ভাবুকি দিয়ে। গান্ধীজী ৰেলেৰে আলিগড় পাওতেই নগাঁও জিলা কংগ্ৰেছৰ সাধাৰণ সম্পাদক হলধৰ ভূঞাই মহাত্মাক এখন টেলিগ্ৰামেৰে জনালে, "নগাৱঁৰ মানুহে আপোনাৰ দৰ্শন কামনা কৰে।" ১৮ এপ্ৰিল তাৰিখে গুৱাহাটী পাই তৰুণ ৰাম ফুকনৰ ঘৰত বিশ্ৰাম লওতে মহাত্মাই নগাঁওখন অসমৰ কোনখিনিত পৰে দেখুৱাই দিবলৈ ফুকনক কোৱাত মহম্মদ আলিৰ লগত আলোচনা কৰি নগাঁও ভ্ৰমণো গান্ধীজীৰ কাৰ্য্যসূচীৰ অন্তৰ্ভুক্ত কৰা হ'ল। গান্ধীজীৰ সেৱাৰ কাৰণে হলধৰ ভূঞাই প্ৰশিক্ষণ দিয়াই এশ স্বেচ্ছাসেৱকক গুৱাহাটীৰ তৰুণ ৰাম ফুকনৰ হাউলিলৈ পঠাইছিল।

নগাঁৱৰ জুবিলি পথাৰত ২৩ আগষ্টৰ দিনা গান্ধীজীক আদৰিবৰ কাৰণে বিৰাট মণ্ডপ তৈয়াৰ কৰা হ'ল। কিন্তু ২২ আগষ্টৰ দিনা আবেলি জিলা উপায়ুক্ত মিঃ হিগিংসে জুবিলি পথাৰত

সভা হব নোৱাৰে বুলি হুকুম জাৰি কৰাত সকলো বিমোৰত পৰে। মহাত্মাৰ ভ্ৰমণসূচীত গান্ধীজীক আদৰাৰ ক্ষেত্ৰত কোনো ধৰণৰ বাধকতাৰ সৃষ্টি কৰিব নেলাগে বুলি চৰকাৰৰ পৰা নিৰ্দ্দেশ থকা সত্ত্বেও নগাঁৱত তাৰ ব্যতিক্ৰম ঘটিল। তেতিয়া ৰাতিটোৰ ভিতৰতে শ শ স্বেচ্ছাসেৱকে লেম্প আৰু জুই জ্বলাই বৰ্ত্তমান অধিবক্তা শ্ৰীদীনেশ বৰা আৰু অন্যান্য সকলে বাস কৰি থকা ঠাইডোখৰৰ অটব্য চোৰাতনি এডৰা কাটি কোৰ মাৰি সমান কৰি সুন্দৰ, ডাঙৰ মঞ্চ তৈয়াৰ কৰে। সেই কাম কৰিবলৈ কৰ্ম্মীসকলে কি প্ৰেৰণা পাইছিল তাক বৰ্ণনা কৰিব নোৱাৰি। ২৩ তাৰিখে পুৱা ৭ বজাত সেইখন পথাৰতে নগাঁৱাবাসীয়ে মহাত্মাক আদৰোতে যি উৎসাহ-উদ্দীপনাৰ সৃষ্টি হৈছিল সি এক যুগান্তকাৰী ইতিহাস। উপায়ুক্ত-জনাৰ হুকুমে নগাঁৱত কংগ্ৰেছ আন্দোলনটো শক্তিশালী হোৱাত বিশেষভাৱে সহায়হে কৰিছিল। জিলা কংগ্ৰেছৰ সম্পাদক হলধৰ ভূঞাই গান্ধীজীৰ নগাঁও ভ্ৰমণ কৃতকাৰ্য্য কৰাত সক্ৰিয় আৰু সাহসী ভূমিকা লৈছিল।

৪ আগষ্ট তাৰিখে ইংৰাজ চৰকাৰৰ পুষ্যপুত্ৰ যোৰহাটৰ ৰাইচাহাব দেৱীচৰণ বৰুৱাই অসহযোগ আন্দোলনৰ বিৰুদ্ধে প্ৰচাৰ চলাবলৈ নগাঁও চহৰৰ হেলিডে হলত (বৰ্ত্তমানৰ শ্বহীদ ভৱনত) হবলগীয়া এখন চৰকাৰী সভালৈ জিলাখনৰ মৌজাদাৰ, গাওঁবুঢ়া আৰু চৰকাৰী চাকৰিয়াল সকলক যোগদান কৰিবলৈ নিমন্ত্ৰণ জনালে। গান্ধীজী নগাঁৱলৈ অহাৰ খবৰ পাই চৰকাৰীভাৱে সেই ভ্ৰমণৰ বিৰোধীতা কৰিবলৈকে সভাখন আহ্বান কৰা হৈছিল। বৰুৱাই ইংৰাজ চৰকাৰৰ গুণ-গান কৰি কংগ্ৰেছ আৰু গান্ধীজীৰ বিৰুদ্ধে প্ৰচাৰ কৰিবলৈ পৰিকল্পনা কৰা সভাখনলৈ কংগ্ৰেছী আৰু খিলাফটীসকলক নিমন্ত্ৰণ কৰা নাছিল। কিন্তু সেই সভালৈ নিমন্ত্ৰণ কৰা নটিছ এখনত বহু কংগ্ৰেছী কৰ্ম্মীয়ে চহী কৰি আবেলি সভা হোৱাৰ পূৰ্ব্বেই কংগ্ৰেছ আৰু খিলাফট আন্দোলনৰ কৰ্ম্মীসকলে সভাস্থল দখল কৰি মাত্ৰ তিনিখন চকীহে উদ্যোক্তাসকললৈ ৰাখি হেলিডে হল ভৰি পৰে। বহুত মানুহ ঘৰৰ বাহিৰতো থিয় হৈ থাকিবলগীয়া হয়। নাজিৰ বিমলা কান্ত বৰুৱাৰ পৰা সভাৰ অৱস্থা বুজি জিলা উপায়ুক্ত মিঃ হিগিঞ্চ, পুলিছ অধীক্ষক মিঃ কেভেন্দি আৰু ৰাইচাহাব দেৱী প্ৰসাদ বৰুৱা সভালৈ নাহিল। বন বিষয়া

জনে জগত দাস নামৰ ডাবোগা এজনৰ সৈতে এক ডজন চিপাহী সহ সভাস্থলীত প্ৰৱেশ কৰি আসনবোৰ এৰি দিবলৈ কোৱাত সকলোৱে 'বন্দে মাতৰম্' ধ্বনি দি সভাস্থল ত্যাগ কৰি জুবিলি পথাৰত সভা পাতেগৈ। পিচদিনা জিলা পুলিচ অধীক্ষকজনে জিলা কংগ্ৰেছৰ সভাপতি / সম্পাদকলৈ এখন চিঠিৰ যোগেদি কেইজনমান কৰ্মীক লগত লৈ তেওঁৰ বঙলালৈ মাতি পঠায়। যথা সময়ত পণ্ডিত কনক চন্দ্ৰ শৰ্ম্মা, হলধৰ ভূঞা, ইচলাম খান আৰু সুধাংশু বেনাৰ্জী গৈ তেওঁৰ বঙলাত উপস্থিত হয়গৈ। পুলিচ বিষয়াজনে সম্ভ্ৰমেৰে আটাইকেইজনকে আগুৱাই আনি আসনত বহিবলৈ কয়। তাৰ পিচত আগদিনাৰ সভাস্থল কংগ্ৰেছীসকলে দখল কৰাত উপায়ুক্তই অপমান পাইছে বুলি প্ৰকাশ কৰে। সেইবাবেই তেওঁলোকে উপায়ুক্তৰ ওচৰত ক্ষমা প্ৰাৰ্থনা কৰিব লাগে বুলিও কয়। তেতিয়া হলধৰ ভূঞাই কয় যে সেইটো যেহেতুকে ৰাজহুৱা কথা সেইকাৰণেই তাৰ উত্তৰ সকলোৰে লগত আলোচনা কৰিহে দিব পৰা হব। পিচদিনা সভাপতি শৰ্ম্মাই সম্পাদক হলধৰ ভূঞাৰ লগত আলোচনা কৰি লিখি পঠিয়ালে যে তেওঁলোকে উপায়ুক্তই অপমান পাবলগীয়া এনেকো কাম কৰা নাছিল যাৰ বাবে ক্ষমা খুজিবলগীয়া হব পাৰে।

তাৰ কেইদিনমানৰ পিচতে ডিভিজনেল কমিচনাৰ মিঃ ডিলেঞ্জাৰ চাহাব নগাঁবলৈ আহি নগাঁও জিলা কংগ্ৰেছৰ সভাপতি আৰু সম্পাদক সহ কেইজনমান কংগ্ৰেছ কৰ্মীক 'চাৰ্কিট হাউচ' লৈ মাতি পঠায়। কমিচনাৰ, উপায়ুক্ত আৰু কংগ্ৰেছীসকল চকীত বহাৰ পিচত কমিচনাৰ ডিলেঞ্জাৰ চাহাবে অসমীয়া সমাজ আৰু মানুহৰ ভূয়সী প্ৰশংসা কৰি সৰল-সহজ অসমীয়া মানুহক কংগ্ৰেছ আন্দোলনৰ পৰা বিৰত থাকিবলৈ জিলা কংগ্ৰেছৰ নেতা কেইগৰাকীক অনুৰোধ জনায়। তেতিয়া সভাপতি কনক চন্দ্ৰ শৰ্ম্মা আৰু সম্পাদক হলধৰ ভূঞাই নিৰ্ভীকভাৱে ইংৰাজৰ কুশাসনবোৰৰ বিষয়ে বহলাই কয়। আৰু তাৰ বাবেই হিন্দু-মুছলমানৰ ঐক্যতান বাদনত দেশত আন্দোলন গঢ়ি উঠাৰ বিষয়ে দোহাৰে। এনেতে কমিচনাৰ চাহাবজন কিছুসময় মনে মনে থকাত হলধৰ ভূঞাই আধৰ মচি যোৱা সিকি এটা জেপৰ পৰা উলিয়াই দি কলে যে সেই সিকিটো ক্ষয় যোৱাৰ দৰেই ভাৰতত ইংৰাজ চৰকাৰৰ শাসন ক্ষয় যাবলৈ ধৰিছে। বিদেশী চৰকাৰে ভাৰতীয়সকলৰ ওপৰত যিমানেই কি

অত্যাচাৰ কৰক দেশৰ স্বৰাজ প্ৰতিষ্ঠা হবই। তেতিয়া কমিচনাৰ চাহাব জনে দুটা নতুন সিকি জেপৰ পৰা উলিয়াই ভূঞাৰ হাতত দিলে। পণ্ডিত শৰ্ম্মাই নতুন সিকি দুটাৰে পুৰণিটো সহ বাৰ অনা পইচা কংগ্ৰেছৰ পুঁজিত জমা থবলৈ কোৱাত ভিলেজাৰ চাহাবে তেওঁ দিয়া আঠ অনা পইচা কংগ্ৰেছৰ পুঁজিত জমা হব নোৱাৰে বুলি কলে কিয়নো সেই সিকি দুটা তেওঁ হলধৰ ভূঞাকহে দিছে। ভূঞাই সিকি তিনিটা কমিচনাৰ চাহাব জনক ফিৰাই দি কলে যে সেই পইচা বাৰ অনা নহলেও কংগ্ৰেছ অনুষ্ঠানটো চলিব—কৰ্ম্মী সকলৰ ত্যাগ আৰু দেশপ্ৰেমৰ প্ৰেৰণাৰে। হলধৰ ভূঞাৰ নিৰ্ভীকতা আৰু ৰঙীন আশাৰ সপোন ওপৰৰ কথাকেইআষাৰেই প্ৰমাণ কৰে। ভূঞাদেৱে সকলো কথা ব্যক্তিগত লাভালাভৰ দৃষ্টিৰে নেচাই সামূহিক স্বাৰ্থৰ ফালৰ পৰাহে নিৰীক্ষণ কৰাৰ প্ৰমাণ ইয়াতেই ফুটি উঠিছে।

গান্ধীজীৰ নগাঁও তথা অসম ভ্ৰমণৰ পিচত নগাঁও জিলাত কংগ্ৰেছ অনুষ্ঠানটো নিষ্ঠাবান কৰ্ম্মীসকলৰ আপ্ৰাণ চেষ্টাৰ ফলত অসমৰ ভিতৰতে গজ্‌গজীয়া হৈ পৰে। মুষ্টি ভিক্ষা কৰি গাঁৱে-গাঁৱে হাৰমনিয়াম লৈ গান গাই গাই ৰাস্তাই পদুলিয়ে নামঘৰে নাম-ঘৰে সভা-সমিতি পাতিও ৰাইজক কংগ্ৰেছ আৰু গান্ধীজীৰ কথা কৈ কংগ্ৰেছৰ চাৰি অনীয়া সদস্য কৰা হৈছিল। বিহুৱে সংক্ৰান্তিয়ে, ভাওনাই সবাহে য'তে ৰাইজৰ সমাগম হয় তাতেই কৰ্ম্মীসকলে জিলাৰ নেতাসকলৰ নিৰ্দ্দেশত কংগ্ৰেছৰ বাণী প্ৰচাৰ কৰে। দুৰ্গাপূজা আৰু শিলঘাটৰ অশোকাষ্টমী মেলা আদিতো কংগ্ৰেছৰ বাণীহে শুনা গৈছিল। আনকি বজাৰবোৰতো ঢোল পিটি সভা সমিতিৰ কথা প্ৰচাৰ কৰা হয়। হলধৰ ভূঞাই ঘৰলৈ পিঠি দিলে। খোৱা-বোৱাও অনিয়মিত। জিলাৰ কলিয়াবৰ, কামপুৰ, হাতিচোং আদি বিভিন্ন ঠাইৰ পৰা চাউল, মাহ, আলু, কলডিল, খৰি-খেৰ আদি আহি পালে-হিহে জুহালত জুই জ্বলি স্বেচ্ছাসেৱকসকলৰ সৈতে ভূঞাৰ একেলগে বহি পেটলৈ ভাত যায়। আনকি এসময়ত থকা ঘৰটোও ঢোকা দিহে ৰাখিবলগীয়া হৈছিল।

কলিয়াবৰৰ বিভিন্ন গাঁৱত সভা পাতি ১৬ নবেম্বৰৰ দিনা আহি ঘৰ পাওঁতেই ভূঞাদেউক গ্ৰেপ্তাৰ কৰি জেইলৰ ভিতৰত উপা-যুক্ত হিগিন্স চাহাবৰ ওচৰত হাজিৰ কৰোতে তেওঁ উপাযুক্তজনক সোধে যে সৰ্ব্বভাৰতীয় নেতাসকলক গ্ৰেপ্তাৰ নকৰাকৈ তেওঁক কিয়

গ্ৰেপ্তাৰ কৰা হ'ল ? উপায়ুক্তই উত্তৰ দিয়ে, "সেইটো আমাৰ মতামতৰ ওপৰত নিৰ্ভৰ কৰে।" দ্বিতীয়বাৰ ভূঞাদেৱে সোধে, "কাৰবাৰ বিৰুদ্ধে কিবা গোছৰ থাকিলে আদালতত বিচাৰ কৰাৰ নিয়ম ভঙ্গ কৰি মোৰ বিচাৰ জেইলৰ ভিতৰত কৰাৰ অৰ্থ কি ?" উপায়ুক্তজনাই কয়. "তোমাৰ উৰ্দ্ধতালিৰ কাৰণে।" বিচাৰৰ কেইদিনমানৰ পিচতেই ৰায় দিয়াৰ নিয়ম যদিও হলধৰ ভূঞাৰ গোছৰৰ ৰায় এমাহৰ পিচত কনক চন্দ্ৰ শৰ্ম্মা, বৃন্দাবন চন্দ্ৰ গোস্বামী. কমলানন্দ ভট্টাচাৰ্য্য, লক্ষ্মীপ্ৰসাদ বৰা (গোস্বামী) আৰু ধৰ্ম্মনাথ বৰঠাকুৰৰ লগত একেদিনাই প্ৰত্যেকজনকে এবছৰকৈ সশ্ৰম কাৰাদণ্ড আৰু ডেৰশ টকা জৰিমনা অনাদায়ে আৰু তিনিমাহকৈ কাৰাদণ্ড বিহা হয়। ভূঞাৰ কাৰাদণ্ডৰ কেইদিনমানৰ পিচতেই নগাঁৱৰ পৰা যোৰহাট জেইললৈ বদলি কৰা হয়। তাত থাকোতেই ভূঞাৰ হৃদৰোগে দেখা দিয়াত তেওঁক শ্ৰীহট্ট জেইললৈ পুনৰ বদলি কৰাত বাটতে হাফলঙত বুকুৰ চপচপনি তীব্ৰ হোৱাত তেতিয়াৰ হাফলঙৰ কোনোৱা এজন হাজৰিকা উপাধিধাৰী ডাক্তৰৰ হতুৱাই হাত কেৰেয়া লগোৱা অৱস্থাতে চিকিৎসা কৰোৱা হয়। সেই কালত সুৰমা নৈৰ ওপৰত দলং নথকাত অশ্বাৰোহী সৈন্যই অসংখ্য মানুহৰ মাজেদি মাৰ নাৱত পাৰ কৰাই জেইলত ভূঞাক সুমুৱায়। শ্ৰীহট্ট জেইলৰ ভিতৰত প্ৰথমে হলধৰ ভূঞাক অকলে মহিলা ৱাৰ্ডত আৰু তাৰ পিচত অৰাজনৈতিক হাজোতী বন্দীসকল থকা ৱাৰ্ডত ৰখা হৈছিল। পিচত ৰাজনৈতিক বন্দী আব্দুল চিতালী (শ্ৰীহট্ট) কুমুদ ৰাম বৰা (মঙ্গলদৈ), শিৱ প্ৰসাদ আগৰৱালা (তেজপুৰ) কৃষ্ণানন্দ ব্ৰহ্মচাৰী (নগাঁও) আৰু শ্ৰীহট্টৰে সুৰেশ দেৱ, সুৰেশ দাস, হৰেন চৌধুৰী আদিৰ লগত ৰখা হৈছিল। পাঁচ মাহৰ পিচত কুলধৰ চলিহা আৰু নবীন চন্দ্ৰ বৰদলৈকো শ্ৰীহট্ট জেইললৈ বদলি কৰি ভূঞাদেৱৰ সহযোগী কৰা হৈছিল। ভূঞাদেৱৰ মতে জেইল চুপাৰিনটেনডেণ্ট মিঃ ইনিংছ ভাল মানুহেই আছিল। মিঃ ইনিংছে কৈছিল যে জেইলৰ ভিতৰত কোনো গোলমাল নকৰিলে কংগ্ৰেছী-সকলক শাস্তি দিব নেলাগে। জেইলৰ ভিতৰত তথাপিও ৰাজনৈতিক বন্দীসকলৰ হতুৱাই ৰচি ষটা ঘৰচোৱা, কাঠ বাঁহৰ কাম কৰা ঢেঁকীত চাউল বনা, বাগানত কোৰ মাৰি শাক-পাচলি কৰা আদি কামবোৰ কৰিবলৈ দিয়া হৈছিল। আটাইতকৈ টান কাম আছিল

গৰুৰ দৰে ঘানিত দিনৰ দিনটো ঘূৰি ঘূৰি তেল পেৰা আৰু এলা-
পাত খুন্দা (ইয়াকে খুন্দি শনসূতা তৈয়াৰ কৰা হয় আৰু খুন্দোতে
তাৰ এঠা গাত চিতিকি পৰি য'তে ত'তে ঘা-কোঁহা হৈ খাব শুব
নোৱাৰা হয়), গানিং কঠ পিন্ধা দাঙা বেৰী লোৱা লোৰ সিকলি
কৰ্কালত, ভৰিত মানুহটোৰ সমান দীঘল দুডাল লোৰ দাণ্ডাৰে
সংযোগ কৰি দিন-ৰাতি ৰাখি তাবেই শুবলৈকো দিয়া, চেলত ৰখা
(নিৰ্জন ঠাইৰ একোটা কোঠাত অকলে ৰাখি কাৰো লগত কথা-
বতৰা হবলৈ নিদিয়া), শিল ভঙা আদিয়েই প্ৰধান। এইবোৰ শাস্তি
ৰাজনৈতিক বন্দীসকলক অলপ দোষতে দিয়া হৈছিল। খাদ্যৰ
ভিতৰত আছিল পুৰা মাৰভাত (চাউলৰ খুদ চাগুদানাৰ দৰে লোণ
দি সিজোৱা ভাতৰ মণ্ড) দুপৰীয়া ধান, শিলগুটিৰে ভাতৰ লগত
পনীয়া ডাইল, বুঢ়া কবি, মৰিহা শাকৰ বুঢ়া ঠাৰি, বজাৰৰ কম
দামী বেয়া বেঙেনাৰ ভাজি। গধূলি নৌ হওঁতেই আকৌ একে
ধৰণৰ ভাত-আঞ্জা খাবলৈ দিয়া হৈছিল। (অন্য জেইলৰ কথা
নেজানিলেও শ্ৰীহট্ট জেইলৰ ৩য় শ্ৰেণীৰ ৰাজনৈতিক বন্দী হিচাবে
একে ধৰণৰ খাদ্য আমিও খাবলৈ পাইছিলো ১৯৪৩-৪৪ চনত,
অৱশ্যে সপ্তাহত এসাজত মাছ আৰু এসাজত মাংস দিয়া হৈছিল
কমকৈ হলেও)।

ওপৰত উল্লেখ কৰা শাস্তিবোৰ হলধৰ ভূঞা আৰু লগৰীয়া
সকলে মাজে সময়ে খাবলগীয়া হৈছিল। চিলেট বা শ্ৰীহট্ট জেইলত
ভূঞা থকা অৱস্থাতে আৰু ত্ৰিছজনমান নগঞা ৰাজনৈতিক বন্দী
নি ভৰোৱাত তাতে' নগঞা ৰাজনৈতিক বন্দীয়েই সংখ্যাধিক হৈছিল।
তেতিয়া ৰাজনৈতিক-অৰাজনৈতিক বন্দীসকলে 'চৰকাৰক চালাম'
দিয়াটো বাধ্যতামূলক কৰা হৈছিল। যেহেতুকে চৰকাৰক অৱমাননা
কৰি ৰাজনৈতিক বন্দীসকলে শাস্তি ভোগ কৰিছিল সেইবাবেই তেওঁ-
লোকে 'চৰকাৰক চালাম' নিদিছিল। কিন্তু, কুলধৰ চলিহা আৰু
নবীন চন্দ্ৰ চন্দ্ৰ বৰদলৈয়ে 'Good morning' বুলি কোৱাত হলধৰ
ভূঞাই তাৰ দুৰ্ঘোৰ প্ৰতিবাদ কৰি ৰাজনৈতিক বন্দীসকলৰ লগত
ভাত নেখাই অৰাজনৈতিক বন্দীসকলৰ লগতহে খোৱাৰ ব্যৱস্থা কৰে।
জেইলাৰজনে মুছলমান আৰু অন্যান্য সাধাৰণ কয়দীৰ লগত ভূঞাই
ভাত খোৱাত বেয়া পাই মণিপুৰী কয়দীৰ লগত খাবলৈ অনুমতি
দিয়ে। কঠী খোৱাত প্ৰহৰী হৈ ভাতঘৰখনাত থাকিব লগীয়া

হোৱাত এদিন মুছলমান কয়দী এজনে টান ৰোগত শেষ শয্যাত পৰি চট্ফটাই থকাত হলধৰ ভূঞাই হাত-ভৰি পিটিকি থাকোতেই তেওঁৰ মৃত্যু হোৱাত গোটেই ৰাতি মৰা শটোৰ লগতে কটোৱাৰ খবৰ পাই নবীন বৰদলৈ গৈ ভূঞাৰ গালে-মুখে হাত ফুৰাই মৰম কৰি পুনৰ ৰাজনৈতিক বন্দীসকলৰ লগত ভাত খোৱাৰ ব্যৱস্থা কৰে।

চিলেট জেইলত থাকোতে হলধৰ ভূঞাই কিছুমান নিৰক্ষৰ সাধাৰণ অৰাজনৈতিক বন্দীক লিখা পঢ়া শিকাই সাক্ষৰ কৰাৰ কাৰণে অৰাজনৈতিক বন্দীসকলেও ভূঞাক বৰ শ্ৰদ্ধা কৰিছিল। শ্ৰীহট্ট জেইলত থকা সময়ত হলধৰ ভূঞাই বাঁহ আৰু কাঠেৰে হাতী, ঘোঁৰাৰ উপৰিও ৰজা, মন্ত্ৰী, পৰিষদ, সাধাৰণ মানুহ আদিৰ পুতলা তৈয়াৰ কৰি ভৱা খেল খেলিছিল আৰু পুতলাবোৰে ভেওচালি কৰি সকলোকে হহুৱাইছিল। ভূঞা এজন ভাল কাঠমিস্ত্ৰিও আছিল আৰু ঘৰতো নিজ হাতে আৱশ্যকীয় সামগ্ৰীবোৰ নিজেই সাজি লৈছিল।

২২।১১।২২ তাৰিখে চিলেট জেইলৰ পৰা মুক্তি লাভ কৰি বাহিৰে বাহিৰে কলিকতালৈ গৈ ডাঃ বিপিন চন্দ্ৰ ৰায়ক তেখেতৰ অসুখ বিসুখবোৰ দেখুৱাই যদিও তাৰ পৰা আহি বৰপেটাৰ কেশৱ চন্দ্ৰ দাস নামৰ এজন হোমিওপেথিক চিকিৎসকৰ পৰাহে আৰোগ্য লাভ কৰাত তেতিয়াৰ পৰাই ভূঞাদেৱৰ হোমিওপেথিক চিকিৎসাৰ প্ৰতি আকৰ্ষিত হয়।

ভূঞাদেৱে কপাহ ধুনা, পাজি বটা, যঁতৰত সূতা কটা, কাপোৰ বোৱা আদি সকলো কাম জানিছিল আৰু স্বেচ্ছাসেৱক-সকলকো তাৰ শিক্ষা দিছিল। কংগ্ৰেছৰ অসহযোগ আৰু বিদেশী বৰ্জন আন্দোলনত ভূঞাই কানি মদ, ভাং আদি বৰ্জন আৰু হিন্দু-মুছলমানৰ সাম্প্ৰদায়িক সম্প্ৰীতিৰ ক্ষেত্ৰত অহোপুৰুষাৰ্থ কৰি-ছিল। তেখেতে স্বেচ্ছাসেৱকসকলক জিলাখনৰ বিভিন্ন ঠাইৰ কানি, ভাং আৰু মদৰ দোকানবোৰত পিকেটিং কৰিবৰ কাৰণে নামৰ তালিকা কৰি নিৰ্দ্দেশ দিছিল।

কলিকতাৰ পৰা ঘূৰি আহি দেখে যে কাপোৰৰ দোকানখন নিঃশেষ হৈ গ'ল। যিসকলৰ ওপৰত দোকানৰ দায়িত্ব দিয়া হৈছিল তেওঁলোকে হিচাব পত্ৰ দিবলৈও অপাৰগ হ'ল। অন্যহাতে গোটেই ভাৰতৰ লগতে অসম বা নগাঁৱতো কংগ্ৰেছ অনুষ্ঠানটোৰ অৱস্থা

অত্যন্ত নিশকটীয়া। গান্ধীজীয়ে ১৯২১ চনত কোৱামতে এবছৰৰ ভিতৰতে স্বাধীনতা লাভ কৰিব নোৱাৰা হেতুকে কৰ্ম্মীসকলৰ মাজত উৎসাহ উদ্দীপনা কমি গ'ল। তাৰ উপৰি উত্তৰ প্ৰদেশৰ চৌৰিচৰাৰ ঘটনাৰ কাৰণে গান্ধীজীয়ে আন্দোলন বন্ধ কৰাত তেখেতকো সাত বছৰ কাৰাদণ্ড বিহাত কৰ্ম্মীসকল হতাশ হৈ পৰিছিল। তথাপিও হলধৰ ভূঞাই নগাঁও জিলাত কংগ্ৰেছ অনুষ্ঠানটিৰ সংগঠনৰ ক্ষেত্ৰত পিচ পৰি নগল। এনেতে ১৯২২ চনৰ ডিচেম্বৰ মাহত গয়াত কংগ্ৰেছৰ বছৰেকীয়া অধিবেশন চিত্তৰঞ্জন দাসৰ সভাপতিত্বত বহে। সেই অধিবেশনতে কংগ্ৰেছৰ মাজত পৰিবৰ্ত্তনকামী (Pro-changess) আৰু পৰিবৰ্ত্তন বিৰোধী ( No-changess ) দুটা দলৰ মাজত মতানৈক্য হয়। পৰিবৰ্ত্তনকামী দলটোৰ নেতৃত্ব কৰিছিল চিত্তৰঞ্জন দাস মতিলাল নেহেৰু, তৰুণৰাম ফুকন আদিয়ে। পৰিবৰ্ত্তন বিৰোধী দলটোৰ নেতৃত্বত আছিল গান্ধীজী নিজে হলধৰ ভূঞাই পৰিবৰ্ত্তন বিৰোধী দলত থাকি গান্ধীজীৰ গঠনমূলক কামত মনোনিবেশ কৰিছিল।

১৯২৪ চনত জেইলৰ ভিতৰতে মহাত্মাজীৰ খুব বেছি অসুখ হোৱাত বিনাচৰ্ত্তে মুক্তি দিয়া হয়। ১৯২৪ চনৰ পৰা ১৯২৭ চনলৈকে কংগ্ৰেছে কোনো উল্লেখযোগ্য আন্দোলনৰ ভূমিকা গ্ৰহণ কৰা নাছিল। ১৯২৮ চনৰ ৩ ফেব্ৰুৱাৰী তাৰিখে ভাৰতৰ তথাকথিত স্বাধীনতা লাভৰ যোগ্যতা সম্বন্ধে তদন্ত কৰিবলৈ চাৰ জন চাইমনৰ নেতৃত্বত এটা কমিচনে ভাৰতৰ মাটিত ভৰি দিয়াৰ লগে লগেই আন্দোলনৰ জুই জ্বলি উঠে। এই দুৰ্য্যোগপূৰ্ণ বতাহৰ মাজতে ১৯২৯ চনৰ ডিচেম্বৰৰ শেষ সপ্তাহত লাহোৰত পণ্ডিত জৱাহৰলাল নেহৰুৰ নেতৃত্বত কংগ্ৰেছৰ গুৰুত্বপূৰ্ণ অধিবেশনত পূৰ্ণ স্বৰাজৰ দাবী জনাই গান্ধীজীৰ নেতৃত্বত দেশবাসীক আন্দোলনৰ বাবে আহ্বান জনোৱা হয়। অসমৰ পৰা হলধৰ ভূঞাইও সেই পূৰ্ণাঙ্গ অধিবেশনত যোগদান কৰিছিল।

১৯২৩ চনৰ নৱেম্বৰ মাহত ভূঞাদেৱৰ ক'লাজ্বৰ হৈ যোৱা থোৱা অৱস্থা হয়। প্ৰায় বছৰেক ধৰি এই বেমাৰে এৰা নিদিয়াত আৰ্থিক অৱস্থাও অতি শোচনীয় হোৱাত ভূঞাদেৱে এখন গেলামালৰ দোকান দি কোনো ৰকমে চলি আছিল। কলিকতাত থাকোতে 'পিকচাৰ বিল্ডিং'ৰ যোগেদি ছবি বন্ধাৰ কামো শিকি আহি লগে

লগে ছবি বন্ধাৰ কামো আৰম্ভ কৰে। অন্য হাতেদি নগাঁও জিলা কংগ্ৰেছ সভাপতিৰ গুৰু দায়িত্বও গ্ৰহণ কৰি কংগ্ৰেছৰ কামতো লাগে। সেই সময়তে ভূঞাদেৱে নগাঁও জিলাৰ গাঁওবোৰত চলি থকা বিয়া আগচি দৰাঘৰীয়া মানুহক হাৰাশাস্তি কৰা, জোৰোণত কন্যাঘৰীয়াই টকা-শিকা লোৱা আদি বদ অভ্যাসবোৰ গুচাবৰ কাৰণে জিলা কংগ্ৰেছৰ জৰিয়তেই এটা আন্দোলন চলাইছিল। কপাহ ধুনা, পাঁজি বটা যঁতৰত সুতা কটা, কাপোৰ বোৱা, সাম্প্ৰদায়িক সম্প্ৰীতি দৃঢ় কৰা আদি কামবোৰত মনোনিবেশ কৰিছিল।

১৯২৩ চনৰ ২২, ২৩ অক্টোবৰত পূজাৰ বন্ধত দীনবন্ধু এণ্ডুজ চাহাবৰ সভাপতিত্বত নগাঁৱত অসম ছাত্ৰ সন্মিলনৰ অষ্টম বাৰ্ষিক অধিবেশন বহে। সেই বছৰেই চাপৰমুখৰ পৰা নগাঁৱলৈ ৰেল চলাত অধিবেশনখন জাকত জিলিকা হৈ পৰিছিল। সেই অধিবেশনৰ অভ্যৰ্থনা সমিতিৰ যুটীয়া সম্পাদকৰ পদত মতিৰাম বৰা আৰু হলধৰ ভূঞা নিৰ্ব্বাচিত হৈছিল।

১৯২১ চনৰ পৰাই নগাঁও জিলাত হোৱা কংগ্ৰেছৰ সকলোবোৰ শিবিৰ মুষ্টি ভিক্ষা আৰু চান্দা বৰঙণিৰে চলোৱা হৈছিল। প্ৰত্যেকজন কংগ্ৰেছ কৰ্ম্মী যাতে ত্যাগী, নম্ৰ, কষ্টসহিষ্ণু আৰু স্বাৱলম্বী হব পাৰে তাৰ বাবে উপযুক্ত শিক্ষা দান কৰা হৈছিল। আঞ্চলিক কমিটিবোৰক প্ৰতি সপ্তাহে সপ্তাহে শিক্ষা কমিটিলৈ কামৰ অগ্ৰগতিৰ বিষয়ে প্ৰতিবেদন দিয়াতো বাধ্যতামূলক কৰা হৈছিল।

আপোনভোলা হলধৰ ভূঞালৈ ছোৱালী দিয়া মানুহৰ অভাৱ হৈছিল। কিয়নো তেখেতে নিজৰ কথা নেভাবি সদায় দেশ, কংগ্ৰেছ আৰু সমাজকহে চিনি পায়। শেষত তেখেতৰ লগতে একেলগে ১৯২১ চনত জেইলত বাস কৰা ধৰমতুলৰ এজন বিখ্যাত মুক্তি যোদ্ধা চন্দ্ৰমোহন বিশ্বাসে তেখেতৰ তৃতীয়া কন্যা পাৰ্ব্বতীক ১৯২৬ চনৰ আষাৰৰ ভৰ বাৰিষা কালত হলধৰ ভূঞালৈ বিয়া দিয়ে। বিয়াৰ দিনা পুৰোহিত আউনিআটিৰ দেউৰাম শৰ্ম্মাই ভূঞাদেৱৰ অকাট্য যুক্তিত শূদ্ৰই হোম দিব পাৰে বুলি অনুমতি দিয়াত ভূঞাদেৱে দৰা হৈয়ে নিজ হাতে হোমৰ সকলোবোৰ কাম কৰে। সেই দিনাৰ বিয়াত শৰ্ম্মা সখিহে আছিল। বিয়াৰ পূৰ্ব্বেই ভূঞাদেৱে কীৰ্ত্তন, দশম, ঘোষা, ভাগৱত, ৰত্নাৱলী, ভক্তি ৰত্নাকৰ, ভক্তিপ্ৰদীপ,

নিমি নৱ সংবাদ আদি বিবিধ মহাপুৰুষীয়া শাস্ত্ৰ পঢ়ি ভাগৱতী বৈষ্ণৱ ধৰ্ম্মৰ মূল তত্ব জ্ঞান, ৰহস্যৰ গুৰু-দেৱ-নাম-ভকতৰ ব্যাখ্যা আৰু গুৰুতত্ত্ব, জীৱতত্ত্ব ঈশ্বৰ তত্ত্ব, ভক্তিতত্ত্ব, নামতত্ত্বৰ লগতে সংযম, ত্যাগ, বৈৰাগ্য আদিৰো সুন্দৰ জ্ঞান লাভ কৰি স্থিৰ সিদ্ধান্তত উপনীত হৈ একশৰণ ভাগৱতী ধৰ্ম্ম প্ৰচাৰৰ কাৰণে উঠিপৰি লাগিছিল।

বিয়াৰ তৃতীয় বছৰত ভূঞাদেৱৰ পত্নী পাৰ্ব্বতীৰ টকা পইচাৰ অভাৱত উপযুক্ত চিকিৎসা কৰিব নোৱাৰি দুৰাৰোগ্য ৰোগত মৃত্যু হোৱাত ১৯২৯ চনৰ শাওণ মাহত চন্দ্ৰমোহন বিশ্বাসৰে চতুৰ্থা কন্যা মৃণালিনীক বিয়া কৰায়। বিয়াৰ পিচত মৃণালিনীৰ নাম শ্ৰীমতী অৰুণা ভূঞা হয়। এইখন বিয়াৰ পিচতে হলধৰ ভূঞাৰ আৰ্থিক অৱস্থা ইমান শোচনীয় হয় যে ভূঞাই কংগ্ৰেছ ত্যাগ কৰিব বুলি বহুতেই অনুমান কৰিছিল। কিন্তু, হলধৰ অন্য ধাতুৰ মানুহ কাৰণে তেওঁ লোকৰ সেই ধাৰণা সত্যত পৰিণত নহল। সেই সময়ত ভূঞাদেৱে ছবি বন্ধা, ঘড়ি আৰু চাইকেল বেচা, ইন্সিওৰেন্সৰ এজেন্সি লোৱা, ঘৰুৱা শিক্ষকতা কৰা আদি কামবোৰ কৰিছিল। কঠোৰ পৰিশ্ৰম কৰি অৱস্থা কিছু ভাল হোৱাত তেখেতে এখন সৰু ভগা মটৰো কিনিছিল। কিন্তু সেইখন বেচিদিন নিটিকিল।

এনেতে ১৯২৯ চনৰ লাহোৰ কংগ্ৰেছৰ পৰা ঘূৰি আহিয়েই হলধৰ ভূঞাই অকণো বাট নেচাই নগাঁও জিলা কংগ্ৰেছখন পুনৰ সঞ্জীৱিত কৰিবলৈ উঠিপৰি লাগে। ভূঞাদেৱে স্পষ্টকৈ বুজিছিল যে অতি সোনকালেই দেশত পুনৰ আন্দোলন গঢ়ি উঠিব। পূৰ্ণ স্বাধীনতাৰ দাবীত লাহোৰ কংগ্ৰেছৰ প্ৰস্তাৱ কাৰ্য্যকৰী কৰাৰ বাবে গোটেই দেশত আন্দোলনৰ বা-বতাহ বলিছিল যদিও সেই সময়ত অসমত কংগ্ৰেছ অনুষ্ঠানটো অতি নিশকটীয়া আছিল। তৰুণ ফুকন, ৰোহিণী চৌধুৰী আদি ১৯২১ চনৰ বিখ্যাত নেতাসকলে কংগ্ৰেছ ত্যাগ কৰাত অসম কংগ্ৰেছৰ সভাপতিৰ কাৰণে মানুহ বিচাৰি চলাথ কৰিবলগীয়া হৈছিল। নগাঁৱৰে কনক চন্দ্ৰ শৰ্মাই ১৯৩০ চনত সাধাৰণ কৰ্ম্মীৰ দৰেহে লাগি আছিল। মতিৰাম বৰাইও তৰুণ ফুকন আৰু অন্যান্য সকলৰ পথ অনুসৰণ কৰিছিল। ভূঞাদেৱে পূৰ্ণ চন্দ্ৰ শৰ্মা, মহীচন্দ্ৰ বৰা, ঠানুৰাম ভূঞা, টুনিৰাম বৰুৱা, লক্ষীকান্ত শইকীয়া, লক্ষীকান্ত বৰকাকতি, নৰেন্দ্ৰ নাথ হাজৰিকা, পদ্মকান্ত ভেকা, আদি কৰ্ম্মীসকলৰ সহযোগত গোটেই

জিলাখনত কংগ্ৰেছ অনুষ্ঠানটো গজগজীয়া কৰে আৰু ১৯৩০ চনৰ ২৬ জানুৱাৰী দিনা দেশজুৰি স্বাধীনতাৰ শপত গ্ৰহণ কৰাৰ দিনা নগাঁও জিলাৰ খিলঞ্জীয়া গাওঁবোৰত পতাকা উত্তোলন, প্ৰভাত ফেৰি আৰু সভা-সমিতি পাতি কানি, মদ, আৰু ভাঙৰ দোকান-বোৰত পিকেটিং কৰাৰ কাৰণে সেইদিনাৰ পৰা প্ৰায় দুমাহ ধৰি গোটেই জিলাখনতে পুলিছ-মিলিটেৰীৰ অত্যাচাৰত জনসাধাৰণ অতিষ্ঠ হৈ পৰে। সেই চনৰে ১২ মাৰ্চৰ দিনা গান্ধীজীয়ে দাণ্ডি যাত্ৰা কৰি লোণ আইন অমান্য কৰিবলৈ সঙ্কল্পবদ্ধ হয়। ভূতৰ ওপৰতে দানহ হৈ অসমত সেই দুই আঁচনিৰ উপৰি 'কানিংহাম চাৰ্কোলাৰ'ৰ বিৰুদ্ধে ৰাইজ বিদ্ৰোহী হৈ পৰে। ১৯৩০ চনৰ অসহযোগ আন্দোলনত অসমৰ ভিতৰতে নগাঁৱৰ কলিয়াবৰ অঞ্চলে আন্দোলনত অংশ গ্ৰহণ কৰাত অত্যাচাৰিত হৈ শীৰ্ষস্থান অধিকাৰ কৰে। মহিলাসকলকো নানান ভাবে নিৰ্য্যাতন কৰি জেইল দিয়া হৈছিল। ৰাজনৈতিক বন্দীসকলৰ ওপৰত কৰা অত্যাচাৰ আৰু জেইলৰ ভিতৰত কৰা নিৰ্য্যাতনৰ প্ৰতিবাদত লাহোৰ জেইলত ৬১ দিন অনশন কৰি ১৯২৯ চনৰ ১৩ চেপ্তেম্বৰৰ দিনা প্ৰাণত্যাগ কৰা যতীন্দ্ৰ নাথ দাসৰ আত্ম বলিদানৰ কাৰণে চৰকাৰে জেইল মেনুৱেল সংশোধন কৰি ১৯৩১ চনৰ পৰা এ, বি, আৰু চি শ্ৰেণী কৰি ৰাজনৈতিক বন্দীসকলক কঠোৰ শাস্তিৰ পৰা কিছু ৰেহাই দিয়া হয়। ১৯৩০ চনত নগাঁৱত কংগ্ৰেছ আৰু ছাত্ৰ আন্দোলনত হলধৰ ভূঞাই নেতৃত্ব দিবলগীয়া হৈছিল। তেখেতৰ সুসংগঠিত আন্দোলনে ১৯৩০ চনতো ভাৰতীয় কংগ্ৰেছৰ বুৰঞ্জীত নগাঁৱৰ নাম জিলিকাই তুলিছিল। সেই আন্দো-লনত অসমৰ ভিতৰতে নগাঁও জিলাৰ ৰাজনৈতিক বন্দীৰ সংখ্যা আটাইতকৈ বেচি আছিল।

১৯২৮ চনত হলধৰ ভূঞাদেৱে নগাঁও সেৱা মিলন নামে এটা অনুষ্ঠান গঠন কৰে। সেই অনুষ্ঠানটোৰ উদ্দেশ্য আছিল ঔষধৰ অভাৱত ডাক্তৰখানাত চট্‌ফটাই থকা দুখীয়া ৰোগীসকলক সাহায্য কৰা আৰু গৰাকী নোহোৱা ৰোগী মৰিলে তেওঁলোকৰ সৎকাৰৰ দিহা কৰা। দান বৰঙণি আৰু কায়িক শ্ৰমেৰে সেই কাম সম্পন্ন কৰা হৈছিল। সেই কামত ৰাধিকা বৰুৱা, টুনিৰাম বৰুৱা, ক্ষীৰোদ চৌধুৰী, ৰামচন্দ্ৰ চৰকাৰ, অৱনী কান্ত দাস, লক্ষণ ৰায়, ৰোহিণী কান্ত সোম, দেবেন ঘোষ, সুধাংশু বেনাৰ্জী, অৱনী

চক্ৰৱৰ্তী, মহেন্দ্ৰ দাস, যতীন্দ্ৰ চক্ৰৱৰ্তী আদিয়ে ভূঞাদেৱক সহায় কৰিছিল। তেওঁলোকৰ ভালেকেইজন নগাঁও চৰকাৰী হাইস্কুলৰ ছাত্ৰও আছিল আৰু আৱশ্যকীয় সময়ত ভূঞাক সহায় কৰিবৰ কাৰণে স্কুলৰ প্ৰধান শিক্ষক ৰামেশ্বৰ বৰুৱাদেৱে সেই ছাত্ৰসকলক অনুমতি দিছিল।

১৯২৮-২৯ চনত কংগ্ৰেছৰ সভা-সমিতিবোৰলৈ মানুহ অনাতো বৰ কঠিন হৈ পৰিছিল। কিন্তু হলধৰ ভূঞাই যোৰহাটৰ হৰি নাৰায়ণ বৰুৱাক নগাঁৱলৈ আনি তেখেতৰ হতুৱাই ব্যায়াম আৰু চলন্ত মটৰ গাড়ী ৰখোৱা দেখুৱাই অসংখ্য মানুহ গোটাই তাতেই কংগ্ৰেছৰ বাণী প্ৰচাৰ কৰিছিল। ১৯৩০ চনত জিলাখনৰ গাৱেঁ-ভূঞে কংগ্ৰেছ অনুষ্ঠানটো সক্ৰিয় হৈ পৰিছিল যদিও নগাঁও চহৰত ই গা কৰি উঠা নাছিল। আন্দোলনৰ লগে লগেহে কিছু কৰ্ম্মী ওলাইছিল। ১৯৩০ চনৰ ২৬ জানুৱাৰীৰ দিনা মাত্ৰ তিনিজন কৰ্ম্মী লগতলৈ হলধৰ ভূঞাই জুবিলি পথাৰত জাতীয় পতাকা উত্তোলন কৰিছিল। ১২ মাৰ্চত গান্ধীজীৰ দাণ্ডি যাত্ৰা আৰম্ভণিৰ দিনা চৰকাৰে চাহ বাগিচাৰ চাহাব সকলক নিমন্ত্ৰণ কৰি আনি জুবিলি পথাৰখন বন্ধ কৰাত সেইদিনা টুনিৰাম বৰুৱা আৰু সুধাংশু বেনাৰ্জীক লৈ হেলিডে হলৰ সন্মুখত সাহসেৰে পতাকা উত্তোলন কৰে।

৪ এপ্ৰিলৰ দিনা গান্ধীজীক গ্ৰেপ্তাৰ কৰাৰ প্ৰতিবাদত নগাঁও চহৰতো হৰতাল পালন কৰা হয়। সেইদিনা ভূঞাদেৱৰ আহ্বানত জুবিলি পথাৰত এখন ডাঙৰ সভা আহ্বান কৰা হৈছিল। সেইদিনাৰ পৰাহে নগাঁও চহৰৰ বাসিন্দাসকলৰ বহুতেই কংগ্ৰেছলৈ দান বৰঙণি আদি দিবলৈ আগবাঢ়ি আহে। সভাৰ মাজতে পুলিছ অধীক্ষক ৰাউতলেজ চাহাবে জিলা কংগ্ৰেছৰ সভাপতি ভূঞাক এখন চিঠি যোগে জনায় "মই জানিব পাৰিছোঁ যে আপুনি নগাঁও চহৰত এটা শোভা-যাত্ৰা বাহিৰ কৰিবলৈ স্থিৰ কৰিছে। পুলিছ আইনৰ ২৩ ধাৰামতে পুলিছৰ অনুমতি নোলোৱাকৈ সভা শোভাযাত্ৰা কৰিব নোৱাৰিব। তেতিয়া ভূঞাদেৱে সভাৰ মাজতে ৰাইজক সোধে, "মই আজি শোভাযাত্ৰা কৰিবৰ কাৰণে আপোনালোকক আহ্বান জনাইছিলো নে?" ৰাইজে নাই বুলি কোৱাত তেখেতে তেতিয়া আইন অমান্য আন্দোলনৰ তাৎপৰ্য্যৰ বিষয়ে ৰাইজক বুজাই কয়। ১৯৩০ চনত মুছলমান সকলৰ ভিতৰতো ইছলাম খান, মঃ আবু, চিৰাজ, উজিৰ,

কাছেম, কালুখা, ওচমান খা আদিয়ে ভূঞাৰ আহ্বানত আন্দোলনত সক্রিয় ভাবে যোগদান কৰিছিল। ইছলাম খান আৰু মঃ আবুৱে মুছলমান সমাজৰ পৰা এঘৰীয়া হৈ নানান ভাৱে সামাজিক লাঞ্চনা ভোগ কৰিও মুছলিম লিগক সমৰ্থন নকৰি কংগ্ৰেছত একাণপতীয়াকৈ লাগি আজীৱন দেশসেৱাৰ নিদৰ্শন ডাঙি ধৰিছিল।

১৯৩০ চনৰ ৬ এপ্ৰিল তাৰিখে হলধৰ ভূঞাদেৱক চৰকাৰে আদালতত হাজিৰ হবলৈ আদেশ দিয়ে। কিন্তু ভূঞা আদালতত হাজিৰ নোহোৱাত গ্ৰেপ্তাৰ কৰিবলৈ পুলিছ ঘৰলৈ আহে। তেতিয়াও তেওঁ নেযাওঁ বুলি কোৱাত উপ-পৰিদৰ্শক জনে অধীক্ষকক জনোৱাত তেওঁ নিজেই অহাত তেওঁকো ডাঙি নিলেহে যাম বুলি জেদ ধৰে। এঘণ্টামান অধীক্ষকজন ভূঞাৰ ঘৰতে থাকে। শেষত অঘটন ঘটাৰ সম্ভাৱনা দেখি ৰাইজৰ অনুৰোধত ভূঞা গৈ মটৰত উঠেগৈ। ৰাইজৰ বহুতেই মটৰখন এটা খালত পেলাই দিবলৈ যত্ন কৰে। ভূঞাদেৱৰ অনুৰোধত ৰাইজে 'হলধৰ ভূঞা কী জয়' 'নগাঁও জিলা কংগ্ৰেছ কী জয়' আৰু 'ভাৰতমাতা মহাত্মা গান্ধীজী কী জয়' ধ্বনি দি মটৰখন এৰি দিয়ে। তাৰ পিচত পুলিছ অধীক্ষকজনে নিজেই ভূঞাক পুলিছ থানাৰ 'লকআপত' সুমুৱাই 'তোমাৰ স্বৰাজ লোৱা' ( Have your Swaraj )' বুলি খঙেৰে গুচি যায়। তাৰ পিচদিনা পুলিছে আদালতলৈ নি মেজিষ্ট্ৰেটৰ ওচৰত হাজিৰ কৰাত মেজিষ্ট্ৰেটে ছমাহ সশ্ৰম কাৰাদণ্ড আৰু ডেৰশ টকা জৰিমনা বিহে। টকা অনাদায়ে আৰু তিনি মাহ সশ্ৰম কাৰাদণ্ডৰ হুকুম দিয়ে। ভূঞাদেৱে টকা আদায় নকৰি কাৰাদণ্ডকে ভোগ কৰে।

ভূঞা জেইলৰ পৰা ওলোৱাৰ আগে আগে আৰক্ষী অধীক্ষক ৰাওটলেজ চাহাবে চৰকাৰলৈ প্ৰতিবেদন দিয়ে যে নগাঁৱত কোনো আন্দোলনৰ গোন্ধ ভাপ নাই। হলধৰ ভূঞাৰ কাৰণেহে ভয়। কিয়নো নগাঁও জিলা কংগ্ৰেছ মানেই হলধৰ ভূঞাৰ কংগ্ৰেছ।

১৭ নৱেম্বৰৰ দিনা কলিয়াবৰ, হাতিচোং, পলাশনি, লতাই-মাৰি আদিৰ পৰা পুৰুষ-মহিলা নিৰ্ব্বিশেষে প্ৰায় দহহাজাৰলোকে শোভাযাত্ৰা কৰি আটাইবোৰ ৰাস্তাৰে চোলে ডগৰে আহি জুৰিলি পথাৰত সভা পাতিবৰ কাৰণে প্ৰৱেশ কৰিবলৈ চেষ্টা কৰে। সেইদিনা পুলিছে লাঠি চালনা কৰাৰ ফলত বহুলোক আহত হয়। তেওঁলোকৰ ভিতৰৰে ৫৪ জন পুৰুষ আৰু ১০ গৰাকী মহিলাক নানান অত্যাচাৰ

কৰি গ্ৰেপ্তাৰ কৰে । গ্ৰেপ্তাৰ কৰা মহিলাসকলৰ ভিতৰত ভূঞা-দেৱৰ পত্নী শ্ৰীমতী অৰুণা ভূঞা, শ্ৰীমতী কিৰণবালা বৰা, গুণেশ্বৰী দেৱী, মুক্তাবালা বৈষ্ণৱী, দৰবাই মেছ, মোহিনী বৰা, প্ৰভাৱতী দেৱী আদিৰ নাম বিশেষভাৱে উল্লেখযোগ্য । দৰমাই মেছে অতি সাহসেৰে পুলিচৰ সম্মুখীন হোৱাত বীৰাঙ্গণাৰূপে পৰিগণিত হৈছিল । সেই শোভাযাত্ৰাত কলিয়াবৰীয়া মহিলাসকলে নেতৃত্ব দি প্ৰায় দুকুৰী মাইল খোজ কাঢ়ি নগাঁও চহৰলৈ চাৰিদিন খোজ কাঢ়ি আহি ট্ৰাঙ্ক ৰোডৰ দুয়োকাষৰ গাওঁবোৰৰ দৃষ্টি আকৰ্ষণ কৰিছিল ।

" বৃটিছ সম্ৰাজ্ঞী মহাৰাণী ভিক্টোৰিয়া সিংহাসনত উঠাৰ পঞ্চাছ বছৰৰ পিচত ১৮৮৭ চনত ভাৰতৰ গৱৰ্ণৰ জেনেৰেল লৰ্ড ডাফ্‌ৰিণৰ ৰাজত্বকালত নগাঁও চহৰৰ এই পথাৰখনতো মহাৰাণীৰ ৰাজত্বৰ সোণালী জয়ন্তী উৎসৱ ধুমধামেৰে পালন কৰা হৈছিল । তেতিয়াৰে পৰাই এই পথাৰখনৰ নাম জুবিলি পথাৰ নামেৰে নামকৰণ কৰা হয় । এই পথাৰখনতে নগাঁও জিলাৰ সকলোবোৰ ডাঙৰ ডাঙৰ সভা-সমিতিও পতা হৈ আহিছে । পথাৰখনৰ ৰূপ বদলি হোৱা সত্বেও আজি এটা বছৰৰ অধিক কাল ইয়াৰ নাম জুবিলি পথাৰ নামেৰেই ইংৰাজ শাসনৰ জয়গান গাব লাগিছে । এই নামটো পৰিবৰ্ত্তন হোৱা আৱশ্যক ।

১৭ নৱেম্বৰৰ দিনা ৰাইজে হলধৰ ভূঞাক ঘৰৰ পৰা বাহিৰ হবলৈ নিদিছিল । কিয়নো ভূঞাক গ্ৰেপ্তাৰ কৰিলে নগাঁও জিলাত আন্দোলন চেঁচা পৰি যাব । সেইদিনা ভূঞা বাহিৰলৈ ওলাব নোৱাৰাকৈ ভালেমান কংগ্ৰেছ স্বেচ্ছাসেৱক তেখেতৰ ঘৰৰ দুৱাৰমুখত দীঘল দি পৰি আছিল । ভূঞাই গুজৰি গুমৰি থাকি স্বেচ্ছাসেৱক-সকলৰ বাক্য পালন কৰিছিল । সেইদিনা পুলিচৰ লাঠিৰ কোবত সাংঘাটিকভাৱে আহত হোৱা সকলক ভূঞাদেৱৰ ঘৰৰ কাষতে বৰ্ত্ত-মানৰ পৰিত্যক্ত- বজাৰখনৰ মুকলি ঠাইডোখৰত মেণ্ঠোন্দ লগাই প্ৰাইভেট ডাক্তৰৰ হতুৱাই চিকিৎসা কৰোৱা হৈছিল । আহতসকলৰ ভিতৰত লক্ষীকান্ত শইকীয়া, থানুৰাম ভূঞা, পূৰ্ণকান্ত শইকীয়া আদি কেইজনমান লোক বাচিব বুলি কোনেও আশা কৰা নাছিল । ভূঞাই নিজেই আহতসকলৰ হাত ভৰি ধুৱাই, নিজ হাতে খুৱাই ভৰি হাত থিচিকি শুশ্ৰূষা কৰাৰ উপৰি উৎসাহৰ বাণী শুনাই কায়িক আৰু মানসিক শান্তি দি তেওঁলোকক দেশসেৱাৰ কাৰণে

উদ্দীপ্ত কৰি তুলিছিল। সেয়া আছিল ভূঞাদেৱৰ সেৱা আৰু মহত্ত্বৰ পৰিচয়। জিলা আৰক্ষী অধীক্ষকজনে আহতসকলক চাবলৈ আহি ভূঞাক টান কথা কোৱাত তেঁৱো চকু পকাই অহিংস আন্দোলনকাৰীসকলৰ ওপৰত কৰা ঘৃণনীয় অত্যাচাৰৰ বিৰুদ্ধে প্ৰতিবাদ কৰিছিল। পুলিছ অধীক্ষকজনৰ ক্ষমতা ইমানলৈ বৃদ্ধি পাইছিল যে তেওঁ জিলা উপায়ুক্ত পাচুগোপাল মুখাৰ্জীক গণ্যই নকৰিছিল। তাৰ ফলত নগাঁও জিলাত পুলিছৰ অত্যাচাৰৰ সীমা নোহোৱা হৈছিল আৰু অসমৰ ভিতৰত নগাঁৱতেই আটাইতকৈ বেছি লোক গ্ৰেপ্তাৰ হৈ জেইল জৰিমনা ভৰি জীয়াতু ভুগিছিল। পুলিচ চাহাবজনৰ অত্যাচাৰৰ সম্পূৰ্ণ সহযোগী আছিল জগত ডাৰোগা। গোটেই জিলাতে ১৪৪ ধাৰা জাৰি কৰি কানি, ভাং আৰু মদৰ দোকানত পিকেটিং কৰা স্বেচ্ছাসেৱকসকলৰ ওপৰত আৰু সভা-সমিতিবোৰত লাঠি চালনা কৰি তহিলং কৰিছিল। ১৯৩০ চনত প্ৰথমবাৰ জেইলৰ পৰা ওলাই অহাৰ পিচত ভূঞাৰ ভৰিত এটা বিষফোঁহা হৈছিল। পুলিছে প্ৰতিবেদন দিলে যে ভূঞাই বাৰপুজীয়াত উত্তপ্ত ভাষণ দিয়াৰ কাৰণে তেওঁক গ্ৰেপ্তাৰ কৰিবলৈ হুকুম দিব লাগে। উপায়ুক্ত পাচু গোপাল মুখাৰ্জীয়ে কয় যে তিনিমাহৰ আগৰ অপৰাধৰ কাৰণে তেওঁক গ্ৰেপ্তাৰ কৰা উচিত নহব। তথাপিও ফুলগুৰিত হোৱা এখন সভাত হলধৰ ভূঞাক ১৯৩০ চনত ২য় বাৰ গ্ৰেপ্তাৰ কৰি তিনিমাহ সশ্ৰম কাৰাদণ্ড দিয়া হয়।

ভূঞাদেৱ জেইলৰ পৰা ওলাই অহাৰ কেইদিনমানৰ পিচতে অসমৰ গভৰ্ণৰ ছাৰ লৰী হেমণ্ড ভ্ৰমণৰ কাৰণে উজনি অসমলৈ যাওঁতে পুৰণিগুদামৰ নৰেন্দ্ৰ নাথ হাজৰিকাৰ নেতৃত্বত গড়মুৰ চাৰিআলিত গভৰ্ণৰ জনাক ক'লা পতাকা প্ৰদৰ্শন কৰাত জিলা আৰক্ষী অধীক্ষক ৰাউতলেজ চাহাবে মাৰপিট কৰাৰ ফলত অতিষ্ঠ হৈ তাপুৰু কৈৱৰ্ত নামৰ এজনে বুটি কোৰেৰে পুলিছ অধীক্ষকজনৰ মূৰত ঘপিয়াবলৈ চেষ্টা কৰাত তেওঁৰ মূৰৰ পৰা টুপীটো খহি পৰে। ফলত কেইবাজনকো গ্ৰেপ্তাৰ কৰি নানান অত্যাচাৰৰ জৰিয়তে কাৰাদণ্ড বিহে। সেই ঘটনাৰ পিচত পুৰণিগুদাম অঞ্চলত পুলিছ ৰাখি পাইকাৰী জৰিমনা বহুৱাবলৈ ঠিবাং কৰি নগাঁও জিলা কংগ্ৰেছৰ সভাপতি হলধৰ ভূঞাক উপায়ুক্তজনে সোধে যে গভৰ্ণৰক ক'লা পতাকা প্ৰদৰ্শন কৰি অশান্তি কৰাটো নগাঁও জিলা কংগ্ৰেছৰ নিৰ্দেশ আছিল নে কি?

ভূঞাই সঁচা কথা কয় যে তেনে কোনো নির্দ্দেশ তেখেতে দিয়া নাছিল। তেতিয়া সেই কার্য্য কেইজনমান উদ্ধত ভেকালবাই কৰা বুলি চৰকাৰলৈ লিখি পূৰণিগুদাম অঞ্চলৰ ওপৰত নির্দ্ধাৰণ কৰা পাইকাৰী জৰিমনা আৰু পুলিচী অত্যাচাৰৰ পৰা ৰাইজক ৰক্ষা কৰে।

অসমত আফুখেতি বন্ধ কৰি চৰকাৰে কানি দোকান সমূহত বেচি দামত কানি বিক্ৰী কৰিবলৈ লোৱা একচেটীয়া কাৰবাৰত অসমীয়া ৰাইজৰ যি ধ্বংসলীলা আৰম্ভ হৈছিল তাৰ প্ৰতিবাদত ১৯২৯ আৰু ১৯৩০ চনত হেজাৰ হেজাৰ কংগ্ৰেছী স্বেচ্ছাসেৱকে কানি, মদ আৰু ভাঙৰ দোকানবোৰৰ সন্মুখত পিকেটিং কৰি পুলিছৰ চৰ, লাঠি, বুটজোতাৰ গোৰ আৰু অন্যান্য শাস্তি ভোগ কৰাৰ উপৰি সশ্ৰম কাৰাদণ্ডৰে দণ্ডিত হৈছিল। এই কানি ৰৱবিহ অসমৰ পৰা নিৰ্ম্মূল কৰিবৰ অৰ্থে মাদক দ্ৰব্য বৰ্জন আন্দোলন কৰিবলৈ নিখিল ভাৰত কংগ্ৰেছ কমিটিৰ অনুমোদন অসম কংগ্ৰেছে লাভ কৰিছিল। ১৯২৫ চনৰ জুন মাহত মহামতি দীনবন্ধু এণ্ড্ৰুজ চাহাবক নিখিল ভাৰত কংগ্ৰেছ কমিটিয়ে অসমত কানি প্ৰচলনৰ সম্পৰ্কে তদন্ত কৰি এটা প্ৰতিবেদন তৈয়াৰ কৰি জেনেভাত বহা আন্তৰ্জাতিক কানি সমিতিত দাখিল কৰিবলৈ যি ব্যৱস্থা গ্ৰহণ কৰিছিল সেই কমিটিৰ আগত হলধৰ ভূঞাই অতি মূল্যবান তথ্যপাতি দাঙি ধৰিছিল।

ভূঞাদেৱে ১৯৩০ চনত যোৰহাটত বহা অসম প্ৰাদেশিক ৰাজনৈতিক নিৰ্য্যাতিত কৰ্ম্মী সন্মিলনীত সভাপতিত্ব কৰিছিল। ১৯৩১ চনত অসম প্ৰদেশ কংগ্ৰেছৰ বাৰ্ষিক অধিবেশন নগাঁৱত বহে। সেই অধিবেশনখন অতি নিয়াৰিকৈ সুসম্পন্ন কৰাৰ কাৰণে হলধৰ ভূঞাক সদৌ অসমৰ নেতৃবৃন্দই ভূৰি ভূৰি প্ৰশংসা কৰিছিল।

১৯৩৪ চনৰ চৈধ্য এপ্ৰিলৰ দিনা মহামানৱ মহাত্মা গান্ধী হৰিজন সেৱক সংঘৰ প্ৰচাৰ আৰু অৰ্থ সংগ্ৰহৰ কাৰণে নগাঁৱলৈ অহাৰে পৰা ভূঞাদেৱে হৰিজনসকলৰ উন্নতিৰ অৰ্থেও ভালেমান কাম হাতত লয়। সেইদিনা নগাঁও হৰিজন পট্টিৰ যিটো পুৰণি প্ৰাৰ্থনা ঘৰত গান্ধীজীৰ প্ৰাৰ্থনা সভা পতা হৈছিল সেই ঘৰটোকে কেন্দ্ৰ কৰি ১৯৪৭ চনৰ অক্টোবৰ মাহৰ ৯৫ তাৰিখৰ পৰা ভূঞাদেৱৰ উপদেশত নিবন্ধকাৰকে এখন প্ৰাথমিক স্কুল স্থাপন কৰি তেওঁলোকৰ মাজত অন্যান্য উন্নয়ন মূলক কামতো হাত দিয়া হৈছিল। সেই স্কুলখন তেতিয়াৰ অসমৰ প্ৰধানমন্ত্ৰী (মুখ্যমন্ত্ৰী) লোকপ্ৰিয়

গোপীনাথ বৰদলৈ ভাওৰীয়াই ১৭।৭।৪৯ তাৰিখে পৰিদৰ্শন কৰি সন্তোষ লাভ কৰি মাহিলি বাৰ টকায়া অনুদান দিয়াৰ পিচত স্কুলখনে স্থায়ীৰূপ লয় যদিও নিবন্ধকাৰকে বিভিন্ন কাৰণত ১৯৫০ চনত স্কুল খনৰ পৰা আঁতৰি অহাৰ পিচত হৰিজনসকলৰ ছাত্ৰ-ছাত্ৰীসকলৰ প্ৰতি উপযুক্ত তত্বাৱধানৰ অভাৱত স্কুলখনে উন্নতি লাভ কৰিব নোৱাৰাতো পৰিলক্ষিত হৈছে। পিচৰ কালত গান্ধীজীয়ে প্ৰাৰ্থনা কৰা গৃহটোও ভাঙি পেলোৱাত গান্ধীজীৰ নগাঁও ভ্ৰমণৰ স্মৃতিকনো সংৰক্ষণ কৰিব নোৱাৰাতো পৰিতাপৰ বিষয়।

১৯৩৪ চনৰ ২০ জুনৰ ( আষাৰৰ ৬ তাৰিখ ) পৰা হোৱা কপিলীৰ প্ৰলয়ংকৰী বলীয়া বানত অসংখ্য বনৰীয়া হাতী, বাঘ, ভালুক, গাহৰি আদিৰ উপৰি হেজাৰ হেজাৰ ঘৰচীয়া গৰু, ম'হ, ছাগলী আদিৰ মৃত্যু হয়। কেইবা হেজাৰো মানুহে বানৰ কৰাল গ্ৰাসত পৰি মৃত্যুক আকোৱালি লয়। চাৰি হাত ওখ হৈ সমুদ্ৰৰ ঢৌৰ দৰে অহা সেই বানে এফালৰ পৰা প্ৰলয়ৰ ৰূপ ধৰি মানুহ আৰু অন্যান্য জীৱ জন্তুবোৰ ধুই আনিছিল। মানুহৰ উপৰি কুকুৰ মেকুৰী, সাপ, বেং আদিয়ে ঘৰৰ মুধত, গছৰ ওপৰত, ওখ ঠাইত আশ্ৰয় লৈ খাদ্য আৰু টোপনীৰ অভাৱত জীয়াতু ভুগিছিল। সেই নিপীড়িত লোকসকলৰ সাহায্যাৰ্থে সদৌ ভাৰতৰ পৰা খাদ্য সম্ভাৰ আৰু কাপোৰ কানি আদিৰ সাহায্য আগবঢ়োৱা হৈছিল। জিলা কংগ্ৰেছৰ সভাপতি হলধৰ ভূঞাই দুৰ্গতসকলৰ উদ্ধাৰ আৰু বানৰ পিচত খাদ্য চিকিৎসা আদিৰ কাৰণে অহোপুৰুষাৰ্থ কৰিব লগীয়া হৈছিল। সেই দুৰ্যোগৰ কালত জিলা উপায়ুক্ত কে, ডব্লিউ, দি মাৰাৰ চাহাবৰ সেৱা অতি প্ৰশংসনীয় আছিল। ১৯৪৬ আৰু ১৯৫২ চনৰ কপিলীৰ বানতো ভূঞাদেৱে প্ৰপীড়িতসকলৰ সাহায্যৰ অৰ্থে সকলো প্ৰকাৰৰ চেষ্টা কৰিছিল।

মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ ধৰ্ম্ম, কৃষ্টি আৰু সেৱাৰ মাহাত্ম্যৰ বিষয়ে ৰসৰাজ লক্ষ্মীনাথ বেজবৰুৱাই অসমীয়া ৰাইজৰ দৃষ্টিগোচৰ কৰে আৰু হলধৰ ভূঞাই মহাপুৰুষজনাৰ আদৰ্শৰাজিৰ হাতে কামে লাগি বৈজ্ঞানিক দৃষ্টিভঙ্গীৰে তাৰ মূল্যায়নৰ ক্ষেত্ৰত আগবাঢ়ি কৃতকাৰ্য্যতা লাভ কৰে। শ্ৰীমন্ত শঙ্কৰদেৱ সংঘৰ অভ্যুদয় সম্পৰ্কে ভূঞাদেৱে ৪।৩।৬২ তাৰিখে বৰকোত অনুষ্ঠিত হোৱা অসম শ্ৰীশ্ৰীশঙ্কৰ দেৱ সংঘ একত্ৰিংশ বাৰ্ষিক অধিবেশনৰ সভাপতিৰ লিখিত অভি-

ভাষনত কৈছে—"এই নিঃকিন আপোনালোকৰ চৰণৰ ধূলিয়েই এই সংঘৰ প্ৰতিষ্ঠাতা। সমাজৰ কুসংস্কাৰ, বিশৃঙ্খলতা, ধৰ্ম্মক অধৰ্ম্ম আৰু অধৰ্ম্মক ধৰ্ম্ম বুলি প্ৰচাৰ কৰা গোঁসাই, মহন্ত, ভকত আৰু বামুনীয়া পূজা পাতলৰ দুৰ্ঘোৰ বিৰোধী আছিল। পবিত্ৰ এক শৰণ নাম ধৰ্ম্মত মোৰ অতল বিশ্বাস। এই বিশ্বাস মোৰ অন্তৰত মোৰ ৰৰদেউতা মদন চন্দ্ৰ ভূঞা, হাতীগড়ৰ ওজা আতৈ, বালিগাঁৱৰ বহুৱা আতৈ প্ৰভৃতি ভকতসকলৰ শিক্ষাই দৃঢ় কৰি শিপাইছিল, সেয়ে ক্ৰমান্বয়ে বাঢ়ি আহিবলৈ ধৰিলে।

"হাইস্কুলৰ ষষ্ঠমান শ্ৰেণীত পঢ়োতে এবাৰ ৰৰদোৱাত দৌল যাত্ৰা উৎসৱ চাবলৈ গৈছিলো। তাত আমাক কীৰ্ত্তন ঘৰত সোমাবলৈ নিদিছিল। মনত বৰ দুখ লাগিল। মোৰ ৰৰদেউতা নবোৱা সত্ৰৰ ৰৰমেধি অ'ছিল। দৌলৰ সিংহাসন তেখেতৰ হাতৰে সজা। তথাপি মোক অস্পৃশ্যৰ দৰে ব্যৱহাৰ কৰি প্ৰসাদ দিলে। সেইটো অপমান মই জীৱনত পাহৰা নাই। ৰৰদোৱালৈ যাবলৈ এৰি দিলোঁ।"

"এবাৰ মেলেৰীয়া জ্বৰ হোৱাত বৰ কষ্ট পাইছিলো। এদিন স্কুলতে জ্বৰ উঠাত মাষ্টৰে মোক চুটি দিলে। মই জ্বৰৰ গাৰেই বহালৈ খোজ ললো। কিন্তু প্ৰবল জ্বৰৰ প্ৰকোপত প্ৰায় খোজ কাঢ়িব নোৱাৰা হৈ পৰিলোঁ। তেতিয়া মোৰ কাষেদি যোৱা দুঠাইৰ দুজনলোকক কাতৰ ভাৱে মোক ধৰিবলৈ কোৱা সত্ত্বেও কোনো এজনে মোক নুচুলে। তেতিয়াই মই ভাবিলো এই ধৰ্ম্মৰ বোধ কৰো দিন উকলিল। পাচত মহাপুৰুষৰ কীৰ্ত্তন ঘোষা, দশম, নামঘোষা আদি পঢ়ি দেখিলো যে ধৰ্ম্মৰ গাত দোষ নাই। মানুহহে সেই বাবে দায়ী আৰু ধৰ্ম্মাচাৰ্য্য সকলে প্ৰকৃত শিক্ষা আৰু আদৰ্শ দাঙি ধৰিব নোৱাৰাৰ কাৰণে এনে হৈছে।

"তাৰ পাচত কৰ্ম্ম জীৱন আৰম্ভ হয়। ১৯২১ চনত মহাত্মা গান্ধীৰ নেতৃত্বত ভাৰতৰ স্বাধীনতা আন্দোলনত যোগ দিলো। তেতিয়া স্পষ্টভাৱে ভাৰতৰ তথা অসমৰ ৰাজনৈতিক, অৰ্থনৈতিক আৰু সামাজিক আৰু ধৰ্ম্মনীতিক পৰিস্থিতিৰ বিষয়ে অধ্যয়ন কৰিবলগা হয়। স্বৰাজৰ কামত সকলো ত্যাগ কৰি চাকৰি এৰি লাগি গলো। মনত কিন্তু মহাপুৰুষীয়া ধৰ্ম্মৰ গ্লানিৰ কথা তেতিয়াও পাহৰা নাই। উপায়ো নাই সময়ো নাই কিবা কৰিবলৈ হাতত লবৰ।"

"এনেতে আমাৰ সকলোৰে পূজনীয় শ্ৰীযুক্ত ৰমাকান্ত আতৈৰ *বীৰেন্দ্ৰ নাথ মহন্ত বি, এল নগাঁও মিউনিচিপেলিটিৰ চেয়াৰ মেনৰ ঘৰত লগ পাওঁ। তেখেতৰ লগত কথা-বতৰা হৈ ঘনিষ্ঠতা বাঢ়ি যায়—কিয়নো তেখেতে মহাপুৰুষীয়া ধৰ্ম্মৰ বিষয়ে শাস্ত্ৰ-জ্ঞান আৰু তত্ত্ব কথা ভালকৈ জানে, উদাসীন ভকত সংসাৰৰ লেঠাও নাই আৰু সত্ৰৰ ইতিবৃত্ত নিয়ম কাৰণ জানে। এদিন মোৰ ঘৰলৈ তেখেত অনুগ্ৰহ কৰি আহিল। মই সেই সুযোগতে তেখেতক সুধিলো যে শঙ্কৰ মিচন আৰু ধৰ্ম্ম প্ৰচাৰ কৰাত তেখেতৰ মন আছেনে নাই আৰু পাৰিবনে নোৱাৰে। তেখেতে পাৰিম বুলি কোৱাত আমি এঠাইত আশ্ৰমৰ নিচিনা এটা কেন্দ্ৰ বাচি তাৰ পৰাই আমাৰ আদৰ্শ প্ৰচাৰ কৰিব লাগে বুলি কোৱাত আমি পলাশনি গাৱঁত সেই কেন্দ্ৰ পতাৰ দিহা কৰোহক। শ্ৰীযুত (সকল) স্থানত সনতৰাম বৰা, চেনিৰাম নামলগোৱা, যজ্ঞৰাম বৰা, থুলেশ্বৰ শইকীয়া প্ৰভৃতি লোকসকলে আগ্ৰহেৰে গুৰুজনাৰ আদৰ্শ প্ৰচাৰৰ কামত লাগিবলৈ বদ্ধপৰিকৰ হয়। মোৰ ঠিক মনত নাই এইটো ১৯২৭ আৰু ১৯২৮ চনৰ কথা।"

"ইয়াৰ পিচত মই ভাবিলো যে আমাৰ দেশত এনেকুৱা বিৰাট প্ৰভাৱৰ ব্যক্তিত্বৰ এজন মানুহ নাই যি কলে সকলোৱে শুনে গতিকে এখন ধৰ্ম্মসভা অসমৰ সন্ত-মহন্ত-সাধু-ভকত বৈষ্ণব-সকলক লৈ পতাই ভাল সেই সভাত মহাপুৰুষৰ প্ৰকৃত এক শৰণ ধৰ্ম্ম শৰণ-ভজন আদিৰ বিষয়ে আৰু তেৰাৰ আদৰ্শ মতে সমাজ সংস্কাৰ অস্পৃশ্যতা বৰ্জ্জন আদিৰ বিষয়ে সকলোৱে একমত হৈ এখন ব্যৱস্থাপত্ৰ দিব আৰু সেইমতে সকলো চলিব লাগিব। তেতিয়া আমাৰ কাম সুগম হব। এই বিষয়ে মই শ্ৰীশ্ৰীগড়মূৰ সত্ৰাধিকাৰ প্ৰভু, দিহিং সত্ৰাধিকাৰ প্ৰভু, বৰদোৱা সত্ৰাধিকাৰ প্ৰভু আৰু অন্যান্য বহু গোঁসাই প্ৰভুসকলৰ সাক্ষাৎ কৰি সেই কথালৈ তেখেতসকলৰ সন্মতি লওঁ। .. ইয়াৰ পাচত ঈশ্বৰৰ কি ইচ্ছা কব নোৱাৰো গোলাঘাটৰ স্বনামধন্য যোগেন বৰুৱা ডাক্তৰ মাতৃৰ বিয়োগ হয় আৰু গোলাঘাটৰ পণ্ডিত শিৰোমণি গোপিকা বল্লভ গোস্বামীৰ ব্যৱস্থা মতে দহা অশৌচ পালন কৰি ১১ দিনত শ্ৰাদ্ধ কৰে। সেই বিষয়ে গোটেই অসমতে এটা হুলস্থুল লাগি যায়। আমাৰ সত্ৰই তাক গ্ৰহণ কৰে। তেতিয়া নগাঁৱত হুলস্থুল লাগি

খায় । মোৰ শিক্ষাগুৰু পণ্ডিত কনক চন্দ্ৰ শৰ্ম্মা কাব্যতীৰ্থ মহোদয় প্ৰমুখ্যে ব্ৰাহ্মণ আৰু শূদ্ৰলোক মিলি ফুলগুৰিৰ ৺চৈতন্য ঘৰত কামৰূপৰ ১৮ জন বিদগ্ধ পণ্ডিতৰ এখন সভা কটন কলেজৰ অধ্যক্ষ পণ্ডিত লক্ষ্মী নাৰায়ণ চেট্টাৰ্জীৰ সভাপতিত্বত বহে । আমাৰ তৰফৰপৰা পণ্ডিত ভুবন চন্দ্ৰ ব্যাকৰণ তীৰ্থ তৰ্ক শাস্ত্ৰী দেৱ উপস্থিত আছিল । সেই সভাত দুয়োপক্ষৰ তৰ্ক-বিতৰ্কৰ পাচত মই অৱশ্যে দুআষাৰমান কথা কৈছিলো যে "ব্ৰাহ্মণসকল আমাৰ সদায় নমস্য হৈ আছে আৰু শাস্ত্ৰ বিলাকৰ সকলোবিলাক ব্ৰাহ্মণেই লিখা, গতিকে যদি কোনোবাই দহা ঔশৌচ মানে তেনেহলে শাস্ত্ৰ মতেই চলা হব আৰু তেতিয়া তেওঁ পতিত নহয় । বিশেষকৈ এতিয়া যুগ পৰিবৰ্ত্তন হৈছে—এই যুগত মানুহক হেঁচি ধৰি ভৰিৰ তলত ৰাখিলে বিদ্ৰোহ কৰিবই । গতিকে দুয়োটা মত শাস্ত্ৰীয়মত বুলি আপোনালোকে ব্যৱস্থা দিব নহলে মানুহে ব্ৰাহ্মণ এৰিব আৰু ক্ৰমে সকলো নাম-কীৰ্ত্তনীয়া হবগৈ । এই কথা আপোনালোকে লেখি থব পাৰে ।" তাৰপাচতো ব্ৰাহ্মণসকলে পুস্তিকা চপাই নাম কীৰ্ত্তনীয়া সকলৰ বিৰুদ্ধে চলাত নগাঁও জিলাৰ মুখ্য লোক, গোঁসাই-মহন্তসকলক নিমন্ত্ৰণ কৰি আনি ভুজেন্দ্ৰ নাথ মহন্তদেৱৰ হাউলীত এখন সভা ৰায় চাহাব ডম্বৰুধৰ বৰুৱাৰ সভাপতিত্বত বহে । তাতে হলধৰ ভূঞাই অনুষ্ঠানটিৰ নাম শঙ্কৰ মিচন হব লাগে বুলি কয় । মহীকান্ত মহন্তদেৱে শঙ্কৰ সঙ্ঘ নাম হব লাগে বুলি সংশোধনী প্ৰস্তাৱ দিয়াত সকলোৱে গ্ৰহণ কৰে । সেই দিনাৰ সভাতে ডম্বৰুধৰ বৰুৱাক সভাপতি আৰু হলধৰ ভূঞাক সম্পাদক পাতি শঙ্কৰ সঙ্ঘ প্ৰতিষ্ঠা কৰি কাৰ্য্যকৰি সমিতি গঠন কৰা হয় । ১৯৩৩ চনত প্ৰথম প্ৰাদেশিক সঙ্ঘ গোলাঘাটৰ উকীল গোপীকাবল্লভ গোস্বামীদেৱৰ সভাপতিত্বত নগাঁৱৰ নতুন বজাৰত বহে । সভাত বাংমীবৰ নীলমণি ফুকনদেৱে শঙ্কৰ সঙ্ঘৰ স্থলত শ্ৰীশ্ৰীশঙ্কৰদেৱ সঙ্ঘ নাম হব লাগে বুলি প্ৰস্তাৱ দিয়াত সেই প্ৰস্তাৱ গৃহীত হয় । এই শ্ৰীশ্ৰীশঙ্কৰদেৱ সঙ্ঘই ভূঞাদেৱৰ জীৱন কালতে গোটেই অসমতহে নেলাগে চুবুৰীয়া ৰাজ্যলৈকো প্ৰসাৰিত হৈ মহাতীৰ্থত পৰিণত হোৱা নিজ চকুৰে দেখিবলৈ পাই আনন্দ লাভ কৰিছিল ।

ভূঞাদেৱে বৰকো অধিবেশনৰ বাহিৰেও তাৰ পূৰ্ব্ববৰ্ত্তী ১৯৩০-১৯৩১-১৯৩২ চনত তিনিবছৰ একেৰাহে শ্ৰীশ্ৰীশঙ্কৰদেৱ সঙ্ঘৰ

বাৰ্ষিক অধিবেশনত সভাপতিত্ব কৰিছিল। তেখেত এই অনুষ্ঠানটিৰো প্ৰতিষ্ঠাপক সভাপতি আছিল। তাৰ বাহিৰেও হলধৰ ভূঞাদেৱ ১৯৫৭, ১৯৬২, ১৯৬৫, ১৯৬৬ আৰু ১৯৬৭ চনত নগাঁও জিলা শ্ৰীশ্ৰীশঙ্কৰদেৱ সংঘৰো সভাপতিৰ পদ অলঙ্কৃত কৰিছিল।

১৯৩৫ চনৰ নতুন শাসনতন্ত্ৰ অনুসৰি ১৯৩৭ চনত হোৱা সাধাৰণ নিৰ্ব্বাচনত হলধৰ ভূঞাদেৱ বিনা প্ৰতিদ্বন্দীতাৰে নগাঁও জিলাৰ দক্ষিণ সমষ্টিৰ পৰা অসম বিধান সভালৈ নিৰ্ব্বাচিত হৈছিল। ১৯৩৮ চনৰ ২০ চেপ্টেম্বৰৰ দিনা লোকপ্ৰিয় গোপীনাথ বৰদলৈদেৱৰ নেতৃত্বত সংযুক্ত মন্ত্ৰীসভাই শপত গ্ৰহণ কৰে। ১৯৩৯ চনৰ ১ চেপ্টেম্বৰৰ দিনা ২য় মহাসমৰৰ ডঙ্কা বাজি উঠে। ১৯৪০ চনৰ জুন মাহত ইংৰাজ জাতীয়ে মহাসমৰত লিপ্ত হৈ ভাৰতকো পক্ষ ভুক্ত কৰাত ভাৰতীয়সকলক অপমান কৰাৰ কাৰণে মহাযুদ্ধখনত ধনে জনে সহায় নকৰিবৰ বাবে কংগ্ৰেছে গান্ধীজীৰ নেতৃত্বত ১৯৪০ চনত ব্যক্তিগত সত্যাগ্ৰহ কৰাত নগাঁও জিলাৰ প্ৰথম সত্যাগ্ৰহী হৈ নবেম্বৰ মাহত হলধৰ ভূঞাই ছমাহ কাৰাদণ্ড ভোগ কৰে। ভূঞাদেৱ জেইলত থকা সময়তে তেখেতৰ প্ৰথম ছবছৰীয়া পুত্ৰসন্তান জগদীশ ভূঞাৰ চিকিৎসাৰ অভাৱত চেৰিব্ৰেল মেলেৰীয়াত মৃত্যু হোৱাত তেখেতক চৰকাৰে কেইদিনমানৰ কাৰণে ঘৰলৈ যাবলৈ অনুমতি দিয়াত ভূঞাই সেই আদেশ প্ৰত্যাখ্যান কৰে। সত্যাগ্ৰহ আন্দোলনত হলধৰ ভূঞাই জিলাখনৰ বিভিন্ন ঠাইত কেইবাবাৰো সত্যাগ্ৰহ কৰিছিল।

তেখেতে জেইলৰ পৰা ওলাই অহা সময়ত ২য় মহাসমৰে ভাৰতৰ পিনে তীব্ৰগতিত আগ বাঢ়িছিল। বস্ত্ৰবস্তুৰ দাম উৰ্দ্ধ গতিত। সেই সময়ৰ পৰা ১৯৫০ চনত কংগ্ৰেছ ত্যাগ কৰা পৰ্য্যন্ত ভূঞাদেৱৰ জনপ্ৰিয়তা তুঙ্গত উঠিছিল। ১৯৩০ চনৰ পৰা ১৯৪৭ চনৰ শেষলৈকে ভূঞাদেৱ নগাঁৱৰ গান্ধী আছিল বুলি কলেও বঢ়াই কোৱা নহয়। সত্যাগ্ৰহ আন্দোলনত জেইলৰ পৰা ওলাই আহি পূৰ্ণচন্দ্ৰ শৰ্ম্মা আৰু অন্যান্য স্থানীয় প্ৰখ্যাত কংগ্ৰেছ কৰ্ম্মী সকলৰ সহায়ত গোটেই নগাঁও জিলাৰ খিলঞ্জীয়াসকলৰ মাজত কংগ্ৰেছ অনুষ্ঠানটোৰ সংগঠন ইমান মজবুত কৰি তোলা হৈছিল যে চৰকাৰেও এই সংগঠনৰ কাৰণে চিন্তা কৰিবলগীয়া হৈ পৰিছিল।

১৯৪২ চন। নগাঁও জিলা হলধৰ ভূঞাৰ নেতৃত্বত আগষ্ট মাহৰ পূৰ্ব্বেই আন্দোলনৰ কাৰণে প্ৰস্তুত হৈছে। বাৰপূজীয়া,

কলিয়াবৰ, কামপুৰ, বড়মপুৰ আদি জিলাখনৰ বিভিন্ন ঠাইত শিবিৰ পাতি কংগ্ৰেছ স্বেচ্ছাসেৱকসকলক দেশৰ হকে সৰ্ব্বস্ব ত্যাগ কৰিবলৈ আহ্বান জনোৱা হৈছিল। বাৰপুজীয়াত অসম ভিত্তিৰ শিবিৰত অসমৰ বিভিন্ন জিলাৰ নায়ক, অধিনায়ক সকলৰ শিক্ষাও দিয়া হল। ৯ আগষ্টৰ দিনা 'ভাৰত-ত্যাগ' আন্দোলনৰ খবৰ পোৱাৰ লগে লগেই জিলাখনৰ বিভিন্ন চুকে কোণে সভা-সমিতি, বন্ধ, হৰতাল আদি আৰম্ভ হয়। ১১ আগষ্ট তাৰিখে নগাঁও জিলাত সৰ্ব্বপ্ৰথমে জিলা কংগ্ৰেছৰ সভাপতি হলধৰ ভূঞা আৰু কলিয়াবৰৰ জনপ্ৰিয় নেতা থানুৰাম ভূঞাক গ্ৰেপ্তাৰ কৰাত আন্দোলন চাৰিওফালে সিঁচৰিত হৈ পৰে। গাঁওবোৰত ১৪৪ ধাৰা জাৰি কৰি সভা-সমিতি, শিবিৰ স্বেচ্ছাসেৱকৰ শিবিৰ, খদ্দৰ, গান্ধীটুপী, স্বদেশী সঙ্গীত আদিৰ ওপৰতো নিষেধাজ্ঞাৰ হুকুম হল যদিও সেইবোৰৰ প্ৰকোপ বৃদ্ধিহে পালে। সেই গণ আন্দোলনত নগাঁও জিলা অসমৰ ভিতৰত প্ৰথম হোৱাহে নেলাগে ভাৰত বুৰঞ্জীৰ পাততো অবিস্মৰণীয় অভিলেখ স্থাপন কৰাৰ বিৱৰণ ইয়াত উল্লেখ কৰাতো সম্ভৱপৰ নহয়। নগাঁও জিলাত '৪২ ৰ আন্দোলনত নজন হুহিদ হোৱাৰ উপৰি তিনি হেজাৰৰো অধিক লোকক এমাহৰ পৰা ৩/৪ বছৰ পৰ্য্যন্ত কাৰাদণ্ড বিহা হৈছিল। তাৰো শতগুণ লোকক গাঁৱৰ পৰা ঘৰ ঘেৰাও কৰি থানা-বোৰলৈ নি নানান অত্যাচাৰ কৰি কংগ্ৰেছত পুনৰ যোগদান নকৰাৰ প্ৰতিশ্ৰুতিবদ্ধ কৰি মুকলি কৰি দি ৰাস্তা. ঘাট, ৰেলৰ আলি, দলং আদিত বিনা দৰমহাত ৰাতি ৰাতি পহৰা দিয়াৰ ব্যৱস্থা কৰা হৈছিল। হলধৰ ভূঞাদেৱৰ সেই আন্দোলনত দুবছৰ কাৰাদণ্ড আৰু এহেজাৰ টকা জৰিমনা আৰু অনাদায়ে আৰু ছমাহ কাৰাদণ্ড হয়। জেইলৰ ম্যাদৰ পিচত নিৰাপত্তা বন্দী কৰি তেখেতক এবছৰৰো অধিককাল আবদ্ধ কৰি তেজপুৰ জেইললৈ বদলি কৰা হৈছিল।

গান্ধীজীৰ নীতি আৰু আদৰ্শত হলধৰ ভূঞা আজীৱন অৱিচলিত হৈ আছিল। ১৯৪২ চনত হোৱা ধ্বংসাত্মক কাৰ্য্যবোৰত তেখেতৰ সমৰ্থন নাছিল। গান্ধীবাদ আৰু মহাপুৰুষ দুজনাৰ একশৰণ ভাগৱতী ধৰ্ম্ম ভূঞাদেৱে জীৱনৰ ব্ৰত হিচাপেই গণ্য কৰিছিল। গঠনমূলক কাম আৰু চিন্তা তেখেতৰ প্ৰাণ স্বৰূপ আছিল। মানৱ আৰু অন্যান্য প্ৰাণীৰ সেৱা ভূঞাদেৱে ঈশ্বৰৰ সেৱা বুলিয়েই গণ্য কৰিছিল। ভূঞাদেৱে অতি সৰল-সহজ ভাৱে স্বাৱলম্বী জীৱন যাপন কৰিছিল।

১৯৩৫ ৰ পৰা ১৯৩৭ চনৰ ভিতৰত অসমৰ বিভিন্ন জিলাত কৃষক সভা পাতি কৃষকসকলক সংগঠন কৰা হৈছিল। নগাঁও জিলাতো হলধৰ ভূঞাই বিভিন্ন অঞ্চলত কৃষক সভা পাতি কৃষক আৰু চাহ বাগানৰ বনুৱাসকলৰ মাজতো কংগ্ৰেছৰ বাণী প্ৰচাৰ কৰিছিল। ১৯৩১ চনত যোৰহাটত বহা ৰাজনৈতিক নিৰ্য্যাতিতসকলৰ সভাত ভূঞাদেৱে সভাপতিত্ব কৰিছিল।

'ভাৰত-ত্যাগ' আন্দোলনত দীঘলীয়া কাৰাবাস খটাৰ সময়ত ভূঞাদেৱৰ আৰ্থিক অৱস্থা আকৌ শোচনীয় হৈ পৰাত বিভিন্ন গাঁৱৰ পৰা স্বেচ্ছাসেৱকসকলে ৰচদ পাতি দিহে পৰিয়ালটিৰ ভৰণ পোষণৰ দিহা কৰিছিল। তেখেত জেইলত থকা কালতো তেখেতৰ ঘৰখনত বহবাৰ পুলিছ সোমাই পৰিয়ালটিৰ সৰু সৰু ল'ৰা-ছোৱালীকেইটাৰে সন্ত্ৰাসৰ সৃষ্টি কৰিছিল।

১৯৪৫ চনৰ শেষ ভাগত ভূঞাদেৱ জেইলৰ পৰা ওলাই আহে। প্ৰায় একে সময়তেই অসম প্ৰাদেশিক কংগ্ৰেছৰ সভাপতি তৈয়বুল্লা চাহাবো জেইলৰ পৰা ওলাই আহি বিভিন্ন কাৰণত নগাঁৱতে থাকি অসম প্ৰদেশ কংগ্ৰেছৰ কাৰ্য্যালয় স্থাপন কৰি কপৰ্দক শূণ্য অৱস্থাত প্ৰাদেশিক কাৰ্য্যালয়টোও চলাব লগীয়া হোৱাত প্ৰদেশ কংগ্ৰেছৰ কাৰ্য্যালয়ৰ কাৰণে সভাপতিজনক পুঁজি আৰু সংগঠনৰ কামত সহায় কৰিবলৈ হলধৰ ভূঞাই আপ্ৰাণ চেষ্টা কৰিবলগীয়া হৈছিল।

তাৰ পিচত ১৯৪৬ চনত হলধৰ ভূঞাদেৱে লাহৰিঘাট সমষ্টিৰ পৰা জয়লাভ কৰি অসম বিধান সভাৰ সদস্য হয়। তাৰ কিছুদিনৰ পূৰ্ব্বৰে পৰা ভূঞা নগাঁও জিলাৰ অতিকৈ প্ৰতিপত্তিশীল লোক বুলি পৰিগণিত হয়। সেইটো তেখেতৰ কাৰণে অভিশাপ হোৱাৰ দৰেহে হ'ল। কিয়নো সেই সময়চোৱাৰ ভিতৰতে নগাঁও জিলাত তেখেতৰ প্ৰতাপী শত্ৰুবো আবিৰ্ভাৱ হৈ ভূঞাদেৱৰ দুৰ্ণাম ৰথনাত তেওঁলোক শতমুখ হৈ পৰে। এনেতে লোকপ্ৰিয় গোপীনাথ বৰদলৈ ডাঙৰীয়া অসমৰ প্ৰধানমন্ত্ৰী (মুখ্যমন্ত্ৰী) হৈ অসমৰ অস্তিত্ব ৰক্ষা আৰু অসম পুনৰ গঠনৰ কাৰণে যি আপ্ৰাণ চেষ্টা কৰিছিল তাৰ সহযোগী হৈ ভূঞাদেৱেও পাৰ্য্যমানে অবিহণা যোগান ধৰিছিল। স্বাধীন ভাৰতৰ স্বাধীন অসমৰ প্ৰথম মন্ত্ৰীসভাখনত হলধৰ ভূঞাকো মন্ত্ৰী হবৰ কাৰণে বৰদলৈ ডাঙৰীয়াই অনুৰোধ কৰাত গান্ধীবাদী-

গঠনমূলক দৃষ্টিত ৰত থকা ভূঞাদেৱে নিজে মন্ত্ৰীসভাত নোসোমাই উদাৰ ভাৱেৰে বহু কথাত মতবিৰোধ হলেও নগাঁৱৰ বুদ্ধিমন্ত ব্যক্তি মতিৰাম বৰাকহে জিলাখনৰ পৰা মন্ত্ৰীপদত লবৰ কাৰণে ৰবদলৈক অনুৰোধ জনায়। এয়ে ভূঞাদেৱৰ মহানুভৱতাৰ নিদৰ্শন। মতিৰাম বৰাই ১৯৩৭ চনৰ নিৰ্ব্বাচনত কংগ্ৰেছ ত্যাগ কৰি তৰুণৰাম ফুকন আৰু ৰোহিনী কুমাৰ চৌধুৰী আদিৰ লগত মিলিত জনসংঘত যোগদান কৰি নিৰ্ব্বাচনত নামি হলধৰ ভূঞাৰ হাতত অতি বেয়াকৈ হাৰিছিল।

শ্ৰীমন্ত শঙ্কৰ মিচন হলধৰ ভূঞাদেৱৰ জীৱনৰ স্মৰণীয়া কীৰ্ত্তি। ১৯৪৮ চনত শুৱালকুচিত বহা অসম শ্ৰীশ্ৰীশঙ্কৰদেৱ সংঘৰ বাৰ্ষিক অধিবেশন আৰু পাচশ বছৰীয়া জন্মোৎসৱত সৰ্ব্বসন্মতি ক্ৰমে গৃহীত হোৱা এটা প্ৰস্তাৱৰ জৰিয়তে মহাপুৰুষ দুজনাৰ বাণী আৰু কৰ্ম্মৰ আদৰ্শত বৈজ্ঞানিক পদ্ধতিৰে অসমত নতুনকৈ শ্ৰেণীহীন আৰু বৰ্ণহীন সমাজ সংগঠন কৰাৰ উপৰি সেৱাৰ মনোভাৱেৰে পৰ্ব্বত ভৈয়ামৰ সম্প্ৰীতি আৰু শঙ্কৰী কৃষ্টি, সংস্কৃতি আৰু সাহিত্যৰ উন্নতি সাধনৰ ওপৰত গুৰুত্ব আৰোপ কৰা হৈছিল। সেই মহান আদৰ্শ সন্মুখত ৰাখি হলধৰ ভূঞাদেৱে ১৯৫০ চনৰ ৩০ মাৰ্চ্চ তাৰিখে নগাঁৱৰ শ্ৰীমন্ত শঙ্কৰদেৱৰ ঐশ্বৰিক আশীৰ্ব্বাদ আৰু পদৰেণুৰ প্ৰতিধ্বনি শিৰতলৈ আৰু মহামানৱ মহাত্মাগান্ধীৰ জনসেৱাৰ অনুপ্ৰেৰণাত শ্ৰীমন্ত শঙ্কৰ মিচনৰ কাম আৰম্ভ কৰে। একমাত্ৰ সাহস আৰু আত্মবিশ্বাসকে সম্বল স্বৰূপে লৈ সমাজৰ দুৰাৰোগ্য অন্ধ, যক্ষ্মা আৰু কুষ্ঠৰোগীসকলৰ সেৱাৰ বাবেই ভূঞাদেৱে ৰামকৃষ্ণ মিছন আৰু খৃষ্টিয়ান মিছনেৰীসকলৰ আহিৰে শ্ৰীমন্ত শঙ্কৰ মিচন প্ৰতিষ্ঠা কৰিছিল। সেই ক্ষুদ্ৰ অনুষ্ঠানটিয়েই তেখেতৰ জীৱিত কালতে এজোপা মহৎ বৃক্ষলৈ ৰূপান্তৰিত হৈ পূৱ ভাৰতৰ সকলো কেইখন ৰাজ্যলৈ বিয়পি পৰি জাতি, ধৰ্ম্ম, বৰ্ণ নিৰ্ব্বিশেষে সকলোলৈকে মহান সেৱা আগবঢ়াই তেখেতৰ ঈপ্সিত ফল লাভ কৰা দেখিবলৈ পোৱাতো কম ভাগ্যৰ কথা নহয়। পিচত অনাথ আশ্ৰম, মাতৃ মঙ্গল কেন্দ্ৰ, শিশুকল্যাণ কেন্দ্ৰ আদিও মিচনৰ সেৱাৰ লগতে অন্তৰ্ভুক্ত কৰি সাধাৰণ ৰোগীসকলৰো চিকিৎসাৰ ব্যৱস্থা হাতত লোৱা হয়। ইয়াৰ উপৰি বানপানী, ভুমিকম্প আদি প্ৰাকৃতিক দুৰ্যোগৰ কালতো শ্ৰীমন্ত শঙ্কৰ মিচনে দুৰ্গতসকলৰ প্ৰতি অকৃত্ৰিম সেৱা আগবঢ়াই

মানৱতাৰ প্ৰতীক ৰূপে স্থান লাভ কৰিছে। হলধৰ ভূঞাদেৱে এই অনুষ্ঠানটি নিজৰ প্ৰাণতকৈয়ো ভাল পাই অহোৰাত্ৰ মিচনৰ উন্নতিৰ কথা চিন্তা কৰিছিল আৰু মিচনত অন্তৰ্ভুক্ত হৈ চিকিৎসা লাভ কৰা ৰোগীসকলৰ খাদ্য, ঔষধ পাতি আদিৰ কাৰণে নিজৰ পৰাও দিনে পইচা খৰচ কৰি তেওঁলোকক পৰিয়ালৰ সতি-সন্ততি বুলি মৰম চেনেহ কৰাত ৰোগী আৰু ইয়াৰ লগত যুক্ত কৰ্ম্মী সকলে ভূঞাদেৱক পিতৃবৎ জ্ঞান কৰিছিল।

শঙ্কৰ মিচনৰ কামৰ অগ্ৰগতিৰ ক্ষেত্ৰত ডাঃ ললিত কুমাৰ বৰুৱা, ডাঃ প্ৰেম প্ৰকাশ গুপ্ত, ডাঃ হংসধৰ নাথ, আদিৰ ত্যাগো অতিকৈ উল্লেখনীয়। শ্ৰীমন্ত শঙ্কৰ মিচনৰ উন্নতিৰ ক্ষেত্ৰত হলধৰ ভূঞাৰ অপৰিসীম চিন্তা, চেষ্টা আৰু কৰ্ম্মপ্ৰেৰণাৰ লগত অসমৰ ভূতপূৰ্ব্ব মুখ্যমন্ত্ৰী লোকপ্ৰিয় গোপীনাথ বৰদলৈ, বিষ্ণুৰাম মেধী, বিমলা প্ৰসাদ চলিহা, মহেন্দ্ৰ মোহন চৌধুৰীৰ চৰকাৰী আৰু বেচৰকাৰী সাহায্য, মহীচন্দ্ৰ বৰা, গহন চন্দ্ৰ গোস্বামী, শ্ৰীবিজয় চন্দ্ৰ ভাগৱতী, শ্ৰীলীলাধৰ কটকী আদিৰ সহায়-সহানুভূতি আদিয়েও অনুষ্ঠানটিৰ প্ৰাণ প্ৰতিষ্ঠাৰ ক্ষেত্ৰত বিশেষ অৱদান আগবঢ়াইছিল। ভূঞাদেৱৰ মৃত্যুৰ পিচত মিচনে আদৰ্শনীয় উন্নতি লাভ কৰিব নোৱাৰাতো দুৰ্ভাগ্যৰ বিষয়। ইয়াৰ মুখ্য কাৰণ হ'ল উপযুক্ত কৰ্ম্মী আৰু পুঁজিৰ অভাৱ। ভূঞাদেৱৰ দৰে দিনে ৰাতিয়ে জীৱনৰ শেষ নিশ্বাস পেলোৱা পৰ্য্যন্ত একমাত্ৰ শ্ৰীমন্ত শঙ্কৰ মিচনৰ চিন্তাতেই কালাতিপাত কৰা লোক দেশৰ ভিতৰত অতি বিৰল। তেখেতে ৰোগশয্যাত পৰিও মিচনৰ নতুন নতুন আঁচনিৰ নতুন নতুন স্বপ্ন দেখিছিল।

স্বাধীনতা আন্দোলনৰ কষতি শালত গঢ়ি উঠা ভূঞাদেৱে বিদেশী শাসন অতিকৈ ঘিণ কৰিছিল যদিও কিছুমান উচ্চ পদস্থ ভাৰতীয় সেৱা-বিষয়াৰ ভাল গুণ বৰকৈ শলাগিছিল। হলধৰ ভূঞাই স্বাধীনতা আন্দোলনত অংশ গ্ৰহণ কৰা মুক্তি যুঁজাৰু সকলৰ উপৰি দুখী-দৰিদ্ৰসকলৰ সেৱাত সদায় নিজকে নিযুক্তি কৰি তেওঁলোকৰ প্ৰতি সৎ পৰামৰ্শ আগবঢ়োৱাৰ উপৰি আৰ্থিক সাহায্যও কৰিছিল।

হলধৰ ভূঞা এজন সাহিত্যিক আৰু সাংবাদিকো আছিল। তেখেতৰ সভাপতিত্বত সম্পন্ন হোৱা শ্ৰীমন্ত শঙ্কৰ সংঘৰ বাৰ্ষিক অধিবেশন কেইখনৰ নিজে লিখা সভাপতিৰ অভিভাষণ, ১৯৪৭-৪৮-৪৯

চনৰ অসম সংসদী দলৰ সম্পাদকৰ প্ৰতিবেদন আৰু অন্যান্য ভাষণবোৰে ভূঞাদেৱৰ সাহিত্যিক জ্ঞানৰ পৰিচয় দিয়ে। তাৰ উপৰি ভূঞাদেৱে ১৯১৮ চনৰ পৰাই আনন্দ বজাৰ পত্ৰিকা, বসুমতী আৰু অন্যান্য কলিকতীয়া কাকতৰ এজেণ্ট হৈ সেইবোৰ বিতৰণ কৰি জ্ঞান-বিজ্ঞান আৰু দেশ-বিদেশৰ বা-বাতৰি সমাজত প্ৰচাৰ কৰাত ব্ৰতী হৈছিল। ১৯৩০ চনৰ পৰা মৃত্যুপৰ্য্যন্ত সকলোবোৰ অসমীয়া বাতৰি কাকতবো এজেন্সি লৈ নগাঁও জিলাত শিক্ষাৰ প্ৰসাৰ ঘটাইছিল। তেখেত আছিল অসম পশু চিকিৎসালয় মহাবিদ্যালয় পৰিচালনা সমিতিৰ প্ৰথম সভাপতি। এই পশু চিকিৎসাৰ মহাবিদ্যালয়খন (Veternery College) প্ৰথমে নগাঁও চহৰতে থকা শ্ৰীশ্ৰীশঙ্কৰদেৱৰ মন্দিৰৰ কাষতে আৰম্ভ হৈছিল। পিচতহে এইখন নগাঁৱৰ পৰা গুৱাহাটীলৈ উঠি যায়। মৃত্যুৰ দুবছৰমানৰ আগতেও কাকত বিতৰণ কৰা হকাৰৰ অসুবিধাত তেখেতে নিজেই 'অসম ট্ৰিবিউন,' 'নতুন অসমীয়া' আদি কাকতবোৰ নগাঁও কাছাৰিত বিক্ৰী কৰাৰ দৃশ্য আজিও বহুতেই পাহৰিব পৰা নাই। শ্ৰমৰ প্ৰতি মূল্য আৰু শ্ৰম কৰিবৰ কাৰণে প্ৰাক্তন এম, এল, এ আৰু অসমৰ এজন বিশিষ্ট নেতা আৰু সমাজ সেৱক হৈয়ো সেই কাম কৰি আদৰ্শ ভাঙি ধৰা কম কথা নহয়।

এম, এল, এ হৈ থকা কালত হলধৰ ভূঞাই নিজৰ সমষ্টিৰ কথা নকৈ বহল হৃদয়েৰে বৃহত্তৰ অসমৰ পৰ্ব্বত-ভৈয়ামৰ সকলো শ্ৰেণীৰ উন্নতিৰ কথাহে কোৱাত সেই সময়ৰ মন্ত্ৰী আৰু সকলো দল উপদলৰ বিধান সভাৰ সদস্যসকলে ভূঞাদেৱক শ্ৰদ্ধা কৰিছিল। অসম বিধান সভাত ভূঞাদেৱৰ গঠনমূলক কথাবোৰৰ প্ৰতি সকলোৱে মন দি শুনি তেখেতৰ যুক্তিবোৰ সমৰ্থন কৰিছিল।

ভূঞাদেৱৰ অলপ কথাতেই খং উঠিছিল। কিন্তু সেই খং আছিল ক্ষন্তেকীয়া। নতুন মানুহ এজন তেখেতৰ ওচৰলৈ গৈ স্বাৰ্থৰ কথা কলে মানুহজনৰ অভিপ্ৰায় নুবুজি তেখেতে প্ৰথমতে খং কৰিছিল। কিন্তু সেই মানুহজনে একেটা কথাৰেই যেতিয়া ঘনাই ঘনাই গৈ অনুৰোধ কৰিছিল তেতিয়া ভূঞাদেৱ তেওঁৰ প্ৰতি সদয় হৈ পাৰ্য্যমানে সহায় কৰিছিল। এনেবোৰ লোকৰ বহুতেই ভূঞাদেৱৰ বিপদৰ কাৰণো হৈ পৰিছিল। খং উঠাৰ নিচেই কম সময়ৰ পিচতে পূৰ্ব্বৰ সকলো কথা পাহৰি মানুহজনক বুকুৰ মাজত সুমুৱাই লব পাৰিছিল।

হলধৰ ভূঞাদেৱে ৰৰদোৱাত মহাপুৰুষীয়া কৃষ্টি-সংস্কৃতিৰ বাহক ৰূপে সৰ্ব্বভাৰতীয় খ্যাতিৰে শ্ৰীমন্ত শঙ্কৰদেৱৰ নামৰ এখন বিশ্ব-বিদ্যালয়ো প্ৰতিষ্ঠা কৰিবৰ কাৰণে চিন্তা কৰিছিল। সেই উদ্দেশ্যে বিভিন্ন ৰাজ্যৰ কৃষ্টি বিশাৰদ সকলকো নিমন্ত্ৰণ কৰি আনি পৰামৰ্শ আদি লবৰ বাবে চিন্তা-চৰ্চ্চা কৰিছিল যদিও তেখেতৰ বয়স আৰু অসুস্থতাৰ হেঁচাই সেই কাযত আগবাঢ়িবলৈ সুবিধা নিদিলে। শ্ৰীমন্ত শঙ্কৰ গুৰুৰ প্ৰতি ভূঞাদেৱৰ অচলা ভক্তিৰ কথা শ্ৰীমন্ত শঙ্কৰ সংঘ, শ্ৰীমন্ত শঙ্কৰ মিচন, শ্ৰীমন্ত শঙ্কৰদেৱ বিশ্ববিদ্যালয় আদি নামেই প্ৰমাণ দিয়ে।

নগাঁও কলেজ, গুৱাহাটী বিশ্ববিদ্যালয়, ডিব্ৰুগড়ৰ অসম মেডিকেল কলেজ আদি অসমৰ শিক্ষা প্ৰতিষ্ঠানবোৰ নিৰ্ম্মাণৰ ক্ষেত্ৰতো ভূঞাদেৱৰ অৱদান উল্লেখনীয়। তেখেত বহুদিন ধৰি গুৱাহাটী বিশ্ববিদ্যালয়ৰ কোৰ্টৰ সদস্যও আছিল। ১৯৫৯ চনত নগাঁও নগৰত প্ৰতিষ্ঠা হোৱা আনন্দৰাম ঢেকীয়াল ফুকন কলেজৰ হলধৰ ভূঞা প্ৰতিষ্ঠাপক সভাপতি আছিল। ১৯৪৭ চনৰ পৰা আৰম্ভ হোৱা 'স্বাধীনতা দিবস কাপ ফুটবল প্ৰতিযোগিতা' খেলখনৰো কেইবা বছৰ ধৰি সভাপতি আছিল। নগাঁও চহৰৰ ছহীদ ভৱনটো নিৰ্ম্মাণৰ কাৰণেও অশেষ চেষ্টা কৰিছিল।

১৯২১ চনৰ পৰা গান্ধীজীৰ আহ্বানত আৰু ভূঞাদেৱৰ আদেশ অনুৰোধত যিসকল মুক্তি যুঁজাৰুৱে জীৱনৰ সৰ্ব্বস্ব ত্যাগ কৰি বিশেষকৈ নগাঁও জিলাৰ সন্মান ভাৰত-বুৰঞ্জীৰ পাতত জিলিকাই তুলিছিল সেইসকল কৰ্ম্মীক বৃদ্ধ বয়সত চৰকাৰৰ আৰ্থিক সাহায্য পেঞ্চন দিয়াবৰ কাৰণে নৈতিক দায়িত্ব মূৰ পাতি লৈ খপ-জপাই, দপ্‌দপাই ফুৰি ১৯৫৫ চনত গড়মূৰীয়া সত্ৰাধিকাৰ শ্ৰীশ্ৰীপীতা-ম্বৰ দেৱ গোস্বামী প্ৰভুৰ লগ হৈ অসমৰ কৰ্ম্মীসকলৰ সহযোগত 'সদৌ অসম ৰাজনৈতিক নিৰ্য্যাতিত কৰ্ম্মী সংঘ (১৯৭২ চনত অসম ৰাজ্যিক মুক্তি যুঁজাৰু সম্মিলন নামলৈ পৰিবৰ্ত্তন কৰা হয়) স্থাপন কৰি তেতিয়াই অসমৰ বচা বচা মুক্তি যুজাৰুসকলক পেঞ্চন দিয়াৰ ব্যৱস্থা কৰে। এইটো উল্লেখযোগ্য যে তেতিয়ালৈকে মুক্তি যুঁজাৰুসকলক আৰ্থিক সাহায্য দিবৰ কাৰণে ভাৰতৰ কোনো ৰাজ্য-তেই চিন্তা কৰা হোৱা নাছিল। অসমতহে সেই প্ৰক্ৰিয়াটো সৰ্ব্ব-প্ৰথমে আৰম্ভ কৰা হৈছিল। ভূঞা আৰম্ভণিৰে পৰা মৃত্যুৰ সময়লৈকে

নগাঁও জিলা মুক্তি যুঁজাৰু সন্মিলনৰ সভাপতি আছিল। শ্ৰীবেণুধৰ কলিতাই সম্পাদকৰ ভাৰ লৈ সকলো সময়তে সহায় কৰিছিল।

ভূঞাদেৱে ১৯২৮-২৯ চনৰ পৰাই নগাঁও চহৰৰ কলঙৰ পাৰত প্ৰতি বছৰে মাঘবিহু পতাৰ ঠাই ভোখৰতেই মাঘ বিহু পাতি অসমৰ ঐতিহ্য বিহু সংস্কৃতি চহৰৰ মাজ-মজিয়ালৈ আনি সমূহীয়া ভাৱে মেজি পুৰি, পিঠা-পনা খাই বিহু পাতিবৰ কাৰণে আদৰ্শ ভাঙি ধৰিছিল। এইটো উল্লেখনীয় যে সেই সময়ত বিহু পতাটো অসভ্য আৰু অশিক্ষিতৰহে কাম বুলি গণ্য কৰা হৈছিল। আনকি গাঁও-বোৰতো তেনে ভাবে শিপোৱাত বিহু সংস্কৃতিয়ে গাঁৱলীয়া বুঢ়া-বুঢ়ীসকলৰ মাজতো একে ক্ৰিয়াই কৰাতো পৰিলক্ষিত হৈছিল।

হলধৰ ভূঞাদেৱে নতুন পুৰণি, সৰু-বৰ সকলোবোৰ অসমৰ মহাপুৰুষীয়া সত্ৰ নতুনকৈ সজাই পৰাই তুলি সকলোৰে সহযোগত সংস্কাৰ কৰিবৰ কাৰণেও চেষ্টা কৰি সত্ৰাধিকাৰসকলক নিমন্ত্ৰণ কৰি আলোচনা কৰিছিল যদিও সেই কাৰ্য্যত কৃতকাৰ্যতা লাভ কৰিব নোৱাৰিলে।

ভূঞা এজন আজন্ম গঠনমূলক সংগ্ৰামী পুৰুষ আছিল আৰু সেই সংগ্ৰাম তেখেতে সদায় জনমুখী কৰি ৰাখিছিল। হলধৰ ভূঞাৰ সাধুতা আৰু সৰলতাই তেখেতে হাতত লোৱা জনকল্যাণমূলক কাম-বোৰ সু-সম্পন্ন কৰোতে সকলোবোৰ হেঙাৰ ভাঙি উজ্জ্বলতৰ কৰি তুলিছিল। ক'ৰবাত কেতিয়াবা ভুল কৰিলেও কোনোবাই আঙুলিয়াই দিলে উদাৰ মনেৰে ভুলবোৰ শুধৰাই লব পৰাতো ভূঞাদেৱৰ এটা ডাঙৰ গুণ আছিল। তেখেতে নিজৰ ভুলক ভুল বুলি কবলৈ কেতিয়াও কুণ্ঠাবোধ নকৰিছিল। সেই বাবেই ভূঞাদেৱ ১৯২১ চনৰ পৰা ১৯৫০ চনলৈকে নগাঁও জিলাৰ অবিসম্বাদী নেতা ৰূপে পৰিগণিত হৈ জিলাখনৰ সকলোবোৰ ৰাজনৈতিক, সামাজিক আৰু সাংস্কৃতিক অনুষ্ঠানৰ গুৰি ধৰিছিল। স্বাধীনতা আন্দোলনৰ কালচোৱাত ভাৰত মাতা, গান্ধীজী আৰু হলধৰ ভূঞাৰ জয়ধ্বনি দি সভাই-সমিতিয়ে ভূঞাদেৱৰ গুণ গান কৰিছিল।

ভূঞাদেৱে ১৯৪৮ চনত 'কিচাৰি কোম্পানী' নামৰ এটা প্ৰাইভেট কোম্পানী স্থাপন কৰি মাছ ব্যৱসায়তো হাত দি মাছৰ ব্যৱসায় কৰাতো যে বেয়া কথা নহয় বা একমাত্ৰ কৈবৰ্ত্ত সম্প্ৰদায়ৰহে কাম নহয় তাৰ নিদৰ্শন ভাঙি ধৰি স্বাৱলম্বী হবৰ বাবে মাছ পুহি

আৰু ব্যৱসায় কৰি অসমীয়া উচ্চ জাতি বুলি মাছ ব্যৱসায়ত লিপ্ত কৰা লোকসকললৈকো আদর্শ ভাঙি ধৰিছিল। তেখেতে যি কোনো কাম নিজ হাতেৰে কৰিহে আনক কৰিবলৈ উপদেশ দিছিল।

ভূঞাদেৱ অসমৰ ভিতৰতে এজন বনৌষধি বিশাৰদ আছিল। তেখেতে ঔষধৰ গছবোৰ নিজ বাৰিতে কই তাৰ পৰা হেজাৰ হেজাৰ ৰোগীক নিজ হাতে বিনা পইচাত ঔষধ দি আনকি সেই গছবোৰৰ গুণাগুণ ব্যাখ্যা কৰি বেমাৰীক সেই গছবোৰৰ গুটি বা পুলি দি তেওঁ-লোকৰ নিজৰ বাৰিত গজাই বা কই আপডাল কৰি আনকো উপকৃত কৰিবৰ কাৰণে উপদেশ দিছিল। ভূঞাদেৱৰ ওপৰত মানুহৰ এনে আস্থা হৈছিল যে ৰোগী তেখেতৰ ওচৰলৈ আহিলেই যেন ৰোগৰ উপশম হৈছিল। ভূঞাদেৱৰ ঔষধ ব্যৱহাৰ কৰি আৰু পৰামর্শ শুনি হেজাৰ হেজাৰ ৰোগী উপকৃত হৈছিল। তেখেতৰ জনপ্রিয়তাৰ সিও এটা প্রধান কাৰণ হৈ পৰিছিল। ভূঞাদেৱৰ বনৌষধি সম্প-ৰ্কীয় কেইবাখনো পুথি অপ্রকাশিত অৱস্থাত আছে। সেইবোৰ পোহ-ৰলৈ আহিলে যে অসমীয়া ৰাইজৰ এটা মহৎ উপকাৰ হব তাত অলপো সন্দেহ নাই।

ভূঞা নিজৰ ঘৰতকৈও ৰাজহুৱা জীৱনৰ হিচাপ পাতিবোৰ ৰখাত পৰিপাতি আছিল কাৰণে তেখেতক শত্রুৱেও কোনো অনুষ্ঠানৰ লেনদেনত নিকা নাছিল বুলি প্রমাণ কৰিবলৈ কোনোদিনেই সুবিধাকে কৰিব নোৱাৰিছিল।

ভূঞাদেৱক মানুহে দেখিলেই প্রথম অৱস্থাতেই শ্রদ্ধা জন্মি-ছিল। বৰ বগা নহলেও দেখাত শুৱনি আছিল। বৰ ওখ পাখ নহলেও নিটোল গা-গাৰিৰে নিপোতল আছিল। প্রথম দৃষ্টিতে তেখে-তক দীঘল বগা চুলি কোচাৰে দীঘল দাৰি নেকাকিলেও ঋষি ঋষি যেন লাগিছিল। বগা খদ্দৰৰ ধুতি আৰু পাঞ্জাবীৰে গলধনৰ পৰা দুয়োখন কান্ধত ওলমি থকা খদ্দৰৰ চাদৰখনেৰে সভা শুৱনি কৰি তুলিছিল। এমোকোৰা হাঁহিৰেই সকলোকে আপোন কৰি লব পাৰিছিল।

হলধৰ ভূঞা এজন অতিথি পৰায়ণ লোক আছিল। স্বাধী-নতা আন্দোলনৰ সময়ত তেখেতৰ ঘৰখন কংগ্রেছ স্বেচ্ছাসেৱকসকলৰ ঘৰ হোৱাৰ উপৰি স্বাধীনতা লাভৰ পিচতো একে অৱস্থাই বৰ্ত্তি আছিল। অসমৰ প্রখ্যাত নেতাসকলৰ উপৰি সর্বভাৰতীয় নেতা

আচাৰ্য্য জে, বি, কৃপালনী, ৰাম মনোহৰ লোহিয়া আদিয়ে ভূঞা-দেৱৰ অতিথি হৈ তেখেতে নিজে তৈয়াৰ কৰা অসমীয়া খাদ্য খাই পৰম তৃপ্তি লাভ কৰিছিল।

খি কোনো বিপদৰ কালতে মুখ ওন্দোলাই নেথাকি বিকশিত কমলৰ দৰে সদায় উজ্জল আৰু প্ৰফুল্ল মনেৰে দৃঢ়তা আৰু ভবিষ্যতৰ কথা চিন্তা কৰি কাল যাপন কৰিছিল। তেখেতে হীনমন্যতাক সদায় ঘিণ কৰিছিল আৰু অসমীয়া মানুহ যে ভাৰতৰ অন্য কোনো ৰাজ্যৰ লোকতকৈ হীন নহয় তাকে তেখেতৰ জীৱন কালত সভাই সমিতি বা আন কথা প্ৰসঙ্গতো সকিয়াই আছিল। একমাত্ৰ ক্ষমতাৰ জৰিয়তেহে যে দেশ সেৱা কৰিব পাৰি তাৰ সাৰশূণ্যতা তেখেতৰ জীৱনত প্ৰমাণ কৰি দেখুৱাইছিল। ভূঞাদেৱৰ গতিশীল মনটোৱে সময়ৰ শৰ মাৰি মানৱ পূজাৰীৰূপে দূৰ ভবিষ্যতক আকোৱালি লৈ সুচিন্তিত পৰিণত চিন্তাৰে কামবোৰ কৰাত সেইবোৰে প্ৰাণ লাভ কৰি ৰাইজৰ উপকাৰ সাধন কৰিছিল। সেয়েহে তেখেতৰ মৃত্যুৰ দুটা যুগৰ পিচতো লাখ লাখ ৰাইজৰ মাজত হলধৰ ভূঞা আজিও মচিব নোৱাৰা অনুষ্ঠান ৰূপেই জিলিকি আছে।

ভূঞাদেৱ বিদগ্ধ পণ্ডিতো নাছিল। অন্যান্য বহুতো ৰাজনৈতিক নেতাৰ দৰে তেখেতৰ বিচক্ষণতাও নাছিল। কিন্তু তেখেতৰ সকলোতকৈ এটা ডাঙৰ গুণ আছিল—সেইটো হ'ল মানৱ প্ৰেম আৰু সহৃদয়তা। সেয়েহে তেখেত সকলোৰে আদৰৰ ধন হৈ অতি নিঃকিন অৱস্থাৰ পৰাই উন্নতি কৰি সৰ্ব্বভাৰতীয় সমাজসেৱীৰ স্থানলৈ উঠি নিজেই এটা মহৎ প্ৰতিষ্ঠান ৰূপে থিয় দিব পাৰিছিল। আত্মবিশ্বাস, সততা, উদাৰতা আদি গুণবোৰ আছিল ভূঞাদেৱৰ জীৱনৰ লাইখুটা। শ্ৰীমন্ত শঙ্কৰদেৱ আৰু গান্ধীজী আছিল তেখেতৰ গুৰু।

হলধৰ ভূঞাই অসমীয়া জাতিটোক মনে প্ৰাণে ভাল পাইছিল কাৰণে তেখেতে সদায় নিষ্কৰ্ম্মা অসমীয়া মানুহক বৃথা, লাজ মান, গৰ্ব, অহঙ্কাৰ আদি ত্যাগ কৰি কৰ্ম্মশীল হবৰ কাৰণে উপদেশ দিছিল। তেখেত নিৰ্ভীক আছিল। ১৯৪৭ চনৰ পৰা ১৯৫০ চনলৈকে ভূঞাদেৱ অসম বিধান সভাৰ কংগ্ৰেছ বিধায়িনী দলৰ সম্পাদকৰ পদত থাকি দুই এটা ভুল কৰাৰ কাৰণে আনকি তেতিয়াৰ মুখ্যমন্ত্ৰী লোকপ্ৰিয় বৰদলৈ ডাঙৰীয়াকো পদত্যাগ কৰিবলৈ হুমকি দিছিল। সেই সময়ত অসমৰ ৰাজনৈতিক অৱস্থা ধূঁৱলি

কুঁৱলি। অসমক পূৰ্ব্ব বঙ্গৰ লগত সাঙুৰি পূব পাকিস্থানৰ অন্তৰ্ভুক্ত কৰিবলৈ মুছলিম লীগৰ আপ্ৰাণ চেষ্টা। লাখ লাখ মুছলমান লোকক ষড়যন্ত্ৰ কৰি অসমলৈ স্থায়ীভাৱে বসতি কৰিবলৈ পঠাই দি তেওঁলোকে অসমীয়াসকলৰ লগত ঠায়ে ঠায়ে সংঘৰ্ষত লিপ্ত হবলৈকো কুণ্ঠা বোধ কৰা নাছিল। পাকিস্তানৰ ৰঙীন আশা বুকুত বান্ধিলৈ মৌলানা ভাচানী নামৰ এজন সৰ্ব্বভাৰতীয় বঙালী মুছলমান নেতা অসমলৈ আহি দিহা পৰামৰ্শ দি মুছলমান সকলক উত্তেজিত কৰি তুলিছিল। সেই সময়ত অসমীয়া জাতিটোক সেই বিপদৰ পৰা উদ্ধাৰ কৰিবৰ কাৰণে হলধৰ ভূঞাদেৱে বিধান সভাৰ মজিয়াত কংগ্ৰেছ দলৰ সম্পাদক হিচাবে যি কেইখন প্ৰতি-বেদন দাখিল কৰিছিল তাতে অসমৰ সম্যক প্ৰতিছবি ফুটি উঠিছে আৰু তাৰ প্ৰতিকাৰৰ উপায়ো লিপিবদ্ধ কৰা হৈছিল।

হলধৰ ভূঞা নগাঁও জিলা কংগ্ৰেছৰ সভাপতি হৈ থকা শেষৰ কালচোৱাত নগাঁৱৰ কেইবাটাও সংৰক্ষিত বনাঞ্চল পূব পাকিস্তানৰ পৰা অহা হিন্দু ভগনীয়াসকলৰ মাজত বিতৰণ কৰিবৰ কাৰণে দিল্লীৰ পৰা হুকুম দিয়া হৈছিল। সেই অনুক্ৰমে লঙ্কেশ্বৰী গ্ৰাণ্টকে আদি কৰি কেইবাখনো ঠাইত হেজাৰ হেজাৰ ভগনীয়া হিন্দু পৰি-য়ালক বহুওৱা সত্বেও কেন্দ্ৰীয় চৰকাৰ সন্তুষ্ট নলৈ কাকী, অকচেক আদি আন কিছুমান বন বিভাগৰ সংৰক্ষিত মাটিও তেওঁলোকৰ মাজত বিতৰণৰ বৃহৎ পৰিকল্পনা চলিছিল। লোকপ্ৰিয় বৰদলৈ ডাঙৰীয়াই তাৰ বিৰোধীতা কৰি পণ্ডিত জৱাহৰলাল নেহেৰু, বল্লভ ভাই পেটেল আদি নেতাসকলৈ অসমীয়া মানুহকে বিতৰণৰ কাৰণে মাটি অকুলন বুলি লিখা লিখি কৰাত তেখেতো কেন্দ্ৰীয় মন্ত্ৰী মণ্ডলীৰ বিৰাগ ভাজন হবলগীয়া হৈছিল। সেই সময়তে নগাঁও জিলা কংগ্ৰেছে প্ৰস্তাৱলৈ কাকী ৰিজাৰ্ভটো মাটিহীন বানপানী প্ৰপীড়িত, অনুসুচিত জাতি আৰু জনজাতি আৰু ৰাজনৈতিক নিৰ্য্যাতিত কৰ্ম্মীসকলৰ মাজত বিতৰণ কৰি সংস্থাপন কৰিবলৈ টানি অনুৰোধ কৰাত কাকী ৰিজাৰ্ভত দুহেজাৰ ঘৰ মানুহক মাটি দিয়াৰ দিহা কৰা হয়। কাকী ৰিজাৰ্ভত বিতৰণ কৰা মাটি চৰকাৰে বৰ বৰ গছৰ বিৰাট হাবি চাফা কৰি ট্ৰেক্টৰেৰে সমান কৰিহে পট্টনধাৰীসকলৰ প্ৰিমিয়াম লৈ বিতৰণ কৰা হৈছিল। সেয়ে নহলে সেই বিৰাট ৰিজাৰ্ভটোও অনা অসমীয়া লোকসকলকহে দিয়া হ'ল-

হেতেন। অকচেক পথাৰতো অসমীয়া মানুহক মাটি দিয়া হৈছিল যদিও বিদেশী লোকৰ অত্যাচাৰত থাকিব নোৱাৰি মাটি বিক্ৰী কৰি তেওঁলোক নিজ নিজ গাঁৱলৈ পুনৰ ঘূৰি আহে। অসমীয়া মানুহৰ মাজত মাটি বিতৰণৰ কাৰণে বৰদলৈ মন্ত্ৰীসভাত গৃহীত হোৱা সেই দুটা বিজাৰ্ভৰ মাটি বিষ্ণুৰাম মেধীৰ মুখ্যমন্ত্ৰীত্বৰ কালত কাৰ্য্যত পৰিণত কৰা হৈছিল।

স্বাধীনতা লাভৰ কিছুদিন আগে পিছে ভূঞাদেৱৰ জনপ্ৰিয়তা অতি বৃদ্ধি পাইছিল বুলি পূৰ্ব্বতেই উনুকিওৱা হৈছিল। তেতিয়া হলধৰ ভূঞাকেহে নগাঁৱা মানুহে ৰবচাহাব বুলিহে গণ্য কৰিছিল। সেই চেলু লৈয়েই ভূঞাদেৱৰ প্ৰবল ধুৰন্ধৰ শত্ৰুসকলে নিজ স্বাৰ্থ সিদ্ধিৰ বাবে নানান ভাৱে অপপ্ৰচাৰ কৰিবলৈ ধৰাত ১৯৫০ চনত কলিয়াবৰত বহা জিলা কংগ্ৰেছৰ সভাত ভূঞাদেৱে জিলা কংগ্ৰেছৰ সদস্যপদো হেৰুৱাব লগীয়া হয়। সেই অৱস্থাত হলধৰ ভূঞাই নিজে কষ্ট সাৰু জাবৰ দি ডাঙৰ দীঘল কৰা জিলা কংগ্ৰেছৰ পৰা নানান অপমান বোধ কৰি সেই অনুষ্ঠানটো ত্যাগ কৰি নিজেই অনুষ্ঠান ৰূপে থিয় দি শ্ৰীমন্ত শঙ্কৰ মিচনৰ কামত একাণপতীয়াকৈ লাগি কৃতিত্ব লাভ কৰে। কংগ্ৰেছ ত্যাগ কৰাৰ পিচত হলধৰ ভূঞাই পূৰ্ব্বৰ শত্ৰুসকলৰ প্ৰতাৰনা'ত পৰি ব্যৱসায় আৰু মাটি ভেটিও বিক্ৰী কৰিবলৈ বাধ্য হৈছিল। ৰাজনৈতিক দুৰভিসন্ধিয়ে মানুহক কিমান নাজল-নাথল কৰিব পাৰে ভূঞা তাৰে এটা উদাহৰণ। ভূঞাদেৱৰ উপৰি তেখেতৰ লগৰ কিছুমান সহকৰ্ম্মীও একে ৰোষতে বলি হৈছিল।

১৭।৪।৬১ তাৰিখৰ পৰা ৩০।৪।৬১ তাৰিখলৈকে মহামানৱ মহাত্মা গান্ধীৰ আধ্যাত্মিক মানসপুত্ৰ আচাৰ্য্য বিনোৱাভাৱেজীয়ে অসমৰ গোৱালপাৰা আৰু কামৰূপ জিলাত ভূদান যজ্ঞৰ প্ৰচাৰ কাৰ্য্য সমাপ্ত কৰি নগাঁও জিলা ভ্ৰমণ কৰে। হলধৰ ভূঞাদেৱ বিনোৱাজী অভ্যৰ্থনা সমিতিৰ সভাপতি, শ্ৰীশৰৎ চন্দ্ৰ গোস্বামী সম্পাদক আৰু শ্ৰীবেণুধৰ কলিতা আৰু শ্ৰীদেৱেন্দ্ৰ নাথ বৰা সহকাৰী সম্পাদক আছিল যদিও বিনোৱাজীৰ ভ্ৰমণৰ প্ৰায় সকলোখিনি কামৰ ভাৰ সভাপতি আৰু দুটীয়া সহকাৰী সম্পাদক শ্ৰীকলিতাৰ ওপৰতে পৰাত দুয়ো গোটেই জিলাতে ঘূৰি ঘূৰি যুগমানৱ জনাৰ অভ্যৰ্থনাৰ কামত ভ্ৰমণৰ ভালেমান দিনৰ আগৰ পৰাই ব্যস্ত হৈ পৰিবলগীয়া হৈছিল।

ভূঞাদেৱৰ ব্যক্তিত্বৰ কাৰণেই অসমৰ ভিতৰতে নগাঁও জিলাত সৰ্ব্বোদয় পাত্ৰ স্থাপন, ভূমিদান যজ্ঞলৈ মাটি আৰু পুঁজি সংগ্ৰহ আদি কাম-বোৰত ভালদৰে কৃতকাৰ্য্যতা লাভ কৰিব পৰা হৈছিল যদিও দানকৃত ভূমি উপযুক্ত কৰ্ম্মীৰ অভাৱত বিনোবাজীৰ ভ্ৰমণৰ পিচত বিতৰণৰ দিহাহে কৰিব পৰা নগল। নগাঁও জিলাত জাগীভকতগাওঁ, ধৰমতুল, মৰিগাওঁ চৰাইবাহী, ৰহা, ডিমৌ, জাজৰি, বটদ্ৰবা, নগাঁও টাউন, ৰূপহী,, পুৰণিগুদাম, ৰঙাগৰা, কুৱঁৰীটোল আৰু শিলঘাটৰ চৈধ্যটা শিবিৰত বিনোবাজীক নগঞা ৰাইজে বিপুলভাৱে আদৰণি জনাইছিল। বিনোবাজীৰ পৰামৰ্শমতে বৰদোৱা থানৰ সকলোখিনি মাটি ভূদান যজ্ঞত দান দিবৰ কাৰণে ভূঞাদেৱে দিনে-ৰাতিয়ে চেষ্টা চলাইছিল যদিও সেই কাৰ্য্যত সফলতা অৰ্জ্জন কৰিব পৰা নহল।

ছাত্ৰ-আন্দোলনৰ প্ৰতিও ভূঞাদেৱে সদায় সক্ৰিয়ভাৱে পৰামৰ্শ আদি আগবঢ়াইছিল। ১৯৪২ চনৰ গণ আন্দোলনৰ কালছোৱাত অসমৰ কংগ্ৰেছ নেতা আৰু ছাত্ৰ-কৰ্ম্মীসকলৰ বহুতেই অসমৰ ছাত্ৰ-অনুষ্ঠান অসম ছাত্ৰ-সন্মিলনখন কমিউনিষ্ট ছাত্ৰ ফেডাৰেচনে দখল কৰি বহাত কলিকতাৰপৰা অধ্যাপক নিতাই গাঙ্গুলী আৰু অচিন্ত্য ভট্টাচাৰ্য্য আদি আহি নগাঁৱত বহি জাতীয়তাবাদী ছাত্ৰ-সকলক অতিকৈ বিমোৰত পেলাইছিল। তেতিয়া ১৯৪৫-৪৬ চন। নগাঁও চহৰখনেই সেই সময়ত অসম কংগ্ৰেছ আৰু অন্যান্য দলৰ ৰাজনৈতিক কেন্দ্ৰস্থল আছিল। কিয়নো অসম প্ৰদেশ কংগ্ৰেছৰ সভাপতি তৈয়বুল্লা চাহাবো নগাঁৱতে থাকি প্ৰদেশ কংগ্ৰেছৰ কাৰ্য্য-বাহ কৰাৰ কথা ইতিপূৰ্ব্বে উল্লেখ কৰা হৈছে। প্ৰদেশ কংগ্ৰেছৰ সভাপতি মৌলানা তৈয়বুল্লা আৰু নগাঁও কংগ্ৰেছৰ সভাপতি হলধৰ ভূঞাৰ চেষ্টাত অসম কংগ্ৰেছৰ ছত্ৰছায়াত ছাত্ৰ ইউনিয়ন নামৰ এটা জাতীয়তাবাদী ছাত্ৰ অনুষ্ঠান গঠিত হৈ ১৯৪৬ চনত গান্ধীজী গুৱাহাটীলৈ আহোতে সেই অনুষ্ঠানটিয়েই গান্ধীজীৰ আশীৰ্ব্বাদ লাভ কৰিছিল। সেই অনুষ্ঠানটিয়েই পৰৱৰ্ত্তী কালত ছাত্ৰ কংগ্ৰেছ আৰু সদৌ অসম ছাত্ৰ সন্থালৈ ৰূপান্তৰিত হৈছিল।

এনে এজন ত্যাগী সমাজসেৱকক তেখেতৰ জীৱন কালত চৰকাৰ বা অন্য কোনো ৰাজহুৱা অনুষ্ঠান প্ৰতিষ্ঠানে উপযুক্ত সন্মান যচাৰ উপক্ৰম নেদেখি ১৬।৮।৬৪ তাৰিখে ভূঞাদেৱক নগাঁও জিলা ৰাজনৈতিক নিৰ্য্যাতিত কৰ্ম্মী সন্মিলনে লোক সেৱক উপাধিৰে

বিভূষিত কৰে। সেইদিনা নগাঁও কলেজৰ লোকপ্ৰিয় বৰদলৈ হল'ত হোৱা গাম্ভীৰ্য্যপূৰ্ণ ৰাজহুৱা সভাত বাংমীবৰ নীলমণি ফুকন ডাঙৰীয়াই সভাপতিত্ব কৰিছিল। বুৰঞ্জীবিদ বেণুধৰ শৰ্ম্মা, কথা সাহিত্যিক মহীচন্দ্ৰ বৰা আদিৰ ভাষণত উপস্থিত সমজুৱাসকল অভিভূত হৈ পৰিছিল। সেই উপাধিটো আজি গোটেই অসমতে নেলাগে ভাৰততো প্ৰযোজ্য হোৱাত নগঞা ৰাইজে অতি সন্তোষ পাইছে।

কংগ্ৰেছ ত্যাগ কৰাৰ পিচত লোকসেৱক হলধৰ ভূঞাদেৱে গান্ধীবাদী নেতা আচাৰ্য্য জে, বি, কৃপালনীৰ পথকে অনুসৰণ কৰে। প্ৰকৃততে কংগ্ৰেছৰ মাজত তেতিয়াই সোমাবলৈ আৰম্ভ কৰা দুৰ্নীতি আৰু স্বজনপ্ৰীতিৰ ভূঞাদেৱ ঘোৰ বিৰোধী আছিল। অসমতো স্বাধীনতা লাভৰ তিনি বছৰৰ পিচতে নানান ত্যাগৰ প্ৰতিমূৰ্ত্তি স্বৰূপ কংগ্ৰেছ অনুষ্ঠানটিৰ অৱস্থা দেখি হলধৰ ভূঞা ডাঙৰীয়াই অতি অনুতপ্ত হৈ ১৯৪৯ চনতেই কংগ্ৰেছ ত্যাগ কৰিবৰ কাৰণে গভীৰ ভাৱে চিন্তা কৰিছিল সেই বাবেই ভূঞাদেৱে বিষ্ণু গোস্বামী, ৰবীন নবীচ, হৰেশ্বৰ গোস্বামী আদি ভালেমান মুক্তি যোদ্ধাইও কংগ্ৰেছ ত্যাগ কৰি ওলাই আহিছিল। ১৯৫২ চনৰ সাধাৰণ নিৰ্ব্বাচনত কংগ্ৰেছ ত্যাগীসকলে প্ৰতিদ্বন্দিতা কৰি বেয়াকৈ হাৰিব লগীয়া হয়। পিচত সেইসকলে ছচিয়েলিষ্ট পাৰ্টিৰ লগত যোগ হৈ প্ৰজা ছচিয়েলিষ্ট পাৰ্টি গঠন কৰি সৰ্ব্বভাৰতীয় প্ৰজা ছচিয়েলিষ্ট পাৰ্টিৰ অন্তৰ্ভুক্ত হয়। সৰ্ব্বভাৰতীয় ছচিয়েলিষ্ট পাৰ্টীৰ প্ৰথমজনা সভাপতি আছিল আচাৰ্য্য কৃপালনী আৰু অসম ৰাজ্যিক শাখাৰ সভাপতি নিৰ্ব্বাচিত হৈছিল হলধৰ ভূঞা। ১৯৫৩ চনত গুৱাহাটীত বহা বাৰ্ষিক অধিবেশনত সভাপতিত্ব কৰি ভূঞাদেৱে কংগ্ৰেছে কেন্দ্ৰ আৰু ৰাজ্যবোৰত চৰকাৰ গঠন কৰি গান্ধীবাদৰ পৰা চ্যুত হৈ দুৰ্নীতিৰ আশ্ৰয় লোৱাত অতি দুখ প্ৰকাশ কৰিছিল।

ভূঞাদেৱে অন্যায়ৰ বিৰুদ্ধেই আজীৱন যুঁজ কৰি গ'ল। তেখেতে আনকি কুকুৰ, মেকুৰী আদিকো মাৰধৰ কৰা সহ্য কৰিব নোৱাৰিছিল। মৃত্যু শয্যাত পৰি থাকিও ভূঞাদেৱে তেখেতৰ শয্যাৰ চাৰিওফালে থকা কুকুৰ, মেকুৰীবোৰক নিজ হাতে আহাৰ দিহে সন্তোষ লাভ কৰিছিল। কীৰ্ত্তন পুথিখনো সদায় তেখেতৰ বিচনাৰ আগত ৰখা হৈছিল। এইহেন সিদ্ধ পুৰুষজনে ১৯৬৮ চনৰ ২৮ মাৰ্চৰ

দিনা নিজ বাসভৱনত প্ৰায় সাতসত্তৰ বছৰ বয়সত ইহলীলা সম্বৰণ কৰে।

৩০।৩।৬৮ তাৰিখে শ্ৰীদেৱকান্ত বৰুৱাদেৱৰ সভাপতিত্বত অনুষ্ঠিত হোৱা নগাঁৱৰ বিৰাট শোক সভাত তলত লিখা প্ৰস্তাৱটি গ্ৰহণ কৰি ভূঞাদেৱৰ প্ৰতি গভীৰ সন্মান প্ৰদৰ্শন কৰা হয়।

"অসমী আইৰ সুযোগ্য সন্তান, ভাৰতৰ মুক্তি যুঁজৰ অক্লান্ত যোদ্ধা, নগাঁও কংগ্ৰেছৰ অদ্বিতীয় সংগঠক আৰু অবিসম্বাদী নেতা সদৌ নগঞা ৰাইজক এযুগৰ পিতৃস্বৰূপ মহান ত্যাগী, অসাধাৰণ কৰ্ম্মযোগী, পীড়িত আৰু দলিত জনতাৰ অকৃত্ৰিম সেৱক, সমাজ সংস্কাৰক, বিচক্ষণ গঠনমূলক কৰ্ম্মী, অতুলনীয় দেশপ্ৰেমিক, সৰ্ব্বহী জননেতা, প্ৰাতঃ স্মৰণীয় মানৱ সেৱাৰ অনুষ্ঠান শ্ৰীমন্ত শঙ্কৰ মিচনৰ জন্মদাতা, লোকসেৱক হলধৰ ভূঞাদেৱৰ পৰলোকত নগঞা ৰাইজৰ আজিৰ এই ৰাজহুৱা সভাই গভীৰ শোক প্ৰকাশ কৰে। ভূঞাদেৱৰ মৃত্যুৱে সৃষ্টি কৰা শূণ্যতা অপূৰণীয় বুলি সভাই অনুভৱ কৰে। এই জনা পুৰুষৰ মহান জীৱনাদৰ্শৰ প্ৰতি এই সভাই আন্তৰিক শ্ৰদ্ধা নিবেদন কৰে আৰু তেখেতৰ শোক সন্তপ্ত পৰিয়ালবৰ্গলৈ সমবেদনা জনাই ভূঞাদেৱৰ পৰলোকত আত্মাৰ চিৰ শান্তিৰ অৰ্থে ভগবানক প্ৰাৰ্থনা কৰে।"

ভূঞাদেৱৰ মৃত্যুত অসমৰ মুখ্যমন্ত্ৰী বিমলা প্ৰসাদ চলিহা, সৰ্ব্বভাৰতীয় বিশিষ্ট গান্ধীবাদী নেতা জে, বি, কৃপালনী, এন, জি, গোৰে, প্ৰেম ভাচিন, ফখৰুদ্দিন আলি আহম্মদ আদিয়েও শোক বাণীত ভূঞাদেৱৰ মৃত্যুত গভীৰ শোক প্ৰকাশ কৰে।

মৃত্যুৰ সময়ত হলধৰ ভূঞাদেৱে তেখেতৰ অসংখ্য গুণমুগ্ধ বন্ধু-বৰ্গ সুযোগ্যা অতিথিপৰায়না পত্নী শ্ৰীমতী অৰুণা ভূঞা, তিনিজন পুত্ৰ শ্ৰীমিত্ৰদেৱ ভূঞা, শ্ৰীমুকুট ভূঞা আৰু শ্ৰীযজ্ঞেশ্বৰ ভূঞা আৰু চাৰি-গৰাকী জীয়ৰী শ্ৰীমতী পদ্মা মহন্ত, শ্ৰীমতী দুলালী দাস, শ্ৰীমতী পূৰ্ণিমা আগৰৱালা আৰু দীপালি বৰাক ভালেমান নাতি, নাতিনী সহ ইহ সংসাৰত এৰি গৈছিল। গুৱাহাটী মেডিকেল কলেজৰ অৱসৰপ্ৰাপ্ত অধ্যক্ষ শ্ৰীযোগেশ মহন্ত ভূঞাদেৱৰ প্ৰথম জোঁৱাই। হলধৰ ভূঞা মানৱী দেহা কালৰ সোঁতত বিলিন হলেও তেওঁৰ আদৰ্শ অক্ষয়, অব্যয় হৈ আছে।

# হলধৰ ভূঞাৰ স্বদেশ প্ৰেম

শ্ৰীপূৰ্ণ শৰ্মা

সমগ্ৰ অসমত বিশেষকৈ নগাঁৱত লোকসেৱক হলধৰ ভূঞাৰ নাম পতিত পাৱন। ভাৰতৰ স্বাধীনতা আন্দোলনৰ মুক্তি যোদ্ধা ৰাজনীতিবিদ, সমাজসেৱক হলধৰ ভূঞা আছিল নীতিনিষ্ঠ পৰম ত্যাগী পুৰুষ। কামপুৰৰ তেতেলিসৰাত জন্ম লভি ভাওৰ দীঘল হোৱা হলধৰ ভূঞা শিল্পী সাহিত্যিক যুগল দাসৰ ভাষাত হ'ল আচলতে 'কামপুৰৰ বস্থ'।

গুৱাহাটীৰ কটন কলেজত পঢ়োঁতে হলধৰ ভূঞা আছিল পণ্ডিত প্ৰবৰ কৃষ্ণকান্ত সন্দিকৈৰ সহপাঠী। আৰু আছিল উত্তৰ গুৱাহাটীৰ ভগীৰাম বৰুৱা। এইজনা বৰুৱাই 'পুৰণি কথা সোঁৱৰণ'ত কটন হোষ্টেলত থাকোঁতে তেওঁলোকৰ দিনবোৰ কেনেদৰে কটাই- ছিল তাৰ এটা আভাস দি গৈছিল ঃ

"আমাৰ এটা নকল বিশ্ববিদ্যালয় আছিল। তাৰ ভাইচেঞ্চে- লাৰ কৃষ্ণকান্ত সন্দিকৈ নিজে, শ্ৰীযুত সংৰাম শৰ্মা, ৺নৱনাথ সভাপণ্ডিত, শ্ৰীযুত ভবেন দাস ৰেজিষ্ট্ৰাৰ, শ্ৰীযুত হলধৰ ভূঞা কণ্ট্ৰ- লাৰ আৰু মই নিজে চেক্ৰেটৰী। আমাৰ চিনেটৰ অধিবেশন প্ৰায় ভাত খোৱাৰ পিছত আমাৰ কোঠাতে হয়। তাত অলপ আলোচনা আৰু ভেখেতৰ (সন্দিকৈৰ) বক্তৃতা আমি শুনো। কেতিয়াবা ইমান গোলমাল হয় যে ওচৰৰ শ্ৰীযুত ৰাম বৰা আৰু শ্ৰীযুত বৰঠাকুৰে সহিব নোৱাৰি দাবি দি যায়হি। এইদৰে আনন্দ আৰু ৰং ধেমা- লিত আমি কাল কটাইছিলোঁ।

পিছত অৱশ্যে সঁচাকৈয়ে কৃষ্ণকান্ত সন্দিকৈ ভাওৰীয়া গুৱা- হাটী বিশ্ববিদ্যালয়ৰ প্ৰথম ভাইচ চেঞ্চেলাৰ হ'ল। হলধৰ ভূঞা কৰ্টৰ সদস্য হৈছিল যদিও কণ্ট্ৰলাৰ হোৱাৰ প্ৰশ্ন উঠা নাছিল। হৈছিল কংগ্ৰেছৰ—নগাঁও কংগ্ৰেছৰ কণ্ট্ৰলাৰ।

১৯৪৯-৫০ চনৰ অসম কংগ্ৰেছ সংসদী দলৰ সম্পাদক হিচাপে

হলধৰ ভূঞাই প্ৰকাশ কৰা বহুৰেকীয়া বিপৰ্টৰ একাংশ পঢ়িলেই তেখেত কেনেধৰণৰ কংগ্ৰেছৰ নিয়ন্ত্ৰক আছিল তাক বুজিব পাৰি ঃ

"মুছলমান পমুৱাসকলক অসমত স্থাপন কৰাৰ কথা ভাবিলে বৃটিছৰ আমোলাতান্ত্ৰিক শাসনৰ দিনলৈ মনত পৰে। সেই সময়ত বৃটিছসকলৰ নীতি আছিল 'ভাগ কৰি শাসন কৰা' আৰু তাৰ দ্বাৰাই দেশত সাম্প্ৰদায়িক মতানৈক্যৰ বীজ চতিওৱা। তাৰ লগে লগে সেই সময়ৰ মুছলীম মন্ত্ৰীসভায়ো অসমক মুছলমান সংখ্যাগৰিষ্ঠ প্ৰদেশ হিচাবে গঢ়ি তুলি 'পূৰ্ব পাকিস্তান'ত পৰিণত কৰাৰ মানসে এই আঁচনিত সহায় কৰে। ১৯৪৭ চনৰ ১৫ আগষ্টত এই প্ৰদেশখন ভাৰতীয় সংঘৰ অন্তৰ্ভুক্ত কৰি দেশ-বিভক্ত কৰাৰ পিছতো কিছুমান পাকিস্তানী লোকৰ ষড়যন্ত্ৰৰ দ্বাৰা এই পৰিকল্পনা চলাই থকা হয়।

মই যিসকললোকে আমাক 'সংকীৰ্ণমনা' আখ্যা দি আহিছে তেওঁলোকক কেইটামান কথা দেখুৱাই দিব খোজোঁ। যেতিয়া আমি আমাৰ ভাষা, সংস্কৃতি আৰু অৰ্থনীতি অটুট ৰাখিবলৈ যত্নপৰ হওঁ তেতিয়া আমাক কোনেও ঠেকমনা বুলি দোষিব নোৱাৰে আৰু দোষা অনুচিতো। মই তেওঁলোকক কব খোজোঁ যে অসমেইহে একমাত্ৰ ৰাজ্য য'ত ভাৰতৰ অন্যান্য ৰাইজৰ মানুহে আবাদ মাটিৰ ½ ভাগৰ দখল ভোগ কৰি আছে। আন সা-সম্পত্তি অৰ্জ্জন কৰি লৈছে আৰু কেন্দ্ৰীয় আৰু প্ৰান্তীয় চৰকাৰৰ চাকৰি ভোগ কৰিবলৈ পাইছে। ৰেলৱে, ডাকতাঁৰ, জাহাজ আদিৰ আটাইবোৰ বিভাগ অনা অসমীয়াই পৰিচালিত কৰিছে। ৰাজ্য চৰকাৰৰ বিভিন্ন বিভাগৰ মুখিয়াল সকল, প্ৰায় সকলো বিভাগৰ উচ্চ স্থানীয় পদাধিকাৰীসকল আৰু নিম্ন শ্ৰেণীৰ বহুসংখ্যক চাকৰিয়াল অনা অসমীয়া। বিহাৰী চাপ্ৰাছী সকলো প্ৰায়ে ছাটীৰ ফালৰ মানুহ। ইমানতো যদি আমাক কোনোবাই ঠেকমনা বোলে তেনেহলে তেওঁ হয় স্বাৰ্থপৰায়ণদৰ্শী নহয় প্ৰকৃত অৱস্থাৰ লগত অপৰিচিত।"

শুভ্ৰ বগা খদ্দৰ পৰিহিত, শুলন্তৰ চেহেৰা, পকা থেকেৰাৰ দৰে গাৰ বং, মুৰত একোছা দীঘল পকা চুলি—দেখিলেই সম্ভ্ৰীয়া সন্ত-মহন্ত যেন লগা হলধৰ ভূঞা ডাঙৰীয়া উদাৰ প্ৰকৃতিৰ অগতা-নুগতিক ব্যক্তি আছিল। নগাঁৱত মোৰ বহুবকাল অতিবাহিত কৰা আৰু লোকসেৱক ভূঞা ডাঙৰীয়াৰ সান্নিধ্য লাভ কৰা প্ৰখ্যাত শিল্পী সাহিত্যিক যুগল দাসে ভূঞাদেৱৰ বিষয়ে আমাৰ আগত কেইটামান

ঘটনা স্মৰণ কৰি কৈছিল ঃ

"অসহযোগ আন্দোলনৰ কাল ভোগৰৰ কথা। গাঁৱে-ভূঁয়ে নেতাসকলে মহাত্মাৰ বাণী প্ৰচাৰ কৰি ফুৰিছে। হলধৰ ভূঞাও ওলাল গাওঁ ফুৰিবলৈ, লগত দুজন সহচৰ ডেকা লৈ—সাৰদা বৰদলৈ আৰু ডাঃ কৃষ্ণানন্দ ভট্টাচাৰ্য। পুৱাৰ পৰা বেলি পৰালৈকে, কেতিয়াবা নিশাও—ভৰিৰ তৰলি নাই, মুখৰ বিৰতি নাই। মানুহ পালেই দেশৰ কথা, গান্ধীৰ কথা কয়,—তেহেলে মানুহ তাকৰেই হওক বা জুম হওক। এদিন দুপৰীয়া, ওপৰত বেলি, টিকা ফটা ৰ'দ। ভূঞা আগে আগে, কৰতক দমনকৰাপী সাৰদা আৰু কৃষ্ণানন্দ পাছে পাছে গৈ আছে। বাটতে বিয়াঘৰ এখন দেখিলে—দুৱাৰ মুখত কলপুলি পোটা, ভিতৰত ৰভাশলা দিয়া। জলপান বিলোৱা সময়, পংক্তি ভোজন। সাৰদা আৰু কৃষ্ণানন্দই সাউত কৰে বিয়া ঘৰত সোমাল, ভূঞাই ততকে নাপালে, কিবা ভাবিগুণি গৈ আছে। এপাকত ফিৰি চাই দেখে সিহঁত দুটা নাই দেখোন। ভূঞাৰ টেবালে, ধূৰ্ত্ত দুটা নিশ্চয় বিয়া ঘৰত সোমাল। ভূঞা উভতিল সিহঁতক বিচাৰি।

সাৰদা আৰু কৃষ্ণানন্দৰ আচলতে ভোক লাগিছিল। বিয়া-ঘৰত সোমায়ে গৃহস্থক ক'লে,—"আমি দূৰণিবটীয়া মানুহ, আমাক সোনকালে বিদায় কৰিলে ভাল হয়।"

গৃহস্থই বাহিৰৰ ভাল মানুহ বুলি অনুমান কৰি গৰু গোহালিতে ঠাই অকণ চাফ্‌চুফ কৰি দুয়োকে দুটা জলপানৰ দোৰোলা আগকৰি দিলে। দুয়োৱে গোগ্ৰাসে জলপান খোৱাত লাগি গ'ল। হেন সময়তে ভূঞা গৈ উপস্থিত। থিতাতে পৰিস্থিতিৰ উমান পালে। সিহঁত দুটাক একো নক'লে। গৃহস্থই ভূঞাক দেখি সেমেনা সেমেনি কৰিলত ভূঞাই ক'লে,—"তেওঁলোক দুজনক গৰু গোহালিতহে জলপান খাবলৈ দিলা! সেই দুজন টাউনৰ ভাল ঘৰৰ ল'ৰা। দেশৰ কামতহে মোৰ সৈতে অনাই-বনাই ঘূৰি ফুৰিছে।"

সিহঁত দুয়ো থিতাতে মুখমচি থিয় দিলে-—"বলকচাৰ, পেট তেওঁ ভুৰ পৰিল।"

ভূঞাই একো নকৈ মিচিকিয়াই হাঁহি এটা মাৰি পৰপৰাই উঠিল— "বল, দগাবাজহঁত! দিনে পোহৰে ঘৰ পাব লাগিব।"

এনিদৰ কথা। আবেলি পৰ। যুগল দাসৰ দুৱাৰ মুখত হলধৰ ভূঞাই চিঞৰিবলৈ ধৰিলে—"দাস বজাৰলৈ যাওঁ আহক।" দাসে বয়স্ক মানুহজনক নাযাওঁ বুলি কয় কেনেকৈ? দাসে সেই ভাবেই ওলাল বজাৰলৈ। ভূঞাই পোনেই মাছ দৰোৱাত লাগিল। আন মাছ নহয়—বৰালি মাছ। বৰ বৰালি এটা কাটি বেচিবলৈ লৈছিল। এটকা, দুটকা নহয়, ভূঞাই পাঁচ টকাৰ মাছ কিনিল'লে। দাসে আচৰিত হৈ—"পাঁচ টকাৰ মাছ কিহলৈই?" বুলি সোধাত ভূঞাই হাঁহি এটা মাৰি ক'লে.—"বুঢ়া বৰালি খাবলৈ বৰ ভাল।" দাসে হয়ভৰ ধৰিলে—পেটে পেটে ভাবিলে—ইমান থকনে? দুয়ো ঘৰমুৱা হ'ল। দাসৰ দুৱাৰ মুখ পায়ে পাঁচ টকাৰ দুটকা মাছ দাসক দিলে, না বোলোতেও নামানিলে। তাতে মাছ দুটকাৰ থৈ ভূঞা পোনছাতে ঘৰ পালেগৈ।

হলধৰ ভূঞাই বাতৰি পালে—কুঠৰীত পাম খুলিবলৈ আৰু মাছ পুহিবলৈ মাটি আছে। মণ্ডল-কাননগুক বাতৰি দি নিদিষ্ট দিনত মাটি চাবলৈ যাব। কুঠৰীৰ মৌজাদাৰ আছিল তেতিয়া শিল্পীপ্ৰাণ চন্দ্ৰ ফুকন। চন্দ্ৰ ফুকনকো বাতৰি দিলে নিদিষ্ট সময়ত ঠাই ডোখৰত উপস্থিত হ'বলৈ। নিদিষ্ট দিনত নিদিষ্ট সময়ত সকলো একে ঠাইতে থুপ খালে।

মৌজাদাৰৰ সৈতে যাওক এজন ডেকা বন্দুক এটা লৈ —উদ্দেশ্য কাজিৰঙাৰ ওচৰ পাজৰৰ ঠাই কিবা চিকাৰ পালে গুলিবিদ্ধ কৰিব, —বোধহয় ডেকাজন নতুন চিকাৰী আছিল।

ভূঞা, মৌজাদাৰে এডোখৰ ঠাইত কথা পাতি আছে, ডেকা-জনে বন্দুকটো লৈ ইফালে সিফালে ঘুটি মুটাই ফুৰিছে চিকাৰ বিচাৰি। এবাৰ এক জাই বন্দুকৰ শব্দ শুনা গ'ল। খন্তেকতে ডেকাজনে হাতত এটা গুলিবিদ্ধ কাঠখোলা চৰাই লৈ তাত উপস্থিত হ'ল বিজয় গৰ্বে। ভূঞাদেৱে দেখি ডেকাক বাক্যবাণেৰে জৰ্জৰিত কৰিলে। "তোমাক চৰাইটোৱে কি অন্যায় কৰিছিল? তোমাৰ খুদকণো খোৱা নাছিল। চৰাইটো তুমি খাবও নোৱাৰা—তোমাৰ হাতৰ খজুৱতি পলাবলৈ অবাবতে প্ৰাণী হত্যা কৰিব নাপায়।" ভূঞাৰ কথাৰ ওপৰত সকলো নিমাত হ'ল। ডেকাজন ভিজা মেকুৰীটো যেন হৈ পৰিল।

ৰহাৰ জোঙাল বলদ গড়ত তেতিয়াও মৎস্য পালনৰ পুখুৰী-বোৰ খন্দা হোৱা নাই, হাবিয়ে ঢাক খাই আছে। আজি যিটো ৰূপ দেখিছোঁ সেই ৰূপৰ আঁচনি কৰোঁতা আছিল প্ৰথম হলধৰ ভূঞাদেৱ।

ভূঞাই দেশৰ বাবে জেল খাটি, কণ্ট ভুগি মুনাফা উঠুৱাত নাছিল। বাতৰি কাকতৰ এজেন্সী, কুঠৰীৰ "গ্ৰীণ-ভিউ'ৰ ফলৰ চিৰাপ আদি পানীয়ৰ বিপনী কেন্দ্ৰ ঘৰতে পাতিছিল।

আৰম্বৰ বিহিন, পৰিশ্ৰমী, দেশক একান্তভাবে ভালপোৱা নিভাজ দেশপ্ৰেমিক হলধৰ ভূঞা আছিল বলিষ্ঠ গ্ৰাম্য জীৱনৰ প্ৰত্যক্ষ প্ৰতীক।

পুৰণি কালৰ, অতীতৰ এইবোৰ কথা সুঁৱৰিবলৈ আজি শ্ৰদ্ধেয় যুগল দাস—মোৰ যুগলদা আৰু লোকসেৱক হলধৰ ভূঞা বহুতৰে বাবে ভূঞাচাৰ আমাৰ মাজত নাই। সেইবোৰ কথা অমৃত সমান।

সমাজৰ হিত চিন্তা কৰোঁতা লোকসেৱক হলধৰ ভূঞাৰ অমৰ কীৰ্তিস্তম্ভ হ'ল—"শ্ৰীমন্ত শঙ্কৰ মিচন।"

নগাঁৱত স্থাপিত শঙ্কৰ মিচনৰ বৰ্ত্তমান এজন গুৰি ধৰোঁতা শ্ৰীলক্ষেশ্বৰ হাজৰিকাদেৱে লিখিছে:

"শ্ৰীমন্ত শঙ্কৰ মিচন উত্তৰ পূব ভাৰতৰে এক সেৱাৰ অনুষ্ঠান। প্ৰতিষ্ঠিত হয় ভাৰতৰ অন্যতম প্ৰখ্যাত বৈষ্ণৱ ধৰ্ম্মগুৰু শ্ৰীমন্ত শঙ্কদেৱৰ নামত।

মহাপুৰুষৰ মহান আদৰ্শ সমূহ কাৰ্য্যত পৰিণত কৰিবলৈ মহাপুৰুষৰ ৫০০ বছৰীয়া জন্মজয়ন্তী উৎসৱত কামৰূপ জিলাৰ গুৱাল-কুচি নগৰত লোৱা হৈছিল এক প্ৰস্তাৱ। সিদ্ধান্ত হ'ল এটি "মিচন" খোলাৰ। এই প্ৰস্তাব শিৰত লৈ সেই সময়ৰ বিখ্যাত সমাজসেৱী, প্ৰখ্যাত মুক্তি যুজাৰু আৰু বনৌষধিৰ এক লেখত লবলগীয়া চিকিৎসক লোকসেৱক হলধৰ ভূঞা ওলাই আহিল মিচন প্ৰতিষ্ঠাৰ কামত। হাতত ভিক্ষাজুলি, লগত সেনাপতি স্বৰ্গীয় ডাঃ ললিত কুমাৰ বৰুৱা।"

অৱশ্যে লোকসেৱক হলধৰ ভূঞাদেৱে নিজেই শঙ্কৰ মিচনৰ কথা এনেদৰে লিখি গৈছিল:

"১৯৪০ চনৰ পৰা ১৯৪৫ চনলৈকে প্ৰায়ে জেলত থাকিব

লগা হোৱাত মই আৰু সংঘৰ কামত বিশেষ মনোযোগ দিব পৰা নাছিলো। সকলো কথা শ্ৰীযুত আতৈৰ (শ্ৰীৰমাকান্ত মুক্তিয়াৰ আতৈ) মুৰতে ভাৰ পৰিছিল। ইয়াৰ ভিতৰত মহাপুৰুষৰ অনুগত দাতা শ্ৰীযুত কেশৱ কান্ত বৰুৱা ডাঙৰীয়াক শঙ্কৰ মিছনৰ আৱশ্যকতা সম্পৰ্কে বুজাবলৈ সমৰ্থ হওঁ আৰু তেখেতে নগাঁৱৰ কচাৰিগাঁৱত ২৫ বিঘা মাটি কিনি দিয়ে আৰু তাতে "শঙ্কৰ মিছন" এটি প্ৰতিষ্ঠা কৰা হয়। বৰুৱা ডাঙৰীয়াই এই অভাজনৰ কথাতেই নিজৰ বহুধন ভাঙি এই মিছন প্ৰতিষ্ঠা কৰিছিল আৰু পুৰণিগুদামত থকা তেখেতৰ গোটেই মাটিৰ খেতিও খৰছ কৰিবলৈ দিছিল। এই মিছনৰ উদ্দেশ্য আছিল মহাপুৰুষৰ শিক্ষাৰ আলম লৈ আধুনিক ঠাঁচত কিছুমান লোকক শিক্ষা দি সেৱাৰ কাম চলোৱা, বিশেষকৈ বাগিছাৰ বনুৱা সকলৰ ভিতৰত, পাহাৰী অঞ্চলত আৰু তেনে পাছ পৰা অঞ্চল বিলাকত—সেই সেই ঠাইতে ল'ৰা-লুৰি আনি শিক্ষা দি তেওঁলোককে সেইবিলাক ঠাইলৈ ঘূৰাই মিছনৰ কাম চলোৱা। এই মিছনৰ সভাপতি আছিল শ্ৰীশ্ৰীগড়মুৰীয়া সত্ৰাধিকাৰ, সঃ সভাপতি ৰায় চাহাব শ্ৰীডম্বৰুধৰ বৰুৱা ডাঙৰীয়া, চেক্ৰেটাৰী শ্ৰীকেশৱ কান্ত বৰুৱা, কাৰ্য্যকৰী সমিতিৰ সভ্য শ্ৰীৰাজমোহন নাথ, বি, ই, শ্ৰীৰমাকান্ত মুক্তিয়াৰ, শ্ৰীসনত ৰাম বৰা আৰু এই অভাজন। পিচে এই নিঃকিন ১৯৪২ চনত কংগ্ৰেছ আন্দোলনত জেললৈ যোৱাৰ পাছত মিছনৰ পৰিচালক আৰু প্ৰতিষ্ঠাপক সকলৰ ভিতৰত মনোমালিন্যৰ সৃষ্টি হ'ল—ফলত মিছনৰ সকলো উদ্দেশ্য পণ্ড হয়। তেতিয়াৰ পৰা শঙ্কৰদেৱ সংঘ বা মিছনৰ কাম প্ৰকৃততে অচল অৱস্থাত থাকে।

প্ৰকৃত মিছনৰ পুনঃ প্ৰতিষ্ঠাৰ সুযোগ আহিল মহাপুৰুষৰ পঞ্চশত বাৰ্ষিক জন্মোৎসৱ পালনৰ সুবিধালৈ। গুৱালকুছিৰ ধৰ্মালোচনা সভাই এই অধমক জন্মোৎসৱৰ সভাপতিৰ কাৰণে নিমন্ত্ৰণ জনাবৰ নিমিত্তে দুজন সজাতি পঠিয়াই দিয়ে। পাচে মই লোকপ্ৰিয় বৰদলৈ ডাঙৰীয়াক সভাপতি পাতিবলৈ মন কৰি তেওঁলোকক চিলঙলৈ লৈ গৈ তেখেতক সম্মত কৰাওঁ। তেখেতৰ সভাপতিত্বত এটি মিছন গঠিত হ'ব লাগে বুলি এটি প্ৰস্তাৱ লোৱা হয় আৰু এখন কমিটি গঠন কৰা হয়। সমিতিৰ নিৰ্দিষ্ট সভ্যসকলৰ ভিতৰত কোৱেই উপস্থিত নাছিল। পাছে মই ডাঃ কাকতিকে আদি

কৰি কেইজনমানক দেখা কৰি নিৰাশ হও । ডাঃ কাকতিদেৱে ক'লে যে কমিটি কৰি লাভ নাই । কাম আৰম্ভ কৰি যাওক পিচত কমিটি আপোনা আপুনি হব । সেই কথাকে সাৰোগত কৰি গত জানুৱাৰী (১৯৫০) মাহত শ্ৰীমন্ত শঙ্কৰ মিচন স্থাপন কৰি মিচনৰ অন্তৰ্গত নেত্ৰ শান্তি সংঘ স্থাপন কৰা হয় । এই কামত দুজন লোকৰ উদ্যম আৰু চেষ্টা নশলাগি নোৱাৰিলো । এজন হৈছে ডাঃ ললিত কুমাৰ বৰুৱা আনজন ডাঃ প্ৰেম প্ৰকাশ গুপ্ত, সংঘৰ নিপুণ চকু চিকিৎসক । এওঁলোকৰ অবিহনে এই নেত্ৰ শান্তি সংঘ প্ৰতিষ্ঠাৰ কোনো সম্ভাৱনাই নাছিল । ডাঃ বৰুৱাৰ লগতে ডাঃ হৰেন্দ্ৰ চৌধুৰী, ডাঃ চিত্তৰঞ্জন দত্ত, বৰ্ত্তমান মন্ত্ৰী মাননীয় শ্ৰীমতিৰাম বৰা, শ্ৰীবিমলা কান্ত বৰা ( সংঘৰ ধন ভঁৰালী ), শ্ৰীচন্দ্ৰ নাথ বৰঠাকুৰ, শ্ৰীমতী উষা বৰঠাকুৰ, ডাঃ হংসধৰ নাথ ( মিচনৰ কেন্দ্ৰ চুপাৰিণ্টেনডেণ্ট ), শ্ৰীযুত মহীচন্দ্ৰ বৰা, শ্ৰীযুত গহন চন্দ্ৰ গোস্বামী, শ্ৰীযুত বিজয় চন্দ্ৰ ভাগৱতী, শ্ৰীযুত লীলাধৰ শৰ্মা কটকী প্ৰভৃতিৰ নাম উল্লেখযোগ্য । এই মিচন স্থাপন কৰি লোকপ্ৰিয় বৰদলৈ ডাঙৰীয়াৰ আশীৰ্ব্বাদ ল'বলৈ গৈছিলো । বৰদলৈ ডাঙৰীয়াৰ সেই মৃদু হাঁহি ভৰা আনন্দ উৎফুল্ল বদন এতিয়াও মোৰ চকুৰ আগত ভাঁহি আছে । তেখেতৰ উৎসাহে আৰু সাহায্যদানৰ আশ্বাসে এই সংঘৰ প্ৰাণ-প্ৰতিষ্ঠা কৰিলে । বৰদলৈ ডাঙৰীয়াই তেতিয়াই এখনি শলাগৰ পত্ৰ দিয়ে আৰু গবৰ্ণমেণ্টে এতিয়াৰ পৰা চকু চিকিৎসাৰ কেন্দ্ৰত সাহায্য এই শঙ্কৰ মিচনক দিবলৈ বুলি সেই পত্ৰত লেখি দিয়ে আৰু তেতিয়াৰ চিকিৎসা বিভাগৰ মাননীয় মন্ত্ৰী শ্ৰীযুত ৰামনাথ দাসক মাতি আনি কৈ দিয়ে । ২০০ টকা Discretionary grantৰ ১০০/২০০ টকা দি সাহায্য কৰে আৰু পাহাৰ অঞ্চলত শিক্ষা প্ৰচাৰ স্বাস্থ্যজ্ঞান শিক্ষা, সেৱাৰ কাৰ্য্য চলাব লাগিব বুলি মোক বাৰে বাৰে কৈ সেই বাবে সকলো সাহায্য সংগ্ৰহ কৰিবলৈ তেখেতে প্ৰতিশ্ৰুতি দিয়ে । তেখেতৰ নিৰ্দেশানুসাৰেই এই মিচন চোচাইটি এক্টমতে ৰেজিষ্টাৰ্ড কৰা হয় । তেখেতৰ মহাপ্ৰয়াণৰ কেইদিনমানৰ আগত ডাঃ শ্ৰীভুবনেশ্বৰ বৰুৱাদেৱৰ সৈতে মিচনৰ কাম ভালকৈ চলোৱা সম্পৰ্কে আলোচনা কৰে আৰু তেখেত লুচাই পাহাৰৰ পৰা ঘূৰি আহি ২৭ জুলাই তাৰিখে নতুন বছৰত মোক লুচাই পাহাৰতে চকু চিকিৎসা কেন্দ্ৰ খুলিব লাগে বুলি কয়

আৰু তেখেতে শ্ৰীযুত সতেন্দ্ৰ বৰকটকী ডাঙৰীয়াৰ লগত সকলো পৰামৰ্শ কৰি আহিছে বুলি আভাস দিয়ে। কিন্তু কালৰ কুটিলা গতি, আগষ্টৰ ৫ তাৰিখে তেখেতক অচিন্ত্য উপায়ে বিধাতাই আমাৰ মাজৰ পৰা লৈ গ'ল।"

আজিৰ শঙ্কৰ মিচনে লোকসেৱক হলধৰ ভূঞাৰ স্মৃতি চিৰস্থায়ী কৰি ৰাখিছে।

অসম বিধান সভাত (১৯৩৭) মুছলীম লীগৰ মোনাৱাৰ আলি নামৰ সদস্য এজনে অসমত প্ৰবৰ্ত্তিত 'লাইন প্ৰথা' ৰহিত কৰিব লাগে বুলি প্ৰস্তাব এটা দাঙি ধৰিলে। সেই বিতৰ্কত অংশ গ্ৰহণ কৰি হলধৰ ভূঞাই তাৰ তীব্ৰ প্ৰতিবাদ কৰি যুক্তি তৰ্কত অবতীৰ্ণ হৈছিল। তেখেতে বক্তৃতাৰ মোখনি মাৰি কৈছিল—"ৰামায়ণৰ উদাহৰণ দি কওঁ এই লাইন System নতুন নহয়। বনত থকা কালত লক্ষ্মণে সীতাক এটা লাইন দি তাৰ পৰা বাহিৰলৈ যাবলৈ হাক দিছিল। এইটো এটা line of honour হে মাথোন আছিল। মৈমনসিংহিয়া আৰু অসমীয়াৰ মাজত যি লাইন আছে সিও line of honour হে মাথোন।" (The Assam Gazette/Sept./ 1937)

এইজনা লোকসেৱক হলধৰ ভূঞাই কংগ্ৰেছৰ নামত কম ত্যাগ স্বীকাৰ কৰা ব্যক্তি নাছিল। তথাপিও কংগ্ৰেছৰ স্খলন আৰু পতন দেখি ভূঞাই এদিন কংগ্ৰেছ ত্যাগ কৰি দেশসেৱা কৰাৰ পৰা বিৰত নহ'ল।

"১৯৪৭ চনৰ আগষ্টত দ্বি-খণ্ডিত ভাৰতৰ স্বৰাজ লাভ হয় আৰু কংগ্ৰেছ পাৰ্টিৰ হাতলৈ শাসন ক্ষমতা আহে। কিন্তু কংগ্ৰেছ ৰাজত্বত লোকে কি পালে, কি দেখিলে? অত্যন্ত পৰিতাপেৰে ক'ব-লগীয়া হৈছে, বন্ধুসকল, মহাত্মা গান্ধীৰ পৰিকল্পিত সত্য অহিংসাৰ ভেটিত প্ৰতিষ্ঠিত ৰামৰাজ্যৰ ঠাইত কংগ্ৰেছ গৱৰ্ণমেণ্টৰ অন্যায়, অবিচাৰ, ব্যভিচাৰ, দুৰ্নীতিৰ প্ৰকোপত প্ৰজাৰ হাঁহাকাৰ লাগিল। স্বয়ং গান্ধীজীয়ে কংগ্ৰেছ ভাঙি দি "লোক সেৱা সঙ্ঘ" স্থাপন কৰিবলৈ উপদেশ দিছিল—কিন্তু শুনে কোনে? গান্ধীজীৰ খদ্দৰ প্ৰপ্ৰেম, কুটীৰ শিল্প প্ৰতিষ্ঠা, ভূমিৰ পুনৰ্বণ্টন কৰি অধিক শস্য উৎপাদন আৰু নিবনুৱা সমস্যাৰ সমাধান, আৰ্থিক ক্ষমতা সাধন আৰু গ্ৰাম পঞ্চায়তৰ দ্বাৰা শাসনৰ ক্ষমতা বিকেন্দ্ৰীকৰণ প্ৰভৃতি কথা

তেনেই অৱহেলা কৰি গান্ধীজীক জনসমাজৰ স্মৃতিৰ পৰা প্ৰকৃততে আঁতৰাই ৰাখি কংগ্ৰেছী শাসনৰ ৰথচক্ৰই জনতাক পিহি পেলাবলৈ ধৰিলে।" (সভাপতিৰ অভিভাষণ প্ৰজাছ'চিয়েলিষ্ট পাৰ্টি (অসম) প্ৰথম বাৰ্ষিক সন্মিলন/গুৱাহাটী)

এইখন অধিবেশন হলধৰ ভূঞাদেৱে স্বৰচিত কবিতা এটাও পাঠ কৰিছিল। অহিংসাত বিশ্বাসী, গান্ধীবাদী ভূঞাৰ নিজা ৰাজনৈতিক দৰ্শনো এই কবিতাটিৰ মাজেৰে প্ৰকাশ পাইছে—

"বাজক শংখ বাজক কাংস্য,
বাজক ডবা মৃদঙ্গ খোল,
বাজক খুটি কৰতাল বাজক ঢোল,
উঠক বীনাবেণু পেপাৰ ৰোলঃ
গাঁও আহাসবে সমস্বৰে
নব ভাৰতৰ জয়
নতুন অসমৰ জয়
বিপ্লৱী জনতাৰ জয়
জয় সত্যৰ জয়
জয় অহিংসাৰ জয়
জয় মহাত্মা গান্ধীৰ জয়
নব ভাৰতৰ জয়
নতুন অসমৰ জয়
বিপ্লৱী জনতাৰ জয়।"

০০০

# লোকসেৱক হলধৰ ভূঞাৰ স্মৃতিত

**শ্ৰীপদ্ম হাজৰিকা**

১৯৪২ চনৰ ৮ আগষ্টত বোম্বে মহানগৰীত বহা নিখিল ভাৰত কংগ্ৰেছ কমিটিয়ে ভাৰত ত্যাগ প্ৰস্তাৱ গ্ৰহণ কৰাৰ লগে লগে পুৱতি নিশা গান্ধীজী, জৱাহৰলাল, আজাদ, চৰ্দ্দাৰ পেটেল, ৰাজেন্দ্ৰ প্ৰসাদ, সীমান্ত গান্ধী, সৰোজনী নাইডু প্ৰমুখ্যে নেতাসকলক ইংৰাজ চৰকাৰে গ্ৰেপ্তাৰ কৰে। লগে লগে গোটেই ভাৰত জুৰি গণ আন্দোলন বিয়পি পৰে। সভা, শোভাযাত্ৰা, হৰতাল, সত্যাগ্ৰহ আদিৰে জন-সাধাৰণে বিক্ষোভ প্ৰদৰ্শন কৰে। ১১ আগষ্টৰ দিনা নগাঁও জিলাৰ গাঁও ভুঁইৰ পৰা হাজাৰ হাজাৰ পুৰুষ-মহিলা আহি নগাঁও চহৰত সমবেত হয় চৰকাৰৰ দমন নীতিৰ প্ৰতিবাদ আৰু ভাৰত ত্যাগ প্ৰস্তাৱৰ প্ৰতি সমৰ্থন জনাবলৈ। সেই বিৰাট জন সমাবেশত সভাপতিত্ব কৰে হলধৰ ভূঞাদেৱে। আমিও স্কুলীয়া ছাত্ৰ হিচাপে পুৰণিগুদামৰ পৰা শোভাযাত্ৰা কৰি সভাত যোগ দি পূৰ্ণ চন্দ্ৰ শৰ্ম্মা, মহী চন্দ্ৰ বৰা, ভূঞা আদিৰ উদ্দীপনাময় বক্তৃতা শুনি আন্দোলনত জঁপিয়াই পৰোঁ। সেয়ে প্ৰথম ভূঞাৰ লগত দেখা। তাৰ দুদিনৰ পিছতেই ভূঞাক গ্ৰেপ্তাৰ কৰি নগাঁও কাৰাগাৰত আন আন ৰাজনৈতিক বন্দীৰ লগত আবদ্ধ কৰে।

'৪২ চনৰে ২ অক্টোবৰ। গান্ধী জয়ন্তী। কংগ্ৰেছ তেতিয়া বে-আইনী। সৰহসংখ্যক কৰ্ম্মী জেলত। সাহসী কৰ্ম্মী সকলে আত্মগোপন কৰি আন্দোলন জীয়াই ৰাখিছে। মুকলি ভাবে সভা শোভাযাত্ৰা সকলো বন্ধ। পুলিচ-মিলিটেৰীৰ বৰ্ব্বৰ অত্যাচাৰত গাঁও-ভুঁই সন্ত্ৰস্ত। তথাপিও আত্মগোপনকাৰী কংগ্ৰেছ কৰ্ম্মীয়ে পতাকা উত্তোলন, সূত্ৰ-যজ্ঞ, গঠনমূলক কাম, ৰাজহৱা সভা আদিৰে গান্ধীজয়ন্তী পালনৰ আহ্বান জনালে। আমি ৰঙাগড়াৰ কেইজনমান ছাত্ৰ-যুৱকে গোট খাই ট্ৰাঙ্ক ৰোডৰ কাষৰে প্ৰাইমেৰী স্কুলৰ সন্মুখত ত্ৰিৰঙ্গ পতাকা উত্তোলন কৰি গান্ধীজীৰ প্ৰতি শ্ৰদ্ধা নিবেদন কৰিলোঁ।

তাৰ অলপ পিছতে এখন মিলিটেৰী ট্ৰাক আহি হঠাৎ বৈ গ'ল। বন্দুক লৈ এদল নামি আমাৰ তিনিজনক ঘেৰাও কৰিলে। দুটামানে খুকুৰী উলিয়াই পতাকাৰ বাঁহদাল টুকুৰ টুকুৰ কৰি কাটি পতাকাখন নমাই জ্বালিবলৈ ধৰোতেই আমি বাধা দিলোঁ। লগে লগে ৰাইফলৰ কুণ্ডাৰে পিঠিত কোবাই পেলাই দিলে। কেইটামানে টানি নি তিনিওটাকে ট্ৰাকত তুলিলেগৈ। চামগুৰি থানালৈ তিনিমাইল ৰাস্তা আমাক মৰিয়াই, বুটেৰে গচকি, মূৰৰ চুলি টানি আজুৰি চিণ্ডি লেবেজান কৰি থানাৰ বাৰাণ্ডাত পেলাই বৰ্ব্বৰহঁত গুচি গ'ল। পুলিচে আমাক নি লক-আপত ভৰালে। গোটেই নিশা কেঁকাই-গোথাই লক-আপত পৰি থাকিলোঁ। পিছদিনা ৰবিবাৰ যদিও আমাক নগাঁৱলৈ চালান দিলে। পুলিচে চাৰ্জ্জচিট সহ হাকিমৰ ঘৰৰ অফিচত হাজিৰ কৰালে। হাকিমে আমাৰ বয়স আৰু আঘাট দেখি মচুলুকা লিখি মুক্ত হৈ যাবলৈ দিলে। আমি প্ৰতিবাদ কৰাত জেলৰ হুকুম দি নগাঁও জেললৈ পঠাই দিলে। আমাক দেখা পাই প্ৰথম যিজন মানুহে আমাৰ খবৰ ললে, গাৰ চোলা খুলি পিঠিৰ জখম চাই পিতৃসুলভ চেনেহেৰে মৰম কৰিলে, সেইজনেই হলধৰ ভূঞা। তেতিয়া তেখেতে জেইল হস্পিতালৰ পৰা ঔষধ আৰু মলম অনাই নিজ হাতেৰে ঘঁহি, গৰম পানীৰে সেকি নগাঁও জেলত থকা তিনিদিন যি শুশ্ৰূষা কৰিলে তাক জীৱনত পাহৰিব নোৱাৰিম—সুদীৰ্ঘ ৪৮ বছৰৰ পিছতো সেই কথা স্মৃতিৰ মণি-কোঠাত সজীৱ হৈ আছে।

১৯৪৫ চনত ভূঞা জেলৰ পৰা ওলোৱাৰ পিছত আৰু আমাৰো কাৰাবাস আৰু অন্তৰীন বন্দীত্বৰ পৰা মুক্ত হোৱাৰ পিছত নগাঁৱৰ ঘৰত ভূঞাক দেখা কৰিবলৈ যাওঁ। গৈ দেখো ভূঞাৰ ঘৰত কংগ্ৰেছ কৰ্ম্মী ঠাহ খাই আছে। অহা আহিছে, যোৱা গৈছে, খোৱাই খাইছে, শোৱাই শুইছে। সকলো কৰ্ম্মীৰে অবাধ গতি। ভূঞা জেলত থকা সময়ছোৱাত গাঁৱৰ কৰ্ম্মীয়ে চাউল-ডাইল, শাক-পাছলি সংগ্ৰহ কৰি আনি পৰিয়ালক পোহপাল দিছিল। প্ৰায়বোৰ কৰ্ম্মীয়েই চাউল-মাহ কিবা এমুঠি আনি পৰিয়ালকো দিছিল নিজেও খাইছিল। আমাৰো নগাঁও কলেজত পঢ়ি থকা দিনত তেখেতৰ ঘৰখন ভাতঘৰ হৈছিল। ভূঞাক দেখিছিলো প্ৰতিজন কৰ্ম্মীৰে খা-খবৰ লৈছে, পৰিয়ালৰে খা-খবৰ লৈছে। বিভিন্ন দিহা পৰামৰ্শ দিছে। অসমৰ বিভিন্ন নগৰৰ বিভিন্ন লোকৰ ঘৰলৈ যোৱাৰ সৌভাগ্য এস-

ময়ত আমাৰ হৈছিল, কিন্তু কাকো এনেকুৱা আতিথ্য-পৰায়ণ দেখা নাছিলো। অৱশ্যে গাঁৱৰ কৰ্মীৰ ঘৰৰ কথা সুকীয়া। ভূঞা-ভূঞানীৰ দৰে আপোনভোলা মানুহ অতি বিৰল। ভূঞা কংগ্ৰেছৰ সভাপতি আৰু গান্ধীবাদী আছিল যদিও ব্যক্তিগত মানুহ হিচাবে ভূঞাৰ কোনো গোড়ামী নাছিল। তেওঁৰ ঘৰত কমিউনিষ্ট, ছচিয়েলিষ্ট, হিন্দু মহাসভা, মুছলিম লীগ সকলো দলৰ কৰ্মীৰে অবাধ যাতায়ত আছিল; সকলোৰে লগত হাঁহি মাতি ৰাজনীতি, সমাজনীতি আলোচনা কৰিছিল। ১৯৪৮ চনত আমি ছচিয়েলিষ্ট পাৰ্টিত যোগ দিয়াৰ পিছতো ভূঞাৰ ঘৰৰ লগত সম্ভাৱ সম্পূৰ্ণ আছিল। তেখেতৰ চেনেহৰ পৰা বঞ্চিত হোৱা নাছিলো যদিও আমাৰ ভিতৰত তৰ্ক-বিতৰ্ক সদায়েই হৈছিল।

১৯৩৬ চনৰ পৰা ১৯৫১ চনলৈকে ভূঞা জিলা কংগ্ৰেছৰ সভাপতি আছিল। কংগ্ৰেছ সংগঠন শক্তিশালী কৰাৰ লগে লগে তেওঁ বিভিন্ন গঠনমূলক কামত ব্ৰতী হৈছিল। ১৯৩৭ চন আৰু ১৯৪৬ চনৰ নিৰ্ব্বাচনত তেওঁ বিধান সভালৈ নিৰ্ব্বাচিত হৈছিল। ১৯৪৬ চনৰ পৰা তেওঁ কংগ্ৰেছ বিধায়নী দলৰ সম্পাদক আৰু বৰদলৈ মন্ত্ৰীসভাত পালিয়ামেণ্টৰী চেক্ৰেটৰী হিচাপেও কাৰ্য্যনিৰ্ব্বাহ কৰে। ১৯৫১ চনত আচাৰ্য্য কৃপালনীৰ নেতৃত্বত কংগ্ৰেছৰ এটা দল ফাটি কৃষক মজদুৰ প্ৰজা পাৰ্টি গঠন কৰে আৰু নগাঁও জিলাতো হলধৰ ভূঞা, মহীচন্দ্ৰ বৰা, সুৰেণ হাজৰিকা, চন্দ্ৰ বৰকাকতী, বদন বৰদলৈ আদিয়ে কংগ্ৰেছ ত্যাগ কৰি সেই দলত যোগ দিয়ে। ১৯৫২ চনৰ সাধাৰণ নিৰ্ব্বাচনত কংগ্ৰেছৰ চোঁৱে কংগ্ৰেছ বিৰোধী সকলো শক্তিকে ধৰাশায়ী কৰে আৰু ভূঞাও পৰাজিত হয়। পিছত ১৯৫৩ চনত কৃঃ মঃ প্ৰঃ পাৰ্টি, ছচিয়েলিষ্ট পাৰ্টিৰ লগত চামিল হৈ প্ৰজা ছচিয়েলিষ্ট পাৰ্টি গঠিত হয় আৰু অসমত ভূঞা পি, এচ, পিৰ সভাপতি নিৰ্ব্বাচিত হয়। তাৰ দুবছৰমানৰ পিছত ভূঞাই ৰাজনীতিৰ পৰা অবসৰ লয় আৰু শঙ্কৰ মিচনৰ কামত সম্পূৰ্ণৰূপে আত্মনিয়োগ কৰে। ১৯৪৭ চনতে ভূঞাই গ্ৰাম্য মঙ্গল সমিতি প্ৰতিষ্ঠা কৰে যদিও সেই সমিতি স্থায়ী নহল। কিন্তু ১৯৫০ চনত প্ৰতিষ্ঠা কৰা শঙ্কৰ মিচনেই হয় ভূঞাৰ সমাজ জীৱনৰ কীৰ্ত্তিস্তম্ভ।

মহাপুৰুষ শঙ্কৰদেৱৰ বৈষ্ণৱ ধৰ্ম্ম প্ৰচাৰৰ উদ্দেশ্যৰে শঙ্কৰ মিচন গঠিত হোৱা নাছিল; শঙ্কৰদেৱ আৰু গান্ধীজীৰ জীৱন আদৰ্শ

সমাজৰ দলিত শ্ৰেণীৰ উন্নয়ন ; অন্ধ, কোঙা, কুষ্ঠৰোগীৰ উন্নত জীৱনত অধিকাৰ যোগোৱা ; সমাজৰ পৰা উচ্চ-নীচৰ ভেদাভেদ দূৰ কৰা আদি মহৎকামৰ উদ্দেশ্যেৰে শঙ্কৰ মিচন গঠিত হৈছিল আৰু ভুঞাই আছিল ইয়াৰ প্ৰতিষ্ঠাপক সভাপতি। ভুঞাক শঙ্কৰ মিচনৰ কামত কেইবাজনো কংগ্ৰেছ নেতা আৰু কৰ্মীৰ বাহিৰেও সমাজকৰ্মী ডাঃ ললিত বৰুৱা, হংসধৰ নাথ, ডাঃ বিদ্যা বৰুৱা আদিয়ে দেহে কেহে খাটি সহায় কৰিছিল। তাৰ ভিতৰত অন্ধ বিদ্যালয়, চকু চিকিৎসালয় প্ৰতিষ্ঠাত প্ৰথম দুজনৰ উদ্যম আছিল অতুলনীয়।

ভুঞাৰ মৰমে অন্ধ বিদ্যালয়ৰ অনাথ ল'ৰা-ছোৱালীক কেনেকৈ আবৰি ৰাখিছিল সেই দৃশ্য আমাৰ লগত অনেকৰ অন্তৰত এতিয়াও জিলিকি আছে। ১৯৫৮ চনত চৰকাৰী হিচাপ পৰীক্ষক হিচাপে শঙ্কৰ মিচনৰ হিচাপ পৰীক্ষা কৰাৰ কালত দেখিছিলোঁ ভুঞাই হাতত টফীৰ পেকেট, কেতিয়াবা মিঠাইৰ টোপোলা, কেতিয়াবা ফলৰ টোপোলা একোটা লৈ শঙ্কৰ মিচনত জিপৰ পৰা নমাৰ লগে লগে অনাথ আৰু অন্ধ ল'ৰা-ছোৱালীবোৰে ককা আহিছে বুলি তেওঁক বেৰি ধৰে আৰু ভুঞাইও হাতৰ টোপোলাৰ বস্তু বিলাই প্ৰত্যেককে গালে মুখে হাত ফুৰাই মৰম কৰিহে শান্তি পায়। মিচনৰ প্ৰতিটো কাম-কাজ তেওঁ নিখুঁট ভাবে কৰাটো বিচাৰিছিল।

ভুঞাৰ আন এক বৈশিষ্ট্য—তেওঁ আছিল উচ্চ মানৰ প্ৰাকৃতিক চিকিৎসক। তেওঁৰ বাৰিখনতো বিভিন্ন ধৰণৰ ঔষধী গছ। কোনটো অসুখত কি গছৰ গুটি, ছাল বা পাত খালে আৰোগ্য লাভ কৰিব পাৰে তেওঁৰ আছিল নখ দৰ্পণত। কোন বিধ শাক কি মাছেৰে খালে স্বাস্থ্য ভালে ৰাখিব পাৰে, কোন বিধ ফলে শৰীৰৰ অঙ্গ প্ৰত্যঙ্গত কি উপকাৰ কৰে তেওঁ সুন্দৰকৈ বুজাই দিছিল। কাৰোবাৰ কিবা অসুখৰ কথা কলে তেওঁ বুঢ়া বয়সতো বাৰীলৈ গৈ গছৰ ছাল-পাত আনি ৰস উলিয়াই খাবলৈ দিছিল। মোৰ নিজৰে কলেজত পঢ়ি থকা কালত হাৰ্টৰ অসুখ হোৱাত ভুঞাই বকুল গছৰ ছাল আনি গাখীৰত সিজাই এমাহ খাবলৈ উপদেশ দিলে আৰু সেই মতে খোৱাত যোৱা ৪২ বছৰে মোক সেই বেমাৰে কোনো দিন আমনি দিয়া নাই।

ভুঞাৰ আন এটা গুণ দেখিলো তেওঁ মানুহৰ মাজত দেশৰ বা-বাতৰিৰ জ্ঞান দিবৰ কাৰণেই গুৱাহাটীৰ পৰা প্ৰকাশ হোৱা

সকলো কেইখন দৈনিক, সপ্তাহিক বাতৰি কাকত আৰু মাহেকীয়া আলোচনীৰ নিজেই এজেন্সী লৈছিল। ৬ মাহ মানৰ পিছত যেতিয়া নগাঁৱৰ বহুতো বিশিষ্ট গ্ৰাহকে কাগজৰ বৰঙণি বাকী পেলালে আৰু হ'কাৰে বাকী তুলিব নোৱাৰা হল ভূঞাই নিজেই নগাঁও চহৰৰ ভদ্ৰলোক সকলৰ ঘৰে ঘৰে গৈ বাকী টকা সংগ্ৰহ কৰি এজেন্সী পুণৰ জীবিত কৰি তুলিলে। ভূঞাৰ তাগিদাত গ্ৰাহকৰ মাহে মাহে বৰঙণি আদায় দিয়াৰ অভ্যাস গঢ়ি উঠিল। বিভিন্ন গুণেৰে বিভূষিত ত্যাগী আপোন-ভোলা, মহৎহৃদয়ৰ হলধৰ ভূঞাক ৰাজনৈতিক নিৰ্য্যাতিত নগাঁও জিলা সন্মিলনে যথাৰ্থভাৱে লোক-সেৱক উপাধিৰে ১৯৫৮ চনত বিভূষিত কৰে।

OO●

# লোকসেৱকৰ ৰাজনৈতিক চিন্তাধাৰা

শ্ৰীবিজয় চন্দ্ৰ ভাগৱতী

দেশমাতৃকাৰ শৃঙ্খল মোচনৰ কাৰণে, মহাত্মাগান্ধীৰ নেতৃত্বত ভাৰতবৰ্ষই যি আদৰ্শ আৰু প্ৰণালীৰে, বৃটিছ সাম্ৰাজ্যবাদী শক্তিৰ লগত যুদ্ধ কৰিছিল, সি আছিল ইতিহাসৰ বৈপ্লৱিক পৰিবৰ্ত্তনৰ এক অপূৰপূৰ্ব দৃষ্টান্ত। তাৰ লগতে মনত ৰাখিবলগীয়া কথা যে গান্ধীবাদী যুদ্ধ প্ৰণালী আৰু স্বাধীনতাৰ পিছত নতুনকৈ দেশ নিৰ্ম্মাণৰ প্ৰণালী আৰু নীতিও অভিন্ন হ'ব বুলি ধৰা হৈছিল। গান্ধীজীয়ে এহাতেদি যি যতৰ আৰু বিকেন্দ্ৰিকৰণ উৎপাদনৰ প্ৰণালী, স্বাধীনতাৰ যুদ্ধৰে এটা নীতিগত কৌশল হিচাপে লৈছিল, তাকে স্বাধীনতাৰ পিছত, স্বাধীন ভাৰতৰ অৰ্থনীতিৰ বুনিয়াদ হিচাপে গঢ়াৰ কথাও ভাবিছিল। কিন্তু স্বাধীনতাৰ যুদ্ধত আৰু স্বাধীনতাৰ পিছত দেশ গঢ়াৰ প্ৰণালীৰ এই মূলগত আদৰ্শৰ ঐক্যৰ সূত্ৰ যি কাৰণতে নহওক হেৰাই গ'ল। ইয়াৰ ফলত স্বাধীনতাৰ পিছৰ ৰাজনৈতিক প্ৰশ্ন নিবাকৰণৰ কাৰণে স্বাধীনতা যুদ্ধৰ গান্ধী-বাদী অহিংস প্ৰণালী অনুসৰণ কৰাৰ ওপৰত যেনেকৈ আস্থা কমিবলৈ ধৰিলে তেনেকৈ গান্ধীবাদী অৰ্থনৈতিক পৰিকল্পনাও আজিৰ যুগত বাস্তৱধৰ্মী নহয় বুলি ধাৰণা হ'ল।

স্বাধীনতাৰ যুদ্ধৰ কালৰ দৰে স্বাধীনতা পৰৱৰ্ত্তী সময়তো উৎপাদন প্ৰণালী আৰু ৰাজনৈতিক যুদ্ধ প্ৰণালীৰ প্ৰতি আদৰ্শগত নিষ্ঠা ৰখা তাকৰীয়া সংখ্যক যি সকল নেতা আৰু কৰ্মীয়ে কাম কৰিছিল তাৰ ভিতৰত লোকসেৱক 'হলধৰ ভূঞা' আছিল অন্যতম। ভূঞাৰ ৰাজনৈতিক আৰু সামাজিক জীৱন ১৯২১ চনৰ অসহযোগ আন্দোলনৰ মাধ্যমেৰে গঢ়ি উঠিল। মহাত্মাগান্ধীৰ আদৰ্শ, নীতি কাৰ্য্যপদ্ধতিত তেখেতৰ বিশ্বাস অটুত আছিল।

অসমৰ স্বনামধন্য নেতা পণ্ডিত কনক শৰ্ম্মাৰ সৈতে লগ হৈ ভূঞাই ১৯২১ চনৰে পৰা নগাঁও জিলাৰ কেইবা ঠাইতো সূতাকটা

আৰু খদ্দৰৰ, মুগা পাতৰ কেন্দ্ৰ খুলি, পৰিচালনা কৰি ভাৰতৰ ভিতৰতে অসমৰ সুনাম আনিছিল। ইয়াৰ কাৰণে ১৯২৬ চনত পাণ্ডুত বহা কংগ্ৰেছ অধিবেশনৰ মণ্ডপ অসমত উৎপন্ন হোৱা অকল খদ্দৰৰ কাপোৰেৰে কৰাটো সম্ভৱ হৈছিল। মহাত্মাগান্ধীয়ে এই কামত বিশেষ সন্তোষ লাভ কৰিছিল।

ৰাজনৈতিক ক্ষেত্ৰত ভূঞাই সদায় নিজৰ দৃঢ় মত পোষণ কৰিছিল। ১৯৩০ চনত দেশভক্ত তৰুণৰাম ফুকনে অসম প্ৰদেশ কংগ্ৰেছ কমিটিৰ সভাপতিৰ পদ ইস্তফা দিয়াত অসম কংগ্ৰেছত যি সংকট দেখা দিছিল, সেই সময়ত ভূঞাই নিজৰ বিচাৰ অনুসৰি নগাঁৱত বলিষ্ঠ নেতৃত্ব দিছিল। তেওঁৰ নেতৃত্বত লোণ আইনভঙ্গ আন্দোলনত নগাঁৱে বিশেষ খ্যাতি অৰ্জন কৰিছিল।

ভাৰতৰ স্বাধীনতা আন্দোলনৰ বিভিন্ন পৰ্য্যায়ত আৰু স্বাধীনতাৰ পিছৰ সময়তো ভূঞাই তেওঁৰ সংগঠন আৰু পৰিচালনা ক্ষমতা প্ৰতিপন্ন কৰিছিল। নেতৃত্বৰ ক্ষমতা তেখেতৰ কাৰণে আছিল অতি সুগম। লগৰীয়া সকলে আৰু ৰাইজে তেওঁৰ নেতৃত্ব বিনাদ্বিধাই মানি লৈছিল। তেওঁৰ নেতৃত্বত কাৰো ওপৰত প্ৰত্যক্ষ বা পৰোক্ষভাবে লেশমাত্ৰও আধিপত্য দেখুওৱাৰ ভাব নাছিল। আন্তৰিক বিশ্বাসেৰে, নিষ্ঠাৰে কৰা কামত পাৰদৰ্শিতাই তেওঁৰ নেতৃত্বক মহীয়ান কৰি তুলিছিল। তেওঁৰ নেতৃত্ব আছিল সেৱাৰ ভাবৰ। প্ৰগতিশীল ৰাজনীতিৰ পতাকাবাহী ভূঞাই সৰ্বসাধাৰণ ৰাইজৰ দৃষ্টিকোণৰ পৰা ৰাজনৈতিক সিদ্ধান্ত কৰিছিল। এই কাৰণে কেতিয়াবা নিজৰ দলৰ হলেও ক্ষমতাত থকা সকলৰ লগত তেওঁৰ ৰাজনৈতিক সংঘাত নোহোৱাকৈ থকা নাছিল। এনে সংঘাতৰ কাৰণেই তেওঁৰ কংগ্ৰেছৰ লগত বিচ্ছেদ ঘটিছিল। সদা সৰ্বদা মুক্ত আৰু স্বাধীন চিন্তাৰ ভূঞাক কোনো নিৰ্দিষ্ট দলৰ বান্ধোনে বান্ধি ৰাখিব নোৱাৰিছিল।

ভূঞাৰ মুখত সততে লাগি থকা হাঁহিৰে খোলা মনৰ মানুহজনে তেওঁৰ সন্নিধ্যলৈ অহা সকলক মুকলি মনেৰে স্বাগত সম্ভাষণ জনাইছিল। লোকসেৱকে অসহযোগ আন্দোলনত যোগ দিয়াৰে পৰা নিজৰ উপাৰ্জনৰ কথাত মন দিবলৈ এৰি দিছিল। দেশৰ কামত এনেকৈ একাণপতীয়াকৈ লাগিছিল যে ঘৰৰ সমস্যাৰ কথা ভাবিবলৈ তেওঁৰ সময় নোহোৱা হৈছিল। সেই সময়ৰ স্বাধীনতা সংগ্ৰামীৰ কাৰণে ইয়েই আছিল সাধাৰণ কথা। তাৰ মাজতো সেইখন

ঘৰৰ বিশেষত্ব আছিল যে তেওঁৰ অভাবৰ সংসাৰখনতো বাহ্মনীঘৰ সকলোৰে কাৰণে মুকলি আছিল। কংগ্ৰেছৰ কৰ্মী সকলে তেওঁৰ ঘৰত সোমাই যেতিয়া যি থাকে তাকে খাই যাব পাৰিছিল। কৰ্মী সকলৰ কাৰণে আছিল ভুঞাৰ ঘৰ নিজৰদৰে। ভুঞাই কৰ্মব্যস্ততাৰ মাজতো ৰাজনীতিৰ উপৰি, গছ-গছনিৰ কথা, অসমীয়া চিকিৎসা প্ৰণালীৰ কথাও বুজাবলৈ চেষ্টা কৰিছিল। আমি অনুভৱ কৰিছিলো উদ্ভিদ বিজ্ঞান সম্বন্ধে ভুঞাৰ স্বকীয় গৱেষণা আৰু ব্যুৎপত্তি আছিল।

গান্ধীবাদী স্বাধীনতা আন্দোলনত ৰচনাত্মক কামৰ ওপৰত বিশেষ গুৰুত্ব দিয়া হৈছিল। ৰাজনৈতিক হিচাপে এফালে সাম্ৰাজ্য-বাদী চৰকাৰৰ আইন ভঙ্গ কৰাৰ দৰে অহিংস সংগ্ৰামৰ আঁচনি আৰু আনফালে নানা প্ৰকাৰৰ গঠনমূলক কাম হাতত লোৱা হৈছিল। অসমত কানি ৰবৰিহ নিৰ্মূল কৰাৰ ওপৰত সৰ্বাধিক গুৰুত্ব দিয়া হৈছিল আৰু সেই সময়ৰ ইংৰাজ চৰকাৰৰ প্ৰবল বিৰোধিতা সত্ত্বেও এবছৰতে অসমৰ চৰকাৰী কানিৰ দোকানত ৬০০ মোণ কানি বিক্ৰী কম কৰিব পৰা হৈছিল। হলধৰ ভুঞাই কানি নিৰ্মূলৰ ক্ষেত্ৰটো বিশেষ ভাবে নেতৃত্ব দিছিল।

স্বাধীনতাৰ পিছত ৰচনাত্মক কামৰ এটা সৰ্বপ্ৰধান সংগঠন হৈছে নগাঁৱৰ শ্ৰীমন্ত শঙ্কৰ মিচন। নগাঁৱত স্থাপিত হোৱা এই সেৱাধৰ্মী অনুষ্ঠানটো সমগ্ৰ ভাৰতৰে এটা লেখত লবলগীয়া অনুষ্ঠান ৰূপে গঢ়ি উঠিছে। লোকসেৱক ভুঞাৰ প্ৰাণ স্বৰূপ শংকৰ মিচন। তেওঁৰ নেতৃত্বত মিচনে যি মানৱ সেৱাৰ কাম কৰিছে সি আদৰ্শ-গত কামৰ কাৰণে প্ৰেৰণাৰ স্থল হৈ থাকিব। শংকৰ মিচন থকা-লৈকে ভুঞাৰ নাম অসমত অজৰ অমৰ হৈ থাকিব।

হলধৰ ভুঞাৰ শতবৰ্ষৰ সময়ত আমাৰ কৰ্ত্তব্য এনেদৰে ভাবিব পাৰি। ভাৰতৰ স্বাধীনতা আন্দোলনৰ কাহিনী সেই আন্দোলনৰ লগত সক্ৰিয় সম্পৰ্ক থকা সকলৰ জীৱন কাহিনী আলোচনা কৰি, সেই আন্দোলনে সৃষ্টি কৰা ৰাষ্ট্ৰীয়তাৰ ভাৱনা, দেশপ্ৰেম, নিৰ্মল ৰাজহুৱা জীৱন, নীতিগত আদৰ্শৰ ৰাজনীতি, জনসেৱাৰ ভাব পুণৰ জাগ্ৰত কৰি, সেই ভাবৰে অনুপ্ৰাণিত হৈ বৰ্ত্তমান দেশে সন্মুখীন হোৱা সমস্যাৱলী সমাধানৰ কাৰণে সুস্থ বাতাৱৰণ গঢ়ি তুলিব পাৰো। আধুনিক যুগৰ উপযোগী জাতীয় সৌধ নিৰ্মাণ কৰিবলৈ, দেশখনৰ অৰ্থনৈতিক সমস্যা সমাধানৰ কাৰণে ৰচনাত্মক গণবিপ্লৱৰ প্ৰয়োজন।

লোকসেৱক ভুঞাই স্বাধীনতাৰ পিছত গঠনমূলক, সৃষ্টিমূলক, ৰচনাত্মক বিপ্লৱৰে আগজাননী দি গৈছে। ভুঞাৰ জীৱনৰ আলোচনাই তেওঁৰ জীৱনৰ বিপ্লৱী চিন্তাধাৰাৰ নতুনকৈ পোহৰ পেলাব।

ভুঞাৰ দৰে পুৰুষ তেওঁৰ জীৱনৰ চিন্তা আৰু কৰ্ম্মৰ মাজতে জনমানসত চিৰঞ্জীৱী হৈ আছে। ভুঞাৰ আদৰ্শৰে জনসেৱা আৰু দেশসেৱাৰ ভাবত উদ্বুদ্ধ হোৱাটোৱেই ভুঞাৰ প্ৰতি প্ৰকৃত শ্ৰদ্ধাৰ্ঘ্য অৰ্পণ কৰা হ'ব।

ooo

# হলধৰ ভূঞাৰ ব্যক্তিত্ব

শ্ৰীসতীশ চন্দ্ৰ কাকতী

ভাৰতৰ মুক্তি সংগ্ৰামৰ লগত অসমৰ যিসকল ব্যক্তিৰ নাম সুগৰ্মীয়া হৈ আছে সেইসকলৰ ভিতৰত নগাঁৱৰ হলধৰ ভূঞাৰ নাম অন্যতম। যোৱা কেইবছৰ মানৰ ভিতৰত অসমৰ কেইবাজনো মুক্তি সংগ্ৰামী বৰেণ্য নেতাৰ জন্ম শতবাৰ্ষিকী পালন কৰা হৈছে। কৰ্মবীৰ নবীন চন্দ্ৰ বৰদলৈ, দেশভক্ত তৰুণৰাম ফুকন, বিষ্ণুৰাম মেধী, দেশপ্ৰাণ চন্দ্ৰ নাথ শৰ্মা, কৃষ্ণ শৰ্মা, কুলধৰ চলিহা, লোকপ্ৰিয় গোপীনাথ বৰদলৈ। বৰ্ত্তমান সিদ্ধিনাথ শৰ্মা আৰু লোকসেৱক হলধৰ ভূঞাৰ শতবাৰ্ষিকী উদ্‌যাপন কৰাৰ সময়। এওঁলোক প্ৰত্যেকজনেই আছিল স্বাধীনতা সংগ্ৰামৰ অগ্ৰণী নেতা। স্বাধীনতা আন্দোলনৰ সৈনিক হলধৰৰ নাম স্বাধীনতাৰ বুৰঞ্জীৰ উজ্বল তাৰকা সদৃশ।

নগাঁও জিলাত হলধৰ ভূঞা আছিল কংগ্ৰেছৰ অপ্ৰতিদ্বন্দ্বী নেতা। নগাঁৱত কংগ্ৰেছৰ কাম দ্ৰুতগতিত আৰু নিয়াৰিকৈ চলাৰ গুৰিত আছিল ভূঞাৰ নেতৃত্ব। ভূঞাৰ ঘৰখন আছিল কংগ্ৰেছ কৰ্মীৰ নিজা ঘৰ। গুৱাহাটীত লক্ষীধৰ বৰাৰ ঘৰ, গোৱালপাৰাৰ খগেন্দ্ৰ নাথৰ ঘৰ আৰু নগাঁৱত ভূঞাৰ ঘৰ আছিল কংগ্ৰেছ কৰ্মীৰ আশ্ৰয় স্থল। সেই কাৰণেই তৃণমূল শ্ৰেণীৰ কংগ্ৰেছ কৰ্মী আৰু ভলণ্টিয়াৰ সকলে ভূঞাক বিশ্বাস আৰু ভক্তি কৰিছিল। নগাঁৱত কংগ্ৰেছ বুলিলেই হলধৰ ভূঞা আৰু হলধৰ ভূঞা বুলিলেই কংগ্ৰেছ বুলি বুজাইছিল। তেওঁৰ মনত জাত-পাতৰ, ভাষা-ভাষীৰ, ধৰ্মৰ ভেদাভেদ নাছিল। গান্ধীজীৰ আদৰ্শ তেওঁ মনে প্ৰাণে গ্ৰহণ কৰিছিল।

হলধৰ ভূঞা ১৯৪৬ চনৰ সাধাৰণ নিৰ্বাচনত অসম বিধান সভালৈ নিৰ্বাচিত হৈছিল। কিন্তু তেওঁ মন্ত্ৰীপদৰ বাবে আগ্ৰহী নাছিল। তাৰ পৰিবৰ্ত্তে অসম কংগ্ৰেছ বিধায়িনী দলৰ সম্পাদকহে হৈছিল। সম্পাদক হিচাপে দলৰ কামকাজ এনেভাবে চলাইছিল যে

তেওঁ নিজকে সৰবৰহী ব্যক্তি হিচাপে প্ৰতিষ্ঠা কৰিছিল। চৰকাৰৰ কামকাজত কিবা বিজুতি দেখিলে ভূঞাই দলপতি তথা মুখ্যমন্ত্ৰীক সমালোচনা নকৰাকৈ থকা নাছিল। এবাৰ লোকপ্ৰিয় বৰদলৈৰ লগত কোনো কথাত মতান্তৰ হোৱাত ভূঞাই বৰদলৈক কৈছিল— "আপুনি এতিয়াই পদত্যাগ কৰক। আপোনাতকৈ বেছি ভালকৈ চৰকাৰ চলাবলৈ আমাৰ দলত মানুহ আছে।" এইয়া ভূঞাৰ স্পষ্টবাদিতাৰ নিদৰ্শন। অসমৰ দ্বিতীয়জন মুখ্যমন্ত্ৰী বিষ্ণুৰাম মেধীৰ লগতো মতান্তৰ হৈছিল যদিও দুয়োজন পৰম মিত্ৰ বুলি জনাজাত আছিল। হলধৰ ভূঞাৰ এনে এক বিৰল ব্যক্তিত্ব আছিল যে স্বভাৱসুলভ হাঁহিৰে সকলোৰে অন্তৰ জয় কৰিব পাৰিছিল। তেওঁ আতিথ্যপৰায়ণতা, দেশপ্ৰেম, মানবীয় দৃষ্টিভঙ্গীৰ সংমিশ্ৰনে ব্যক্তিত্ব মোহনীয় কৰি তুলিছিল।

১৯৪৮-৫১ চনৰ সময়ছোৱাত আমি অসম চৰকাৰৰ প্ৰচাৰ বিভাগৰ সহকাৰী সঞ্চালক পদত থাকোঁতে ভূঞা কংগ্ৰেছ দলৰ সম্পাদক আছিল। গতিকে চৰকাৰৰ কামকাজ আৰু আঁচনি সম্পৰ্কে এখন পুস্তিকা প্ৰকাশ কৰা সিদ্ধান্ত কৰে। ভূঞাই এই পুস্তিকা সংকলন আৰু যাবতীয় ছপা কাম কৰাৰ দায়িত্ব আমাৰ ওপৰত ন্যস্ত কৰিছিল। ভূঞাই এই কামত বিশেষ গুৰুত্ব দি আমাক বিশেষ ভাবে সহায় কৰিছিল।

হলধৰ ভূঞা আছিল গঠনমূলক কামৰ প্ৰতিভূ। নগাঁৱত শ্ৰীমন্ত শংকৰ মিচন, শ্ৰীমন্ত শঙ্কৰদেৱ সংঘ, চকু চিকিৎসালয়, কমলা নেহৰু যক্ষ্মা চিকিৎসালয়, অন্ধ বিদ্যালয়, অনাথ আশ্ৰম, কুষ্ঠাশ্ৰমৰ দৰে মহান অনুষ্ঠানৰ জন্ম দি ভূঞাই মহত্বৰ পৰিচয় দিলে।

আজীৱন মুক্তি সংগ্ৰামী, সাংগঠনিক কামত পৰম বিশ্বাসী, সমাজহিতৈষী ভূঞা আছিল জনমানসত লোকসেৱক। তেওঁৰ মহৎ গুণৰাজি, সবল ব্যক্তিত্ব, কৰ্ম্মবহুল জীৱন, মানবীয়বোধ সকলোৰে কাৰণে স্মৰণীয় আৰু অনুকৰণীয় হওক।

# লোকসেৱকৰ সান্নিধ্যত

শ্ৰীমান প্ৰফুল্ল গোস্বামী

লোকসেৱক হলধৰ ভূঞাৰ লগত নগাঁও জেলত আমি একেলগে ১৯৪১ খৃঃৰ সত্যাগ্ৰহ সংগ্ৰামত আৰু ১৯৪২ খৃঃৰ গণ বিপ্লৱৰ সময়ত দুবাৰ একেটা বাৰ্ডত থাকি তেওঁৰ ঘনিষ্ঠভাবে পোৱাৰ সৌভাগ্য হৈছিল। তেওঁৰ অসাধাৰণ মনোবল, সহজ সৰল স্বভাৱে আমাৰ মন আকৰ্ষণ কৰিছিল। আমি বয়সত সৰু হলেও আপুনি বুলিহে সম্বোধন কৰিছিল। তুমি বুলি মাতিবলৈ অনুৰোধ কৰাতো তেওঁ আপুনি বুলিয়েই মাতিলে। নগাঁৱৰ বন্দীসকলক কিন্তু তুমি বুলিহে সম্বোধন কৰিছিল। কাৰাগাৰত তেওঁক সকলোৱে শিক্ষা গুৰুৰ দৰে সন্মান কৰিছিল।

১৯৪৬ চনত লোকসেৱক ভূঞা কংগ্ৰেছ প্ৰাৰ্থী হিচাপে প্ৰথমবাৰৰ কাৰণে অসম বিধান সভাৰ সদস্য নিৰ্বাচিত হয়। লোকপ্ৰিয় গোপীনাথ বৰদলৈৰ প্ৰধান মন্ত্ৰীত্বৰ (তেতিয়া প্ৰদেশৰ মুখ্যমন্ত্ৰীকো প্ৰধান মন্ত্ৰী আখ্যা দিছিল) সময়ত তেওঁ কংগ্ৰেছ দলৰ সম্পাদক হিচাপে কাৰ্য্য নিৰ্বাহ কৰিছিল। ১৯৪৮-৪৯ চনত কংগ্ৰেছ দলৰ কাৰ্য্যবিৱৰণি ভূঞাৰ পাতনিৰে সৈতে ছপা হৈ ওলাইছিল। উক্ত কাৰ্য্যবিৱৰণি ভূঞাৰ পৰা সংগ্ৰহ কৰি আনি এতিয়াও সযতনে ৰাখি থৈছোঁ। উক্ত কাৰ্য্যবিৱৰণিৰ পাতনিখনত ভূঞাৰ ৰাজনৈতিক জ্ঞান আৰু ধাৰণাৰ সুন্দৰ প্ৰকাশ। ইয়াৰ পিছতো তেওঁ বিধান সভালৈ নিৰ্বাচিত হৈছিল।

১৯৫০ চনত লোকপ্ৰিয় বৰদলৈৰ আকস্মিক বিয়োগৰ পিছত বিষ্ণুৰাম মেধী মুখ্যমন্ত্ৰী হয়। মেধীৰ মন্ত্ৰী সভাতো ভূঞাক মন্ত্ৰী হ'বলৈ অনুৰোধ কৰিছিল যদিও তেওঁ সেই মন্ত্ৰী পদ গ্ৰহণ নকৰিলে। ভূঞাৰ একান্ত ইচ্ছা মন্ত্ৰী সভাৰ বাহিৰত থাকি জনসাধাৰণৰ সেৱকৰূপে থাকিব।

লোকসেৱক ভূঞা স্বাধীনতা আন্দোলনৰ অক্লান্ত, সাহসী

কৰ্মী আছিল। তেওঁ কেইবাবাৰো কাৰাবাস খাতিব লগা হৈছিল। সেই সময়ত তেওঁ সাংসাৰিক অসুবিধা বিলাক অতি তুচ্ছ জ্ঞান কৰিছিল। স্বাধীনতাৰ পিছতো তেওঁ কোনো চৰকাৰী পদ লাভ কৰি নিজৰ ব্যক্তিগত সা-সুবিধা গ্ৰহণ কৰাৰ কথা ভৰা নাছিল। ভুঞাৰ দৰে ত্যাগ আৰু সেৱাৰ মনোবৃত্তিৰে ৰাজনীতি কৰা লোক বিৰল।

একান্তভাৱে কংগ্ৰেছৰ সেৱা কৰা ভুঞাৰ ৰাজনৈতিক জীৱনৰ পৰিবৰ্ত্তন হয় ১৯৫২ চনত। তেওঁ কংগ্ৰেছ ত্যাগ কৰি কংগ্ৰেছৰ বিৰোধী দল প্ৰজা চছিয়েলিষ্টৰ ৰাজ্যিক সভাপতিৰ দায়িত্ব গ্ৰহণ কৰে। গণতান্ত্ৰিক শাসন ব্যৱস্থাত বিৰোধী দলৰ প্ৰয়োজনীয়তা অনুভৱ কৰি তেওঁ এনে সিদ্ধান্ত লৈছিল। বিৰোধী দলৰ দায়িত্ব লৈও পূৰণি কংগ্ৰেছ কৰ্মী সকলৰ লগত সম্ভাৱ ৰক্ষা কৰি চলিছিল।

জীৱনৰ শেষৰ ফালে ভুঞাই ৰাজনীতি ত্যাগ কৰি সমাজ সেৱাৰ কামত মনোনিবেশ কৰে। দুৰ্দ্দশাগ্ৰস্ত মানৱ সেৱাৰ মহান ব্ৰত লৈ নগাঁৱত শংকৰ মিচন প্ৰতিষ্ঠা কৰে। নগাঁৱৰ বাহিৰেও কাৰ্বি আংলং, অৰুণাচলত মিচনৰ কেন্দ্ৰ স্থাপন কৰি পাহাৰ ভৈয়ামৰ সম্প্ৰীতিৰ ক্ষেত্ৰত এক গুৰুত্বপূৰ্ণ পদক্ষেপ গ্ৰহণ কৰে। শংকৰ মিচনত চকু চিকিৎসাৰ ব্যৱস্থা গ্ৰহণ কৰি সৰ্বসাধাৰণ লোকৰ বিশেষ উপকাৰ কৰিলে। কাৰ্বি আংলং, অৰুণাচলত কুষ্ঠ ৰোগীৰ চিকিৎসা কেন্দ্ৰ স্থাপন কৰি ভুঞাই মহৎ কাম কৰিলে। ভুঞাৰ এই সেৱাৰ প্ৰতিষ্ঠান গঢ়ি তোলাত অসমৰ কেইবাজনো শীৰ্ষস্থানীয় নেতাই বিশেষ ভাৱে সহায় কৰিলে। বিশেষকৈ গোপীনাথ বৰদলৈ, বিষ্ণুৰাম মেধী, মহেন্দ্ৰ মোহন চৌধুৰী আদি নেতাৰ উদগনি আৰু সহায় উল্লেখযোগ্য।

সমাজসেৱক ভুঞাই নগাঁৱৰ বিখ্যাত কপিলীৰ বানপানীৰ সময়তো অক্লান্ত পৰিশ্ৰম কৰি দুৰ্দ্দশাগ্ৰস্ত লোকক সাহায্য দিয়াৰ কামত ব্ৰতী হৈছিল। ভুঞাই আৰ্ত্তমানৱৰ সেৱাৰ কাম কৰোঁতে মহাপুৰুষ শ্ৰীশঙ্কৰদেৱৰ মহান আদৰ্শৰ দ্বাৰা অনুপ্ৰাণিত হৈছিল। তেওঁৰ মহান উদ্দেশ্যৰ সফলতাত ৰাজ্যিক চৰকাৰ আৰু কেন্দ্ৰীয় চৰকাৰেও যথেষ্ট আৰ্থিক সাহায্য দিলে।

ভুঞাই মিচনৰ কামত লাগি থকা সময়তে অসমৰ কংগ্ৰেছ নেতাসকলে তেওঁক ৰাজ্য সভাৰ সদস্য কৰাৰ কথা ভাবিছিল। কিন্তু

তেওঁক সেই প্ৰস্তাৱ দিয়াৰ লগে লগে প্ৰত্যাখান কৰিলে। ৰাজ্য সভালৈ গলে মিচনৰ কামত বাধা আহিব বুলি বিবেচনা কৰিয়েই তেওঁ সন্মত নহ'ল। শংকৰ মিচনক তেওঁ মনে প্ৰাণে কিমান ভাল পাইছিল ইও এক উদাহৰণ। হলধৰ ভূঞা মহামানৱ মহাত্মা গান্ধীৰ আদৰ্শ, মহাপুৰুষ শ্ৰীশঙ্কৰদেৱৰ আদৰ্শৰ দ্বাৰা অনুপ্ৰাণিত। এই আদৰ্শ নিজৰ জীৱনত প্ৰয়োগ কৰি তেওঁ মানৱী জনম সাৰ্থক কৰিলে। হলধৰ ভূঞাৰ সমাজ সেৱা, মানৱ সেৱাৰ আদৰ্শই সকলোকে অনুপ্ৰাণিত কৰক। তেওঁৰ ত্যাগ, মহৎ গুণৰাজি শ্ৰদ্ধাৰে স্মৰণ কৰিলে সমাজৰ মঙ্গল হ'ব বুলি একান্ত বিশ্বাস।

০০০

# লোকসেৱকৰ মহত্ত্ব

শ্ৰীফণী বৰা

লোকসেৱক হলধৰ ভূঞা আমাৰ মাতৃৰ সম্বন্ধীয়া মোমায়েক আছিল কাৰণে সৰুকালৰে পৰা তেখেতৰ ঘনিষ্ঠ সান্নিধ্য লাভ কৰাৰ সৌভাগ্য লাভ কৰিছিলোঁ। আমি অনুভৱ কৰিছিলোঁ তেখেতৰ মন যিকোনো কুসংস্কাৰৰ পৰা মুক্ত আছিল, কোনো ক্ষেত্ৰতে ৰক্ষনশীল নাছিল। আমি তেখেতক এজন দেশসেৱক, লোকসেৱক, সমাজ সেৱক আৰু সংকীৰ্ণ লোভ মোহৰ প্ৰতি অনাসক্ত ত্যাগী সাধকৰ দৰে দেখা পাইছিলোঁ। আমাৰ কুমলীয়া মনত সেই মহান ব্যক্তিজনৰ আদৰ্শৰ ছাপ পৰিছিল।

আমি পাঠশালালৈ অহাযোৱা কৰা সময়ত আমাৰ ৰৰজহা গাঁৱৰ ওচৰত কংগ্ৰেছৰ এখন জনসভালৈ হলধৰ ভূঞা, মহী চন্দ্ৰ বৰা আদি নেতৃস্থানীয় লোকসকল অহা শুনি আমি সভালৈ গৈছিলোঁ। সেই সভালৈ আমাৰ মোমাইদেউ টুনীৰাম বৰুৱাও (যিজন কেইবছৰমানৰ পিছত নিৰুদ্দেশ হৈছিল) গৈছিল। বক্তৃতাবোৰ কাণপাতি শুনিছিলোঁ। আমি এই কথা বুজিছিলোঁ ইংৰাজ নামৰ এটা বিদেশী জাতিয়ে আমাৰ দেশখনৰ ৰজা হৈ শাসন কৰি আছে। ইংৰাজক খেদি আমাৰ দেশ আমাৰ দেশৰ মানুহেই শাসন কৰিব লাগে। পৰবৰ্তী কালত আমি ৰাজনীতিৰ প্ৰতি আকৃষ্ট, হোৱাত, আগ্ৰহ সৃষ্টি কৰাত এনেবোৰ কথাই বিশেষ ভাৱে প্ৰভাৱ পেলাইছিল।

হলধৰ ভূঞা নগাঁও জিলা কংগ্ৰেছৰ নেতা। তেখেতৰ নিৰ্দ্দেশতে মোমাইদেউ টুনীৰাম বৰুৱাই আমাৰ ৰৰজহা অঞ্চলৰ কানি বৰবিহ বন্ধ কৰিবলৈ, বিদেশী কাপোৰ বৰ্জন কৰিবলৈ অভিযান চলাইছিল। এই অভিযানত সৰু হলেও আমাক লগত নিছিল আৰু এনে মহৎ কামৰ দ্বাৰা প্ৰভাৱান্বিত হৈছিলোঁ। টুনীৰাম বৰুৱাই ১৯২১ চনৰ আন্দোলনত লাগি স্কুল ত্যাগ কৰিলে। পাছত তেওঁ এলাহাবাদৰ আনন্দ ভৱনত থাকি মতিলাল নেহৰু, জৱাহৰ-

লাল নেহৰু আৰু মহাত্মা গান্ধীৰ ওচৰত থাকি দেশসেৱাত আত্ম নিয়োগ কৰে। ১৯৩১-৩২ চনৰ অসহযোগ আন্দোলনত ব্যৰ্থতা আৰু ইংৰাজৰ লগত আপোচ আলোচনাৰ নীতিৰ বিৰোধীতা কৰি কিছুমান বিপ্লৱী যুবকে সন্ত্ৰাসবাদৰ পথ গ্ৰহণ কৰাৰ সময়ত টুনীৰাম বৰুৱাও বিভ্ৰান্ত হৈছিল বুলি ধাৰণা হয়। কাৰণ ১৯৩৩ চনৰ কোনোবা এটা সময়ত আমাৰ ঘৰত মোমাইদেউৰ চুটকেচত এটা ৰিভলভাৰ দেখা পোৱা মনত পৰে। তেখেত নিৰুদ্দেশ হয়। কেইবছৰ মানৰ পাছত হলধৰ ভূঞা ককাদেউতাৰ মুখত শুনিছিলোঁ টুনীৰাম বৰুৱা সন্ন্যাসী হৈ হিমালয় পৰ্ব্বতৰ নামনিৰ কোনোবা ঠাইত আছে। নগাঁৱৰ স্বাধীনতা আন্দোলনত অংশ গ্ৰহণ কৰা যুবক-সকলক হলধৰ ভূঞা, কনক চন্দ্ৰ শৰ্মা, পূৰ্ণচন্দ্ৰ শৰ্মা, মহীচন্দ্ৰ বৰা, পৰমানন্দ ওজা আদি নেতাসকলে মুক্তি যুদ্ধৰ সৈনিক হোৱাত উদগনি দিছিল।

১৯৪১ চনৰ কথা। আমি ইতিমধ্যে কমিউনিষ্ট ভাবধাৰাৰ প্ৰতি আকৰ্ষিত হৈ সক্ৰিয় ভাবে ৰাজনীতিত জড়িত হৈ পৰোঁ। তেজপুৰত ছাত্ৰ সন্মিলনত শ্ৰীবিজয় চন্দ্ৰ ভাগৱতী, শ্ৰীপুষ্পলতা দাস, বিশ্বদেৱ শৰ্মা, ৰমেশ শৰ্মা আদিয়ে কংগ্ৰেছ কমিউনিষ্ট লগ লাগি শোভাযাত্ৰা কৰা হৈছিল। আমি সাম্ৰাজ্যবাদী যুদ্ধৰ বিৰুদ্ধে ধ্বনি দি ফুৰা হৈছিল। গুৱাহাটী কটন কলেজৰ ছাত্ৰৰ ওপৰত ইংৰাজৰ ডেপুটি কমিচনাৰ হামফ্ৰেৰ আদেশত পুলিচৰ নিৰ্মম অত্যাচাৰৰ বিৰুদ্ধে নগাঁৱত ছাত্ৰ শক্তিক ধৰ্মঘট আদি কৰি প্ৰতিবাদ কৰিবলৈ সংগঠন কৰাত অংশ গ্ৰহণ কৰা হৈছিল। ছাত্ৰসকলৰ প্ৰতিবাদ সভাত দেৱকান্ত বৰুৱাক সভাপতি পাতি যুদ্ধ বিৰোধী ধ্বনি দি ইংৰাজ শাসনৰ অন্ত পেলোৱাৰ সংকল্প লোৱা হৈছিল। ভূঞাদেৱে প্ৰশংসা কৰিলেও হিংসাৰ নীতিক কোনো পধ্যে সমৰ্থন কৰিব নোৱাৰিলে। গান্ধীবাদী ভূঞা আছিল অহিংসা নীতিত বিশ্বাসী আৰু আমাৰ সংগঠনে গণ বিপ্লৱৰ যোগেদি, প্ৰয়োজন হলে সশস্ত্ৰ বিপ্লৱৰ দ্বাৰা ইংৰাজক খেদাৰ নীতিক বিশ্বাস কৰে। ভূঞা ককাদেউতাই ব্যক্তিগত সত্যাগ্ৰহ কৰি ইংৰাজক যুদ্ধত সহায় নকৰোঁ বুলি কৈ কাৰাবৰণ কৰিছিল। তেখেতক গ্ৰেপ্তাৰ কৰা সময়ত বহুতো কংগ্ৰেছ কৰ্ম্মীয়ে মালা পিন্ধাই বিদায় দি বন্দে মাতৰম্, ভাৰতমাতা কি জয়, মহাত্মাগান্ধী কি জয় ধ্বনি দিছিল। আমাৰ বিপ্লৱী ছাত্ৰ

সংগঠনেও সেই স্থানতে ধ্বনি দিছিল—"নট এ মেন নট এ পাই টু দি ইমপিৰেৰিলিষ্ট ওৱাৰ," সাম্ৰাজ্যবাদ ধ্বংস হওক।"

১৯৪৭ চনৰ ১৬ আগষ্টত নগাঁৱৰ জুবিলি পথাৰত বিৰাট ৰাজহুৱা সভা। স্বাধীনতা লাভৰ উৎসৱ। হলধৰ ভূঞা সভাপতি। সভাত নেতাসকলে বক্তৃতা দিছে। আমি অসম ছাত্ৰ ফেডাৰেচনৰ সম্পাদক হিচাপে সভাত বক্তৃতা দিবলৈ ইচ্ছা কৰাত সভাপতিয়ে চমুকৈ ক'বলৈ দিলে। আমি বক্তৃতা দিওঁতে সভাত উপস্থিত থকা ৰাইজে জাউৰিয়ে জাউৰিয়ে হাত চাপৰি বজাইছে। তথাপি সভাপতিয়ে চমুকৈ ক'বলৈ বাৰে বাৰে সকিয়াই দিছে। ঘৰত আহি ককাদেউতাই ক'লে আমি কমিউনিষ্টবোৰে নিয়ম শৃঙ্খলা হেনো নামানো। সেই কথা লৈ তেখেতৰ লগত নাতিৰ তৰ্ক বিতৰ্ক হ'ল। তেখেতে অন্তঃকৰণেৰে বিশ্বাস কৰিছিল মহাত্মা গান্ধীয়েই সমাজতন্ত্ৰ আনিব।

১৯৪২ চনৰ কথা। বোম্বাইত গান্ধী নেহেৰু আজাদ আদি ভাৰতৰ সকলো জাতীয় নেতাক গ্ৰেপ্তাৰ কৰাৰ পাছত দেশজোৰা গণ আন্দোলন আৰম্ভ হ'ল। আন এজন জাতীয় নেতা সুভাষ চন্দ্ৰ বসুৱে আজাদ হিন্দ ফৌজ গঠন কৰি জাপানৰ লগত সহযোগ কৰে। আমি ছাত্ৰ সকলেও সভা সমিতি পাতি, শোভাযাত্ৰা কৰি, ইংৰাজ বিৰোধী ধ্বনি দি জাতীয় নেতাসকলৰ মুক্তিৰ দাবীত আন্দোলন কৰাত লাগিলোঁ। আমি ইংৰাজৰ লগতে জাপানকো বিশ্বাসত নলবলৈ ৰাইজক সতক কৰি দিবলৈ চেষ্টা কৰিছিলোঁ। হলধৰ ভূঞাই আমাৰ আন কাম প্ৰশংসা কৰিছিল যদিও জাপানৰ বিৰুদ্ধে বিশেষ নোকোৱাই ভাল বুলি সাৱধান কৰি দিছিল। এই ক্ষেত্ৰত তেখেতৰ যুক্তি নিশ্চয় কৌশলগত আছিল।

হলধৰ ভূঞাৰ লগতে নগাঁৱৰ আন নেতা সকলে সকলো ছাত্ৰক একেটা ছাত্ৰ সন্মিলনত ঐক্যবদ্ধভাবে থকাৰ পোষকতা কৰি ১৯৪৫ চনত অসম ছাত্ৰ সন্মিলনৰ নগাঁৱত অনুষ্ঠিত সন্মিলন সফল কৰাত সহায় কৰিছিল। সন্মিলনত ভূঞাই ছাত্ৰ কৃষক সকলোকে নিজা নিজা সংগঠনত থাকিও উমৈহতীয়া গণ সংগঠনৰ জৰিয়তে দেশৰ স্বাধীনতাৰ কাৰণে কাম কৰাৰ পোষকতা কৰিছিল। ভূঞাৰ ৰাজনৈতিক চিন্তাধাৰা আছিল উদাৰ। সেইবাবেই তেখেতৰ ঘৰখনত কংগ্ৰেছ, চছিয়েলিষ্ট, কমিউনিষ্ট দলৰ সকলোৰে সমানেই সমাদৃত

হৈছিল। কংগ্ৰেছৰ নীতি আৰু কাৰ্যসূচীৰ বিষয়ত ভূঞাৰ লগত আমাৰ প্ৰায়েই বিতৰ্ক হৈছিল। তেনে বিতৰ্কত কোনো দিন উত্তেজিত হোৱা নাছিল। সুদীৰ্ঘকাল কংগ্ৰেছৰ একান্ত সেৱক হৈ থাকিও ১৯৫২ চনত খ্যাতনামা গান্ধীবাদী নেতা, নিখিল ভাৰত কংগ্ৰেছৰ এজন সাধাৰণ সম্পাদক আচাৰ্য জে বি কৃপালনীৰ লগত ভূঞাই কৃষক মজদুৰ প্ৰজা পাৰ্টি গঠন কৰি কংগ্ৰেছ বিৰোধী যুদ্ধত অৱতীৰ্ণ হোৱাটো তাৎপৰ্যপূৰ্ণ। পাছত কৃষক মজদুৰ প্ৰজা পাৰ্টি আৰু চছিয়েলিষ্ট পাৰ্টি একেলগ হৈ প্ৰজা চছিয়েলিষ্ট পাৰ্টি (পি, এচ, পি,) গঠন কৰাত হলধৰ ভূঞাই সেই দলৰ নেতৃত্ব গ্ৰহণ কৰে আৰু বামপন্থী গণতান্ত্ৰিক আন্দোলনৰ সমৰ্থক হৈ পৰে। সেই পৰিৱৰ্ত্তিত পৰিস্থিতিত আমি কমিউনিষ্ট সকলো প্ৰজা চছিয়েলিষ্ট দলৰ লগত সহযোদ্ধা হৈছিলোঁ। ভূঞা বামপন্থী দলৰ সমৰ্থক হলেও গান্ধীবাদী অহিংস নীতিতহে বিশ্বাসী আছিল।

লোকসেৱকৰ দৰে নিস্বাৰ্থ গান্ধীবাদী লোক বিৰল। দেশ আৰু জনসেৱাত কায় মনো বাক্যে প্ৰাণ উছৰ্গা কৰে। দলীয় ৰাজনীতিত লাগি থাকি ক্ষমতাৰ জখলাত খোপে খোপে উঠি যাবলৈ বিচৰা ৰাজনৈতিক নেতা তেখেত নাছিল। স্বাধীনতা লাভৰ পাছত হোৱা ভোগৰ মেলাত প্ৰতিযোগী নহৈ জনগণৰ কাৰণে আকৌ ত্যাগৰ পথকে গ্ৰহণ কৰিলে। সংকীৰ্ণ দলীয় ৰাজনীতিৰ পঙ্কিল পথ ত্যাগ কৰি অৱশেষত লোকসেৱাৰ উদ্দেশ্যে আত্মনিয়োগ কৰিলে। লোকসেৱাৰ অনুষ্ঠান শ্ৰীমন্ত শংকৰ মিচনেই হলধৰ ভূঞাৰ জীৱনাদৰ্শৰ উজ্জ্বল চানেকি।

হলধৰ ভূঞা আশাবাদী আছিল। কোনো দিন ব্যৰ্থতাৰ হুমুনিয়াহ স্পৰ্শ কৰা দেখা নাছিলোঁ। যিকোনো অৱস্থাতে সন্তুষ্ট থাকি ভোলানাথৰ দৰে নিৰ্বিকাৰ আছিল।

ৰাজনৈতিক বা আন বিষয়ত মত পাৰ্থক্য থাকিলেও ভূঞাই শত্ৰুভাব ৰখা নাছিল। লোকসেৱকৰ ঘৰখনেই আছিল সকলো ৰাজনৈতিক কৰ্মীৰ জিৰণি ঘৰ, গেষ্ট হাউচ। সেই ঘৰখনক ক'ব পাৰি ধৰমশালা। সকলোৰে কাৰণে দুৱাৰ মুকলি।

হলধৰ ভূঞা মন্ত্ৰী নাছিল, ৰাজ্যপাল নাছিল—আছিল লোকসেৱক, সমাজসেৱক, দেশসেৱক। দলীয় ৰাজনীতিত ব্যৰ্থ হলেও, ৰাজনৈতিক জীৱনৰ কোনো কোনো সতীৰ্থই বিশ্বাস ঘাটকতা কৰিলেও

তেখেত ভাগৰি নপৰিল, হতাশ নহ'ল। তেখেতৰ ত্যাগ, দেশপ্ৰেম, জনসেৱাৰ আদৰ্শই জনগণৰ প্ৰাণত যি স্পন্দন সৃষ্টি কৰিছিল সিয়েই তেখেতক অমৰত্ব দি গ'ল। হলধৰ ভূঞাৰ জনগণৰ প্ৰতি অগাধ বিশ্বাসৰ আশাবাদী জীৱনৰ জয় হ'ল। সেই জীৱন সাৰ্থক।

০০●

# লোকসেৱক ভূঞাক আমি যিদৰে পাইছিলোঁ

শ্ৰীলক্ষ্যধৰ চৌধুৰী

ভূঞা। হলধৰ ভূঞাদেৱৰ কথা সুঁৱৰিছো। ভূঞাদেৱৰ লগত আমাৰ সান্নিধ্য বৰ দীঘলীয়া নহয়। তেখেতৰ বহুগুণ আৰু ব্যক্তিত্বৰ কথা সুঁৱৰিলে তাক তেনেই চুটি বা ক্ষন্তেকীয়া বুলিব লাগিব। তেওঁ আছিল বহু গুণ সম্পন্ন লোক। তদুপৰি তেওঁ আছিল বহুজনৰ আপোন লোক। ঘাইকৈ দুখীয়া-নিচলা লোকৰ কাৰণে আছিল তেওঁ নয়নমণি। তেওঁৰ মৰম পাই এনেবোৰ লোক ধন্য হোৱাৰ কথা আজিও অসমত বিচাৰিলে বহুতো ওলাব। ভূঞাদেৱৰ নিজা জিলা নগাঁৱতো কথাই নাই। তেখেতৰ কোলাত উঠি ডাঙৰ হোৱা আজিৰ ডেকা আৰু আদহীয়া লোকসকলৰ মাজতো এইজনা ভকত বৎসল লোকৰ কথা শুনিলে ভূঞাদেৱৰ প্ৰতি অকপটে শ্ৰদ্ধা সঞ্চাৰ হয়। সেয়েহে তেখেতক প্ৰবাদ পুৰুষ আৰু কিম্বদন্তীৰ নায়ক বুলিও কব পাৰি।

ভূঞাদেৱক বহুদিনৰ পৰাই চিনিছিলোঁ। কলেজীয়া জীৱনৰ পৰাই ভূঞাৰ বিষয়ে বহু মনোৰঞ্জক কথা শুনিছিলোঁ। কংগ্ৰেছৰ কামত তেওঁ ঘনে ঘনে গুৱাহাটীলৈ অহাও দেখিছিলোঁ। তেওঁৰ বন্ধু বহুদিন নহয় বহুকাল জুৰি কংগ্ৰেছৰ সভাপতি হৈ থকা অসমৰ লৌহমানৱ বিষ্ণুৰাম মেধীৰ ঘৰৰ বাৰান্দাত বহা এইজনা চিত্তৰঞ্জন লোকৰ ছবি আজিও মনত আছে। সেইয়া শতিকাৰ তিনি দশকৰ আগৰ। সেই কালৰ কথা কৈছোঁ। সেইয়া আছিল আমাৰ তেওঁৰে মুখ চিনাকিৰ কথা কিন্তু মনৰ চিনাকি হ'লে হোৱা নাছিল।

বিয়াল্লিছৰ আন্দোলনৰ আমিও সেৱক হ'লো। কংগ্ৰেছৰ কামত লাগিছিলোঁ। তেতিয়াও কিন্তু ভূঞাক আমি পোৱা নাছিলোঁ। কাৰণ ইতিমধ্যে তেওঁ ইংৰাজ চৰকাৰৰ কোপত পৰি কাৰাবাস খাটিছিল। সেয়ে সুবিধা পাইয়ো তেওঁৰ সান্নিধ্য পোৱাৰ সৌভাগ্য নঘটিল।

১৯৪৮ চন। আমি কংগ্ৰেছ ত্যাগ কৰি চছিয়েলিষ্ট পাৰ্টি গঠনত লাগিছোঁ। সেই সময়ৰে কথা। এবাৰ বন্ধু আৰু চছিয়েলিষ্ট দলৰ সভাপতি হৰেশ্বৰ গোস্বামীৰ লগত উজনিলৈ গৈছিলোঁ। দলৰ সংগঠনৰ কামত। নগাঁও পাই হৰেশ্বৰে ঘাই আলিৰ কাষতে এঘৰ লোকৰ ঘৰত গাড়ী ৰাখিলে। হলধৰ ভুঞাৰ ঘৰৰ সম্মুখত। আমি আটায়ে তেওঁৰ ঘৰত সোমালোঁ। ভুঞাদেৱে আথেবেথে হৰেশ্বৰ গোস্বামীক আদৰিলে। আমাৰ পৰিচয় সুধিলে। আমাৰ লগত তিনিজন আছিল। হৰেশ্বৰ গোস্বামী, কামিনী বৰদলৈ আৰু আমি নিজে। গোস্বামীয়ে আমাক চিনাকি কৰি দিলে। ভুঞাই আমাৰ সকলোকে আদৰিলে। আমাক ভিতৰৰ আহলবহল বাৰান্দাত বহুৱাই তেওঁ ভিতৰমুৱা হ'ল। চাহ-জলপানৰ হুকুম জাৰি হ'ল। তেতিয়া বিহুৰ সময় নহয়। এটা বিহু ৰাইজে সামৰিছে আনটো বিহু আহিবলৈ তেতিয়াও প্ৰায় দেৰমাহ আছে। কিন্তু যি জলপান আহিল সি যেন ৰবৰিহুৰ জলপান। ভোগালীৰ ভোগৰ সম্ভাৰ যেন। আমি তেতিয়াও এইজনা পুৰুষৰ কথাত মাত মাতিবলৈ লাই পোৱা নাই। কিন্তু হৰেশ্বৰ গোস্বামীয়ে পাইছিল। হৰেশ্বৰ ধৰিলে—"বুজিছে খুড়া। আমাৰ অসমীয়া জাতিটোৱে অৰ্থনীতিৰ কথা নিশিকিলে। আমি বাটকৰা মানুহ। চল পাই মাত লগালোঁ— এনেদৰে ন-জোঁৱাইক খুওৱাদি খুৱাব পাইনে? তেওঁ মুখ তিপি তিপি হাঁহি মাৰি ক'লে— গোস্বামী আপুনি এইবোৰ সভা সমিতিত ক'ব। গৃহস্থৰ ঘৰত ক'লে গৃহস্থই সহ্য কৰিলেও গৃহিনীয়ে নকৰে আমাৰ মহিলা সমাজৰ চৰিত্ৰই সেইটো। বিধে বিধে পিঠা পনা, বিধে বিধে আঞ্জা-ৰন্ধা আৰু বিধে বিধে তাঁতশালত কাপোৰ বোৱা। মহাত্মাজীয়ে এনেয়ে অসমীয়া তিৰোতাক শলাগি যোৱা নাই। অতিথিক এনেদৰে আদৰিবলৈ তাহানি আজোককাই শিকাই গৈছে।"

আমি দলৰ নেতা গোস্বামীক এৰি ভুঞাক আমনি কৰিলোঁ। ভুঞা ৰসিক মানুহ। তেওঁৰ ৰসিকতা সিদিনাই অনুভৱ কৰিছিলোঁ। তেওঁ হাঁহি মাৰি কৈছিল—"গোস্বামী দল গঠন কৰিবলৈ আহিছেতো—এতিয়া দেখোন দলৰ মানুহেই আপোনাক এৰা দি চৌঠেকত পেলায়। এনেদৰে জা-জলপান আৰু কথাৰ ৰসিকতাৰ সোৱাদ লৈ আমি ভুঞাদেৱৰ পৰা বিদায় লব বিচাৰিলোঁ। কিন্তু

তেওঁ আপত্তি কৰিলে। ক'লে এই দুপৰীয়াখন অতিথিক ভাত এনুঠি নুখুৱাকৈ যাবলৈ দি নৰম ভুজিবলৈ ব্যৱস্থা কৰিম নে? আপোনালোকৰ কাৰণে ভাত তৈয়াৰ হৈ আছে। খাওঁ বুলিলেই হ'ল। আমাৰ কথা শুনি এইবাৰ ভূঞাদেৱৰ পৰিবাৰ ওলাল। ক'লে—"আপোনালোকৰ কাৰণে ভাত আঞ্জা হৈছেই—হাত মুখ ধুই বহিলেই হল। আমি ভাত বঢ়াৰ ব্যৱস্থা কৰোঁ। হৰেশ্বৰ গোস্বামীৰ বাহিৰে আমাৰ এই প্ৰস্তাৱত বাদ-প্ৰতিবাদ কৰিব পৰা সামৰ্থ্য নাছিল। কিয়নো এয়েই ভূঞাদেৱৰ লগত আমাৰ প্ৰথম মুখামুখি। অগত্যা গোস্বামীও সৈমান হ'বলগীয়া হ'ল। ৰন্ধনৰো জুতি বেলেগ। আমাৰ সেই ভেজাল জুতি নাই। একেবাৰে অসমীয়া ব্যঞ্জন। খাবৰ সময়ত ভূঞাদেৱে কৈ যোৱা শাক-পাচলিৰ দ্ৰব্যগুণৰ কথা অনাতাঁৰৰ বিৱৰণিৰ দৰে লাগিছিল। সিদিনা জানিলোঁ—তেওঁ বহুৰোগৰ চিকিৎসাতো পাৰ্গত। বিদায় লৈ আমি উজনিমুৱা হ'লো। বাটত ঘোৰ-হাট নোপোৱালৈকে হৰেশ্বৰে ভূঞাৰ ত্যাগ আৰু দেশৰ প্ৰতি আগ-বঢ়োৱা অৰিহণাৰ কথাই কৈ গ'ল। সিদিনাৰ পৰাই আমাৰো এই-জনা দেশপ্ৰেমিক ব্যক্তিৰ প্ৰতি শ্ৰদ্ধা চিৰকলীয়া হ'ল। সেইখন ঘৰ একপ্ৰকাৰ আমাৰ ভাতঘৰ হ'ল। ভূঞাদেৱৰ এই কীৰ্ত্তি যাউতি-যুগীয়া। আজিও তেওঁৰ পুত্ৰ বোৱাৰীসকলে সেই ঐতিহ্য বহন কৰি আছিছে।

সিদিনাৰ কথা। তেইশ চেপ্তেম্বৰ ১৯৯০ চন। দেওবাৰ। উজনিৰ পৰা উভতিছোঁ। গাড়ীৰে। দুলীয়াজানৰ পৰা। সপৰিবাৰে। লগত আমাৰ কনিষ্ঠ ল'ৰা অনুপ আৰু গাড়ীৰ চালক। আবেলি ৫ মান বজাত আহি মিছা পালোহি। তাতে গাড়ীৰ বিজুতি ঘটিল। ব্ৰেকৰ আমনি। নধৰে। গীয়েৰ অইল নাই। তথাপি খুপি খুপি আহি আছোঁ। পুৰাবে পৰা বৰষুণ, তেতিয়াও বৰষুণদি আছে। আহি নগাঁও পাওঁ পাওঁ হলোহি। ভতালিকে মনত পৰিল ভূঞাৰ ঘৰলৈ। তাতেই গাড়ী ৰাখি বস্তুপদৰ বিচাৰ কৰিলোঁ। অকণা খুৰীয়ে পৰিবাৰো ঘোৱা শুনি পলকতে পদুলি মুখ পালেহি। আমি তৰ্কিবই নোৱাৰিলোঁ। তাতে বহুজন মিলি ভূঞাৰ শতবাৰ্ষিকী পালনৰ আলচ কৰি আছে। তেওঁলোকে চাহ-জলপানৰ কথা উলিয়ালে। কিন্তু পাণীৰ পিঠাত মন। মোৰো মন গীয়েৰ অইলে টানি ধৰি আছে। সিদিনা দেওবাৰ। দোকান বন্ধ। মিত্ৰদেৱে তেওঁৰ আধকৰা

গাঁৱৰ অইলৰ টেমাটোক আগবঢ়াই দিলে। মই গাড়ীৰ কাষলৈ লৰ মাৰিলোঁ। তাত গৈ দেখিলোঁ অৰুণা খুৰীয়ে টনা আজোৰা লগাইছে। পৰিবাৰক তাতে সোমাই চাহ-জলপান খোৱাৰ প্ৰস্তাৱ দিছে। কিন্তু পৰিবাৰ ৰুগীয়া। সহজে নামিব নোৱাৰে। বহু সময় কাকুতি কৰিহে আমি তাৰ পৰা বিদায় ললোঁ। কিন্তু আমি নগাঁৱত বন্দী হলোঁ। গাড়ীয়ে মোৰ নুবুলিলে। পৰিবাৰে সকিয়ালে—অন্তৰৰ মৰমক নেওচা দিয়াৰ কাৰণে, গাঁৱৰ অইল পাইয়ো গাড়ীৰ বিজুতিত ঘৰমুৱা হ'ব নোৱাৰিলোঁ।

স্বৰ্গীয় ভুঞা ডাঙৰীয়া এজন কৰ্মযোগী আছিল। তেওঁৰ কৰ্মৰ পৰিধি আছিল বিস্তৃত। সেয়ে এনে এজন বহল মনৰ লোকৰ মন বুজিবলৈ যিমান সময় আৰু সান্নিধ্যৰ আৱশ্যক সেই সৌভাগ্য আমাৰ ঘটা নাছিল। তথাপি ভুঞাৰ সৰলতা, সততা আৰু গঠনমূলক কামৰ প্ৰতি থকা তেওঁৰ অহৈতুকী ধাউতিৰ কথা বহুজনৰ মুখত বহু ধৰণে শুনিছিলোঁ। দেশ স্বাধীন হোৱাৰ দোকমোকালিতে আমি বৰ সক্ৰিয় হৈ পৰিছিলোঁ। চছিয়েলিষ্ট অৰ্থাৎ কংগ্ৰেছ চছিয়েলিষ্ট গোষ্ঠী গঠনৰ কামত। সেই সময়ত দেশ জুৰি এটি দিশৰ উৎসাহ উদ্দীপনা জাগি উঠিছিল। চছিয়েলিষ্ট বা সমাজবাদী ভাবৰ জোৱাৰ। বহুতো কংগ্ৰেছ কৰ্মী বিশেষকৈ ডেকা চাম কংগ্ৰেছ কৰ্মীয়ে নিজক কংগ্ৰেছ চছিয়েলিষ্ট বুলি চিনাকি দিবলৈ আগ্ৰহ প্ৰকাশ কৰিছিল। ইয়াৰ কাৰণো নথকা নহয়।

বিয়াল্লিশৰ আন্দোলনৰ সময়ত জয়প্ৰকাশ নাৰায়ণ, ডাঃ ৰামমনোহৰ লোহিয়া, অচ্যুত পট্টবৰ্দ্ধন, অৰুণা আছফ আলী আদিৰ আন্দোলনৰ কাৰণে কৰা মৰণ পণ আৰু সংগঠন শক্তিৰ প্ৰভাৱ। আনকি বিপ্লৱৰ সময়তে অৰুণা আছফ আলীৰ অসম ভ্ৰমণৰ কথা, জয়প্ৰকাশ নাৰায়ণৰ মুক্তি যুজাৰু সকললৈ লিখা মুকলি চিঠিৰ প্ৰচাৰ অসমৰ চুকে কোণে প্ৰচাৰিত হৈছিল। এনেবোৰ কাৰণতে কংগ্ৰেছ বিপ্লৱী কৰ্মীসকলৰ মন সমাজবাদী ভাবধাৰাই বিশেষ ভাবে আকৰ্ষিত কৰিছিল। সেই সময়ত নগাঁৱৰ বহু কংগ্ৰেছ কৰ্মীয়েই এই সমাজবাদী গোটত যোগ দিছিল। তাৰ কাৰণে আমাৰো নগাঁৱলৈ আহ যাহ ঘন হৈছিল। সেই সময়ৰ দুই এটা কথা আজিও মনত পৰে।

এবাৰ আমি কেইবাজনো সমাজবাদী দলৰ সংগঠনৰ কথালৈ

নগাঁৱলৈ গৈছিলোঁ। এই সকলৰ ভিতৰত হেম বৰুৱা, কমল নাৰায়ণ চৌধুৰী আৰু আমি নিজে। চাৰি পাঁচ দিনৰ কাৰ্যসূচী লৈ আমি গৈছিলোঁ। নগাঁৱৰ বহু ঠাইত আমি ৰাজহুৱা সভাত বক্তৃতা দিছিলোঁ। হেম বৰুৱাৰ বক্তৃতা শুনিবলৈ সভাত যথেষ্ট লোকৰ সমাগমো হৈছিল। হেম বৰুৱা আৰু কমল নাৰায়ণে বাহৰ পাতিছিল আমোলাপট্টিত শিল্পপ্ৰাণ চন্দ্ৰ ফুকনৰ ঘৰত। আমি আছিলোঁ আমাৰ ফৌজদাৰীপট্টিৰ বাইদেউৰ ঘৰত। ভিনিহিদেউ ৰত্নকান্ত দাস এজন উকীল। কংগ্ৰেছী ভাবাপন্ন কিন্তু সেই বুলি কংগ্ৰেছত সম্পূৰ্ণ জাহ যোৱা বিধৰ নহয়। তেওঁক আমি বৰ সমীহ কৰিছিলোঁ। কিয়নো তেওঁৰ বিচাৰ বা নিৰপেক্ষ আলোচনাৰ কথা আজিও সঘনে মনত পৰে। গধূলি জিৰণি লোৱাৰ সময়ত তেওঁ আমাৰ দিনটোত কৰা কামৰ খতিয়ান বিচাৰে। আমাৰ পৰা শুনি তেওঁ নিজৰ মন্তব্য কৰে। এবাৰ তেওঁ কৈছিল—"বুজিছা লক্ষ্য। নগাঁৱৰ দেশকৰ্মী সকলৰ ভিতৰত হলধৰ ভূঞা প্ৰকৃত, নিভাঁজ। নগাঁৱৰ চুকে কোণে থকা প্ৰায় সকলো লোককে তেওঁ চিনি পায়। তেওঁক অবিশ্বাস কৰা লোক তুমি ইয়াত নাপাবা। তোমালোকৰ গোটলৈ বহুলোক অহা বুলি কাছাৰিটো আলোচনা হৈছে। কিন্তু সকলো ধৰিও এটা ঘাটি তোমালোকৰ এতিয়াও পূৰণ হোৱা নাই। সেইটো হৈছে ভূঞাৰ সহযোগ। আমি জানো দেশ বিভাজনৰ কথাত কংগ্ৰেছৰ কাৰ্যনিৰ্বাহকে সন্মতি জনোৱাৰ পিছৰ পৰাই ভূঞাদেৱৰ মন গধুৰ। এনে স্বাধীনতা নিবিচৰা মানুহ ভাৰতত বহুত আছে। আমাৰ অসমতো আছে। তাৰে ঘাই এজন হ'ল ভূঞা। হলধৰ ভূঞা। কংগ্ৰেছ আৰু গান্ধীজীৰ কথাত বৰ অশান্তি পাই আছে। কিন্তু লগৰ বহুতে এতিয়াও তাতেই খামোছ মাৰি থকাত তেওঁ তাৰ পৰা ফালৰি কাটিবলৈ বল পোৱা নাই। এইয়া আছিল দেশে স্বাধীনতা লাভ কৰাৰ সময়ৰ কথা। এনেবোৰ কথাই ভূঞাৰ প্ৰতি সাধাৰণ লোকৰ কথাই নহয়, চিন্তাশীল লোকৰো ভূঞাৰ প্ৰতি থকা শ্ৰদ্ধাৰ নিদৰ্শন।

এনে এটি কথাৰ অৱতাৰণা সেই সময়ত আৰু বহুতে কৰিছিল। তাৰ ভিতৰত স্বনামধন্য অভিনেতা আৰু নাট্যকাৰ সাৰদা কান্ত বৰদলৈয়ে কৰা মন্তব্য আজিও মনত সজীৱ হৈ আছে। বৰদলৈয়ে এদিন নিশা সাজ ভোজনলৈ আমাক নিমন্ত্ৰণ কৰিছিল।

ভাতৰ পাতত বহি বৰদলৈয়ে তেওঁৰ স্বকীয় ভঙ্গীমাৰে ৰাজনীতি আৰু তাহানিৰ কংগ্ৰেছৰ সংগঠনত ভূঞাৰ লগত ভলণ্টিয়াৰী কৰাৰ বহু কথাকৈ হাঁহিৰ জাউৰি তুলিছিল। তেওঁ কৈছিল—বৰুৱা—(হেম বৰুৱা) এনেদৰে বিল ঘোলা কৰি কি হ'ব ? হাজাৰ খালৈ ভৰাওক তাত কিটো হ'ব ? এটা বৌ ধৰিলেই এশজনীয়া ভোজৰ লেঠা মৰিব। গাঁৱে গাঁৱে ঘূৰি ফুৰাতকৈ আমাৰ ভূঞাক হাত কৰক। দেখিব তেতিয়া সকলো সিজিব।"

তেতিয়া ভূঞাদেৱক পাইছিলোঁ যদিও ওচৰ চপাৰ সুবিধা বৰ নাছিল। এদিন হৰেশ্বৰ গোস্বামীক কথা প্ৰসঙ্গত কৈছিল—"সমাজবাদী দলৰ বিষয়ত মই ধ্যান দি চাইছোঁ। কিন্তু ৰাজনীতিত যিমানেই উদ্দেশ্য সত হওক—আমাৰ এই দুখীয়া দেশত আমাৰ এই দলবোৰৰ প্ৰাথমিক কৰ্ত্তব্য হোৱা উচিত গঠনমূলক কামত নিজক নিয়োগ কৰা। যিমানেই পশ্চিমীয়া ৰাজনৈতিক পণ্ডিতৰ দৰ্শন শুদ্ধ হওক—ই কেতিয়াও গান্ধীজীৰ দৰ্শনক ম্লান কৰিব নোৱাৰে। গান্ধীজীয়ে সকলো দিশ চালি জাৰি চাই ৰাজনৈতিক দলৰ লগত অৰ্থনীতিৰ সম্বন্ধ গঠনমূলক কৰ্মৰ জৰিয়তে এক ধাৰা কৰি আনিছিল—সেয়েই গান্ধীজীৰ নেতৃত্বত কংগ্ৰেছৰ প্ৰতি জন-সাধাৰণ লোকেই সমৰ্থন জনাবলৈ আগবাঢ়ি আহিছিল।" গান্ধীজীৰ এই কাৰ্যসূচী কল্পতৰুৰ দৰে—যি যি ধৰণে কাম কৰিব বিচাৰে তাকেই তেওঁ কৰিবলৈ সুবিধা পায়। সেয়েহে এইজনা লোকৰ ওচৰ চাপিবলৈ সমৰ্থ নৌহওঁতেই তেওঁৰ গান্ধীবাদৰ প্ৰতি থকা আনুগত্য সহজে বুজিব পাৰিছিলোঁ। এইজনা দেশ নেতা আৰু চিন্তাশীল ব্যক্তিৰ সান্নিধ্যলৈ অহাৰ সুবিধা হৈছিল—পোনতে কৃষক মজদুৰ প্ৰজা পাৰ্টি আৰু শেষত চছিয়েলিষ্ট দলৰ সমিলমিল হৈ প্ৰজা চছিয়েলিষ্ট পাৰ্টি গঠন হোৱাত লোকসেৱক ভূঞা আমাৰ দলৰ এজন শীৰ্ষস্থানৰ নেতাৰূপে পৰিগণিত হৈছিল। তথাপিও এইজনা লোকক সম্পূৰ্ণ বুজিব পৰা নাছিলো। সাগৰৰ পাৰত থিয় হৈ সাগৰৰ সম্পূৰ্ণ স্বৰূপ বুজিলোঁ বুলি ওফাইদাং মৰা লোকৰ দৰে এইজনা সাগৰ সদৃশ বহল মনৰ, জনসাধাৰণৰ সদায় মঙ্গল চিন্তা কৰা লোকৰ কাষত থিয় হৈ অন্তৰৰ বিশালতা বুজিব পাৰিছিলোঁ বুলি গৌৰৱ কৰাৰ ধৃষ্টতা আমাৰ নাই।

শেষত কমদিনৰ কাৰণে এই মহান নেতাৰ সংস্পৰ্শলৈ অহাৰ

সুযোগ পাইছিলোঁ । ১৯৬৩ চনত । নগাঁৱত হোৱা বিধান সভাৰ উপ নিৰ্ব্বাচনৰ সময়ত । সেই নিৰ্ব্বাচনত হৰেশ্বৰ গোস্বামীয়ে প্ৰতিদ্বন্দ্বিতা কৰিছিল । নিৰ্ব্বাচনৰ প্ৰচাৰৰ কামত আমি কেইজনমান নগাঁৱত থিতাপি লৈছিলোঁ । নিৰ্ব্বাচনৰ ক্ষেত্ৰত ভুঞাই হৰা জিকাতকৈ ৰাজনৈতিক দিশ আৰু সামাজিক দিশত লাভ কৰা অভিজ্ঞতাৰ উজ্জ্বল দিশৰ কথাহে সদায় দোহাৰিছিল

আমি অনুভৱ কৰিছিলোঁ হৰেশ্বৰ গোস্বামীৰ দৰে এজন নেতা নিৰ্ব্বাচনত প্ৰাৰ্থী দিব নালাগিছিল । ভুঞাই আমাৰ মত সমৰ্থন কৰা নাছিল ।

ভুঞাই কৈছিল "আগৰ দুটা নিৰ্ব্বাচনত গোস্বামী জয়ী হৈ বিধান সভাত যি ভুমিকা লৈছিল তাৰ কাৰণে সমগ্ৰ দেশবাসীয়েই উপকৃত হৈছিল । কিন্তু ১৯৬২ চনৰ নিৰ্ব্বাচনত বিৰোধী দল প্ৰায় সম্পূৰ্ণ নিৰ্মূল হ'ল । গোস্বামীৰ দৰে এজন বিজ্ঞ বিধায়কো পৰাজিত হ'ল । এতিয়া কি হ'ল জানে ? বিধান সভাখন কিবা উকা উকা লগা হ'ল । যোগ্যজন যোগ্য স্থানত থাকিব লাগে । সেয়ে হৰেশ্বৰ গোস্বামীৰ দৰে এজন সুদক্ষ বিধায়ক এজনক পুণৰ নিৰ্ব্বাচিত কৰি নিয়াৰ ব্যৱস্থা সকলো দেশক ভালপোৱা লোকেই আনকি গোস্বামীৰ বিৰোধী দল বিলাকেও চিন্তা কৰিব লাগিছিল । বিধান সভাৰ গুৰুত্ব বজাই ৰাখিবলৈ । গতিকে গোস্বামীক নগাঁৱত প্ৰাৰ্থী দিয়াতো একো ভুল হ'ব নোৱাৰে । নগাঁৱৰ কিছু লোকে বাহিৰৰ পৰা এজন লোকক প্ৰাৰ্থী দিয়াটো মুঠেই সমৰ্থন কৰা নাছিল । এই ক্ষেত্ৰত হলধৰ ভুঞাৰ যুক্তি আছিল বহল । গোস্বামীক পৰদেশী বুলি ভবাত তেওঁ মনত বৰ বেজাৰ পাইছিল । তেওঁৰ মতে নিৰ্ব্বাচনত নিজৰ অঞ্চলৰ কথা, চুবুৰীৰ কথা আহিব নালাগে । এনে ভাব আহিলে দেশৰ অন্যায় হ'ব । ভুঞাৰ দৰে দুৰদৰ্শী, ৰাজনীতিৰ কথা চিন্তা কৰা লোক আমাৰ দেশত বিৰল ।

স্বাধীনতাৰ পিছত গান্ধীজীয়ে কংগ্ৰেছ অনুষ্ঠানটো ভংগ কৰি লোকসেৱক অনুষ্ঠান ৰূপে গঢ়ি তুলিবলৈ পৰামৰ্শ দিছিল । কংগ্ৰেছৰ নেতাসকলে ভাৰতক বিখণ্ডিত কৰা কথাটো ভুঞাই ভাল পোৱা নাছিল । ভুঞাৰ মতে কংগ্ৰেছক তেওঁ মনে প্ৰাণে ভাল পাইছিল কাৰণেই তেওঁ কংগ্ৰেছ এৰিলে । গান্ধীজীয়ে কংগ্ৰেছক লোকসেৱক অনুষ্ঠানলৈ পৰিবৰ্ত্তন কৰা কথাতো ভুঞাৰ মনত বৈ গ'ল । সেই

আদৰ্শত বিশ্বাসী কাৰণেই তেওঁ শঙ্কৰ গুৰুৰ আদৰ্শৰে শঙ্কৰ মিচন প্ৰতিষ্ঠাৰ কাম হাতত ললে। কংগ্ৰেছত থাকি বিধায়ক বা মন্ত্ৰী হোৱাৰ হেপাহ এৰিলে। সেই পদলৈ তেওঁৰ অৰুচি হ'ল। তেওঁৰ কাৰণে মন্ত্ৰী হোৱাত সোৱাদ থাকিলেও পুষ্টিকৰ নহয়। শঙ্কৰ মিচন প্ৰতিষ্ঠাৰ দ্বাৰা তেওঁ পুষ্টিকৰ সোৱাদ পালে। দেশসেৱাৰ উত্তম পথ বুলি ভাবি সেই পথেৰে তেওঁ আগবাঢ়িল।

এদিন কথা প্ৰসঙ্গত এজনে ভূঞাৰ ভেষজ বিদ্যাৰ কথা জানিবলৈ বিচাৰিলে। তেওঁ ক'লে— "ই প্ৰকৃতি পাঠৰ কথা। ভূ-খণ্ডৰ বিভিন্ন ঠাইত শীত তাপ একে নহয়। ক'ৰবাত শীত বেছি ক'ৰবাত তাপ বেছি। কিন্তু সেইবোৰ অঞ্চলতো মানুহ আছে। জলবায়ুৱে জনসাধাৰণৰ জীৱন যাত্ৰা নিয়ন্ত্ৰণ কৰে। মাটিৰ গুণ বুলি এষাৰ কথা আছে। ভেষজ বিদ্যা মাটিৰ গুণৰ পৰাই উদ্ভৱ হৈছে। আমাৰ ৰাজ্যৰ বনৌষধি আৰু বন পাচলিৰ যি দ্ৰব্যগুণ আছে সি আমাৰ ৰাজ্যৰ লোকৰ নিশ্চয় উপকাৰত আহিব। আজি কালি বিজ্ঞানৰ সহায়ত বিভিন্ন ঠাইৰ পৰা সংগ্ৰহ কৰা দ্ৰব্যগুণ থকা আহিলাৰে দৰৱ তৈয়াৰ হৈছে। হলেও তাত অলপ ভেজাল হৈছে। বিশ্বৰ সকলো ঠাইৰ মানুহৰ কাৰণে এই দৰৱ তৈয়াৰ হৈছে। সেইবোৰ কাৰো কাৰণে সঠিক উপকাৰী বুলি ক'ব নোৱাৰি। কাৰ-বাৰ কপালত লাগিল, বেছি ভাগৰ কপালত বা শৰীৰত নালাগিল নিজৰ কবিৰাজী দৰৱত যি উপকাৰ লোকে পাব সেইবোৰ দৰৱত কেতিয়াও পাব নোৱাৰে। মানুহৰ আই কথা হ'ল হাৱা-পানী-ষাক লোকে জলবায়ু বুলি কয়। জনসাধাৰণৰ সেৱা কৰা কাৰণেই বোলে ভূঞাই ভেষজ বিদ্যাৰ প্ৰতি আকৰ্ষিত হৈছিল। তেওঁৰ দৃঢ় বিশ্বাস যিজন লোকে অসমত উৎপন্ন হোৱা বস্তু ব্যৱহাৰ কৰে তেওঁক কেতিয়াও বেমাৰে পীড়া কৰিব নোৱাৰে। মানিমুনি, ঠেকেৰা, লেঠাগুটি, শিলিখা, নৰসিংহ, ভেদাইলতা, তুলসী আদি বিভিন্ন দ্ৰব্যগুণৰ কথা তেওঁৰ বিশেষ জ্ঞান আছিল।

হলধৰ ভূঞা আছিল প্ৰকৃততে মানবদৰদী ব্যক্তি। সেয়েহে এইজন পুৰুষক লোকসেৱক উপাধিৰে বিভূষিত কৰাটো কিমান উপযুক্ত হৈছে তাক অলপ ধ্যান দিলেই বুজিব পাৰি। লোকসেৱক মানৱসেৱক, মানবতাবাদী আৰ্তজনৰ উদ্ধাৰ আৰু সেৱাৰ হকে জীৱন উছৰ্গা কৰা হলধৰ ভূঞাৰ স্মৃতিত আমাৰ শত শত প্ৰণাম।

# লোকসেৱক হলধৰ ভূঞা মানুহজন

শ্ৰীগোলাপ বৰবৰা

লোকসেৱক হলধৰ ভূঞা মানুহজনৰ সৈতে মোৰ ব্যক্তিগত পৰিচয় ১৯৫৩ চনৰ পৰা। তেখেত যে তাৰ বহুবছৰৰ আগতেই নগাঁও জিলাত কংগ্ৰেছ সংগঠনৰ অন্যতম প্ৰতিষ্ঠাতা আৰু এজন অন্যতম স্বাধীনতা যুজাৰু আছিল সেই কথা আগতেই জানিছিলোঁ। ১৯৪৬ চনৰ নিৰ্ব্বাচনত তেখেত এজন কংগ্ৰেছ প্ৰাৰ্থী হিচাবে নিৰ্ব্বাচিত হৈ বৰদলৈ মন্ত্ৰীসভাৰ এজন সংসদী সচিব হৈছিল। কিন্তু এই নিস্বাৰ্থ জনদৰদী নেতাজন শেষলৈ কংগ্ৰেছত থাকিব নোৱাৰা অৱস্থা সৃষ্টি কৰিলে নগাঁও জিলাৰে দুই এজন মুধাফুটা সতীৰ্থৰ কুট কৌশলে। ১৯৫১ চনতে আচাৰ্য্য কৃপালনীৰ নেতৃত্বত সমগ্ৰ ভাৰততে কংগ্ৰেছ ত্যাগ কৰি কৃষক প্ৰজা পাৰ্টি গঠন কৰা লোক সকলৰ ভিতৰত অসমত তেখেত আছিল অন্যতম। ১৯৫২ চনৰ নিৰ্ব্বাচনত তেতিয়াৰ চছিয়েলিষ্ট পাৰ্টি আৰু কৃষক প্ৰজা পাৰ্টিয়ে কংগ্ৰেছৰ বিৰুদ্ধে বেলেগে বেলেগে যুঁজি ভাল ফলাফল দেখুৱাব নোৱাৰিলে। গতিকে নিৰ্ব্বাচন হৈ যোৱাৰ পিচতে সৰ্ব্বভাৰতীয় ৰাজনীতিৰ ক্ষেত্ৰত কৃষক প্ৰজা পাৰ্টি আৰু চছিয়েলিষ্ট পাৰ্টিৰ চামিল কৰণ হ'ল। অসমত চামিল কৰণৰ কাৰণে দুয়োদলৰ যুটীয়া অভিবৰ্ত্তনখন নগাঁৱত বহিছিল। ভূঞাদেৱ আছিল অভ্যাৰ্থনা সমিতিৰ সভাপতি। সেই অভিবৰ্ত্তনতে অসমত প্ৰজা চছিয়েলিষ্ট পাৰ্টি গঠিত হয়। ভূঞাদেৱক সভাপতি পাতি গঠন হোৱা ৰাজ্যিক সমিতিখনৰ আমিও সদস্য আছিলোঁ।

১৯৫৫ চনত ডাঃ ৰামমনোহৰ লোহিয়াৰ নেতৃত্বত সমগ্ৰ ভাৰততে বহুতো সমাজবাদীয়ে প্ৰজা চছিয়েলিষ্ট পাৰ্টি ত্যাগ কৰি আকৌ চছিয়েলিষ্ট পাৰ্টি গঠন কৰে। অসমতো আমি কিছুমানে প্ৰজা চছিয়েলিষ্ট পাৰ্টি ত্যাগ কৰি চছিয়েলিষ্ট পাৰ্টি গঠন কৰোঁ।

মনত আছে, তাৰ পিচত এদিন হঠাতে নগাঁৱৰ তেখেতৰ

ঘৰৰ সম্মুখৰ ৰাজআলিত ভূঞাদেৱৰ সৈতে মুখামুখি হওঁ। তেখেতে সদায়েই মুখত লাগি থকা সৰল হাঁহি মাৰি প্ৰথম প্ৰশ্নটো কৰিলে—পাৰ্টি বেলেগ হ'ল বুলি ঘৰলৈও আহিব নাপায়নে? নিজেই লাজ পালোঁ। কিবা কিবি অসুবিধা দেখুৱাব লগীয়া হ'ল। তেখেতৰ ঘৰলৈ সোমাই গলোঁ। আদৰ সাদৰ কৰি দুপৰীয়াৰ আহাৰ খুৱালে। ভূঞাদেৱৰ চৰিত্ৰৰ আছিল এইটোৱেই বিশেষত্ব। নগাঁৱত তেখেতৰ ঘৰখন আছিল বিভিন্ন দলৰ ৰাজনৈতিক কৰ্মী আৰু সমাজসেৱী সকলৰ মিলন ক্ষেত্ৰ। তেখেতৰ সুযোগ্য পুত্ৰ আমাৰ বন্ধু আৰু সহকৰ্মী মিত্ৰদেৱ ভূঞাই আজিও দেউতাকৰ দিনৰ ঘৰখনৰ সেই পুৰণি ঐতিহ্য বহন কৰি আছে।

লোকসেৱক ভূঞাদেৱে ১৯৫০ চনতে প্ৰতিষ্ঠা কৰা সেৱানুষ্ঠান শঙ্কৰ মিচন তেখেতৰ জীৱিত অৱস্থাতে সমগ্ৰ অসমতে জনাজাত হৈ উঠিছিল। তেখেতৰ উত্তৰসুৰী বহুতে এতিয়া সেই অনুষ্ঠানটো সফলতাৰে চলাই আছে।

নিঃস্বাৰ্থ, আৰু অমায়িক লোকসেৱক হলধৰ ভূঞাৰ কথা আজিও শ্ৰদ্ধাৰে সোঁৱৰো।

ooo

# লোকসেৱকৰ সান্নিধ্যত

শ্ৰীলক্ষেশ্বৰ হাজৰিকা

"A telegram will come from an old man in the middle of the year. You will shift to your home district and flourish there as a criminal lawyer." এইয়া আছিল ১৯৫৭ চনৰ অন্ধ্ৰপ্ৰদেশৰ ইলোৰা জিলাৰ বিখ্যাত জ্যোতিষী প্ৰফেচাৰ শেখৰৰ ভৱিষ্যৎবাণী। ১৯৫২ চনত প্ৰথম সাধাৰণ নিৰ্বাচনত আৰু বিধান সভাৰ কলিয়াবৰ সমষ্টিত জয় প্ৰকাশ নাৰায়ণৰ নেতৃত্বত গঠন হোৱা সমাজবাদী দলৰ কলিয়াবৰ সমষ্টিৰ প্ৰাৰ্থী হিচাপে নিৰ্বাচনত যুঁজি পৰাজয় বৰণ কৰি কংগ্ৰেছী লোক আৰু মন্ত্ৰীৰ অত্যাচাৰত কলিয়াবৰ এৰি গুৱাহাটীৰ ভৰবক্তো হাইস্কুলত ১৯৫৩ চনৰ পৰা শিক্ষকতা কৰি ১৯৫৬ চনত আইন পৰীক্ষা পাছ কৰা হ'ল। কিন্তু আৰ্থিক দুৰৱস্থাৰ কাৰণে নগাঁৱলৈ আহি ওকালতি আৰম্ভ কৰাৰ সামৰ্থ্য আৰু সম্ভাৱনা নাছিল। অসম ট্ৰিবিউনত জ্যোতিষী প্ৰফেচাৰ শেখৰৰ জাননী পাই পাচটা প্ৰশ্নৰ উত্তৰ সুধি পাইছিলোঁ। তাৰে এটা আছিল "মই কিদৰে. কেনেকৈ নিজ ঠাইত ওকালতি আৰম্ভ কৰিব পাৰোঁ।" এই প্ৰশ্নৰ উত্তৰ হিচাপে ওপৰত ইংৰাজীতে লিখা উত্তৰ জ্যোতিষী প্ৰফেচাৰ শেখৰে পঠাইছিল। এইয়া আছিল ১৯৫৬ চনৰ এপ্ৰিল মাহৰ কথা।

আচৰিত কথা ১৯৫৬ চনৰ জুন মাহৰ ২ তাৰিখে স্বৰ্গীয় ভুঞাদেৱৰ পৰা এখন তাঁৰ পালোঁ। "Come sharp"। তাঁৰ পায়েই পিছদিনাই ভুঞাদেৱৰ বাসভৱনত হাজিৰ হ'লো। মুখত এমোকোৰা হাঁহিলৈ ওলাই আহি মই নমস্কাৰ কৰাৰ সময়ত মূৰত হাত ফুৰাই সুধিলে "হেৰা, তুমি ল পাছ কৰিলা নহয়?

—হয় চাৰ, কৰিলোঁ।

—তুমি নগাঁৱলৈকে আহা। মোৰ মিচনত সহায় কৰা।

—কেনেকৈ আহোঁ চাৰ? চাৰিটা জীৱৰ পৰিয়াল। মোৰ পাঠিত

টকাও নাই। নতুন উকীলহে টকাবা পাম ক'ত ?
—হেৰা, মই মিচনৰ পৰা মাহে ২০০ টকাকৈ দিম। তুমি তৎ-ক্ষণাত আহি যোৱা। ভুঞাদেৱৰ আশীষ শিৰত লৈ গুৱাহাটীৰ পৰা আহি ১৬ জুনত নগাঁও আদালতত উকীল হিচাপে যোগ দিলোঁ আৰু মিচনত সাংগঠনিক সম্পাদক হিচাপে যোগ দি অসমৰ বিখ্যাত সমাজসেৱী অনুষ্ঠান শ্ৰীমন্ত শঙ্কৰ মিচনত সোমাই পৰিলোঁ।

চুটি চাপৰ, গাঠলু দেহাৰ, ধীৰ গম্ভীৰ ভাবে কৰা চলন-ফুৰণ অহীন বচন, উজ্জ্বল হাঁহিৰে ভৰা অৱয়ব, শুদ্ধ বগা খদ্দৰৰ ধুতী আৰু ফটুৱৈ চোলা আৰু থলপ থলপকৈ শব্দ কৰি যোৱা "পামচু" পিন্ধা সমাজসেৱী ভুঞাদেৱ আৰু ভাৰতৰ স্বাধীনতা সংগ্ৰামৰ দিনত দৃঢ় দৃষ্টি, যুযুৎসু ভাৱ, ইংৰাজ শাসনৰ বিপক্ষে কৰা সংগ্ৰামত আগ-বণুৱা নেতা আৰু সমগ্ৰ নগাঁও জিলাত কংগ্ৰেছৰ সংগঠন কৰি "ভুঞা কংগ্ৰেছ" নামেৰে জনাজাত হোৱা বিপ্লবী কংগ্ৰেছী নেতা হলধৰ ভুঞা অকল নগাঁৱতেই নহয় সমগ্ৰ অসমত এক জনাজাত নাম।

## ৰচনাত্মক কাম

সংগঠক হিচাপে কি কংগ্ৰেছ, কি গ্ৰাম্য মঙ্গল সমিতি, শ্ৰীশ্ৰীশঙ্কৰদেৱ সংঘ আৰু শেষত শ্ৰীমন্ত শঙ্কৰ মিচন সকলোতেই ভুঞাদেৱে এজন বিচক্ষণ দূৰদৰ্শী আৰু কৰ্মঠ সংগঠক হিচাপে পৰিচয় দিছিল। শয্যাশায়ী হোৱাৰ আগলৈকে বিভিন্ন অনুষ্ঠান প্ৰতিষ্ঠান সংগঠন কৰাৰ স্বপ্ন আৰু প্ৰকৃত পথ উদ্ভাৱনত ৰত আছিল। আচাৰ্য্য জে, বি, কৃপালনীৰ নেতৃত্বত কংগ্ৰেছ ত্যাগ কৰি আহি কৃষক মজদুৰ প্ৰজা পাৰ্টিৰ পৰা আৰম্ভ কৰি মৃত্যুৰ সময়-লৈকে প্ৰজা চছিয়েলিষ্ট পাৰ্টিত থাকি লগৰ কৰ্মীক সংগঠনৰ দিহা দি যি ভাবে উৎসাহিত কৰিছিল তাৰ তুলনা নাই।

স্বাধীনতা সংগ্ৰামৰ বেলিকা মহাত্মা গান্ধীয়ে যেনেকৈ ৰাজ-নৈতিক কাৰ্যকলাপৰ লগতে সমাজ সংস্কাৰ, অৰ্থনৈতিক কাৰ্যসূচী গ্ৰহণ কৰিছিল তদনুৰূপ ভুঞা ডাঙৰীয়াইও অসমৰ গাঁৱে-ভুঞে কংগ্ৰেছক সমৰ্থন কৰাৰ লগতে আমাৰ সমাজত থকা অসংখ্য কু-সংস্কাৰ আৰু দুষ্কৃতিৰ বিপক্ষে সুদূৰ প্ৰসাৰী অনেক কাম হাতত

লৈছিল। তাহানি শ্ৰীশ্ৰীশঙ্কৰদেৱ সংঘৰ বৰ্ত্তমান শ্ৰীমন্ত শংকৰদেৱ সংঘৰ হলধৰ ভূঞা ডাণ্ডৰীয়া আছিল অন্যতম প্ৰতিষ্ঠাতা আৰু নগাঁও সংঘৰ জন্মদাতা। জন্ম, মৃত্যু বিবাহ আদি চলিত গণ্ড-গোলীয়া প্ৰথাৰ ওপৰত আৰু মহাপুৰুষীয়া ধৰ্মৰ বিকৃত অৰ্থৰ কাৰণে ১৯৩০ চনত নগাঁৱৰ স্কুলগুৰিত যিখন ধৰ্মমূলক সভা বহিছিল সেই সভাতেই গাণ্ডীৱধাৰী অৰ্জুনৰ দৰে ভূঞাদেৱে আউনীআটী সত্ৰাধিকাৰ স্বৰ্গীয় পীতাম্বৰ দেৱ গোস্বামী, নগাঁৱৰ ৺ডম্বৰুধৰ বৰুৱা গুৱাহাটীৰ ৺ভুবন চন্দ্ৰ ভূঞা, ব্যাকৰণ তীৰ্থ তৰ্ক শাস্ত্ৰী আদিৰ লগত যোগদি সমগ্ৰ অসমতে সমাজ সংস্কাৰৰ এক আলোড়নৰ সৃষ্টি কৰিছিল। তাৰ ফল স্বৰূপে আজি শ্ৰীমন্ত শংকৰদেৱৰ সংঘ এক বিৰাট আৰু বিশাল সংগঠন ৰূপে দেখা দিব পাৰিলে।

কংগ্ৰেছৰ ৰাজনৈতিক সভাত অসমত গাঁৱৰ মানুহক প্ৰত্যেকৰে বাৰিত ৮/১০ জোপা তামোল ৪/৫ জোপা নাৰিকল আৰু ঔষধযুক্ত গছ-গছনি ৰোৱাৰ কাৰণে উদগনি দিছিল। তেখেতে তামোল ৰোৱাৰ কথাটোত খুব জোৰ দিছিল আৰু কৈছিল গান্ধীজীৰ চৰ্খাৰ আৰ্থিক দিশত ভাৰতীয় জনসাধাৰণে উপকাৰ কৰাৰ দৰে তামোল গছেও অসমীয়া মানুহৰ উপকাৰ কৰিব। আজি যেতিয়া সমগ্ৰ অসম বিশেষকৈ বৰপেটাৰ গুকান তামোলৰ যি ব্যৱসায় আৰু সেই ব্যৱসায়ত অনা অসমীয়াৰ যি আৰ্থিক স্বচ্ছলতা আনি দিছে তালৈ লক্ষ্য কৰিলে ভূঞাদেৱৰ দূৰদৰ্শীতাৰ কাৰণে শিৰ নত হয়।

মুষ্টিভিক্ষা সহজ অৰ্থ উপাৰ্জনৰ পথ। তেখেতৰ লগত গাঁৱত স্কুলোতে অৰ্থৰ অভাৱত স্কুল পাতিব নোৱাৰা আদি কাৰ্যত ভিক্ষাৰ যোগে ধন সংগ্ৰহৰ সৰল ব্যাখ্যা দি ফুৰিছিল। প্ৰত্যেক গৃহস্থই ৰান্ধিবলৈ লোৱা চাউলৰ পৰা একাজলি চাউল পৃথকে ৰাখি মাহেকৰ মূৰত সেই চাউল সংগ্ৰহ কৰি বিক্ৰী কৰি টকা পোৱাৰ উপায় দিছিল। সেই উপায়েৰে বহু অনুষ্ঠান সেই সময়ত উপকৃত হোৱাৰ কথা আমি জানোঁ।

গাঁৱত শিপিনী আৰু বিধবা তিৰোতাক টাকুৰী, যঁতৰ আৰু তাঁতশাল এই তিনিওটা বস্তুৰ লগত সহবাস কৰিবলৈ কৈছিল। তাৰ বাহিৰে অসমীয়া গাঁৱলীয়া জীৱনৰ ভৱিষ্যৎ নাই বুলি দৃঢ়মত প্ৰকাশ কৰিছিল।

মহাত্মাৰ ভাৰতত আজি চাৰি দশক পাৰ হোৱাৰ পাছত

পশ্চিমীয়া ধৰণেৰে উন্নত কাৰিকৰী আৰু যান্ত্ৰিক ব্যৱহাৰ বহল প্ৰচলনৰ পিছতো লাখ লাখ গাঁৱৰ আৰ্থিক দুৰৱস্থালৈ লক্ষ্য কৰি আৰু নিবনুৱা সমস্যাই ভয়াবহ ৰূপ লোৱা দেখি ভাৰতীয় নেতা সকলৰ গান্ধীজীৰ কুটীৰ শিল্প আৰু অসমত ভুঞাদেৱৰ তামোল-নাৰিকল ৰোৱা, মুষ্টি ভিক্ষা আৰু শিপিনীৰ তাঁতশালৰ কথা শ্ৰদ্ধাৰে সোঁৱৰণ কৰোঁ। গাঁৱলীয়া জীৱনৰ আৰ্থিক উন্নতি আৰু কৰ্ম্ম সংস্থানৰ কোনো ব্যাপক পৰিকল্পনা নোপোৱাৰ কাৰণেই আজি ভাৰতৰ শতকৰা ষাঠিজন লোক দাৰিদ্ৰতাৰ সীমাৰেখাৰ তলত।

## ৰাজনীতিত

মহাত্মা গান্ধীৰ আহ্বানত নিজৰ জীৱিকাৰ একমাত্ৰ পথ স্বাস্থ্য বিভাগৰ এক সাধাৰণ চাকৰি ত্যাগ কৰি অতি কম সময়ৰ ভিতৰতে হলধৰ ভুঞা ডাঙৰীয়া নগাঁও জিলাত প্ৰখ্যাত কংগ্ৰেছ কৰ্মী হৈ পৰিল। তেখেতৰ নিজৰ জীৱন যেনেকৈ নিয়মানুৱৰ্ত্তিতা, সৰলতা আৰু শুদ্ধতাৰে বেষ্টিত সেইদৰে তেখেতৰ ৰাজনৈতিক কৰ্মী সকলকো শুদ্ধ, সত্যবাদী আৰু দৃঢ়মনা হোৱাটো বিচাৰিছিল। মিছা কথা আৰু বিপথগামী কোনো কথা বা কাৰ্য্যসূচী দেখিলেই তেখেত জ্বলিপকি উঠিছিল। তেখেতৰ উত্তেজনা আৰু ক্ৰোধৰ নমুনা আনকি পণ্ডিত জৱাহৰলাল নেহৰুৱেও পাইছিল। এবাৰ কংগ্ৰেছ সভাপতি জৱাহৰলাল নেহৰু অসমলৈ আহোতে গুৱাহাটীত গোপীনাথ বৰদলৈকে আদি কৰি নেতাসকলৰ লগত পণ্ডিতজীৰ ভ্ৰমণসূচীৰ কথা আলোচনা কৰি থাকোঁতে নগাঁৱৰ এখন সভাৰ সময় আৰু স্থান লৈ তৰ্ক হোৱাত ভুঞাদেৱে জ্বলিপকি উঠি আনকি জৱাহৰলালকো অবাক কৰি তীব্ৰ প্ৰতিবাদ কৰিছিল। পিচত পণ্ডিত-জীয়ে কথাটো গম পাই বোলে ভুঞাৰ মতেই হব বুলি কৈছিল।

কংগ্ৰেছ সংগঠনত ভুঞাদেৱ আছিল তৃণমূল পৰ্য্যায়ৰ (Grass root level)। অতি পিচপৰা গাঁৱৰ অতি নিঃকিন জনেও কংগ্ৰেছ আৰু স্বাধীনতা কি সেই কথা ভুঞাদেৱে অন্ততঃ নগাঁও জিলাৰ গাঁৱে-ভুঁঞে প্ৰতিপন্ন কৰিব পাৰিছিল। জনসাধাৰণক স্বাধীনতাৰ বাণীৰে উত্তেজিত কৰি তুলিব পাৰিছিল। সেইবাবেই স্বাধীনতাৰ যুগৰ নগাঁৱৰ কংগ্ৰেছ প্ৰকৃত পক্ষে "ভুঞা কংগ্ৰেছ" আছিল।

তেখেতৰ বক্তৃতা সমূহত ৰাজনীতিৰ ওপৰ খাপৰ কথাও সৰলভাৱে গাঁৱলীয়া জীৱনৰ লগত মিলখোৱাকৈ সৰলভাৱে বুজাই দিব পাৰিছিল। সেইবাবেই তেখেত আছিল প্ৰকৃত জন-নেতা আৰু তেখেতৰ সাংগঠনিক দক্ষতাৰ কাৰণেই নগাঁও জিলা কংগ্ৰেছ "ভূঞা কংগ্ৰেছ" নামে পৰিচিত হৈছিল।

## ৰাকিং ফিজিচিয়ান

ৰাজনৈতিক নেতা, বিখ্যাত সমাজসেৱী, বৈপ্লৱিক সমাজ সংস্কাৰক হলধৰ ভূঞাদেৱ আচলতে হব লাগিছিল এজন প্ৰখ্যাত বনৌষধিৰ চিকিৎসক। তেখেত গাঁৱত সংগঠনৰ কামত বা নিৰ্বাচনৰ যুঁজত ঘূৰিফুৰোতে বাটে-পথে কেতিয়াবা হঠাতে গাড়ী ৰখাই কাষৰ জংঘললৈ নামি যায়। দুটামান গছপুলি তুলি আনি কয় "হেৰা, এইটো বৰ ডাঙৰ ঔষধ। অমুক হ'লে তমুকৰে খুৱাই দিবা। তিনি পালিতেই ভাল হ'ব। গাঁৱত নৰিয়া মানুহ পালেই ৰাজনীতি আৰু ভোটৰ কথা বাদ দি হাতৰ নাড়ী টিপি ৰোগ নিৰাক্ষণ কৰি ঔষধৰ ব্যৱস্থা দিয়ে। অকল সেয়েই নহয়। দ্বিতীয়বাৰ কিবা প্ৰকাৰে সেই মানুহজনক লগ পালে কেনে পালে বুলি সুধি মানুহজনৰ পৰা ভাল হোৱা বুলি জানিলে মুখত এমোকোৰা হাঁহিৰে প্ৰায়েই কয় "অসমীয়া ঔষধ অদ্ভুত ফলদায়ক। নগাঁও নগৰত হাতৰ নাড়ী টিপি ৰোগ নিৰ্ণয় কৰিব পৰা লোক দুজনহে আছিল। ভূঞা ডাঙৰীয়া আৰু টিক ফুকন। ফুকনদেৱে ভূঞাদেৱেও নাড়ী নিৰীক্ষণ কৰি অব্যৰ্থ বনৌষধি দি বহুতকে ৰোগমুক্ত কৰিছিল। তেখেতে, ঘৰৰ অকনমান চৌহদতে বিশল্য কৰণীৰ পৰা শগুণী লতালৈকে গছে লতাই ভৰাই ৰাখিছিল। তাহানি কেইবাজনো চিভিল চাৰ্জনে কেইবাটাও দুৰাৰোগ্যত পৰা ৰোগীক "ভূঞাদেৱৰ ওচৰলৈ যোৱা" বুলি পঠাই দিছিল আৰু ভূঞাদেৱেও তেনে বহুত ৰোগীক ৰোগমুক্ত কৰি বহুতকে চমক লগাইছিল। আজিও আমি ভাবোঁ ভূঞাদেৱে যদি আন একো নকৰি অকল বনৌষধি চিকিৎসাকে কৰিলেহেঁতেন। এদিন কথা প্ৰসঙ্গত জীৱনৰ সন্ধিয়া বেলিকা কৈছিল—"হেৰা, মোৰ জীৱনৰ ডাঙৰ খাউতি আছিল নগাঁৱত পঞ্চ'ছ বিঘা মাটিত বনৌষধিৰ খেতি কৰা আৰু

তাৰ ওপৰত এখন কিতাপ লিখা। কিন্তু কথাবোৰৰ অাঁত হেৰাই গ'ল, বুইছা।" আমি মতামত দিছিলোঁ—

—"মহাপুৰুষে কোৱাৰ দৰে ভাৱৰৰ ওপৰত পৰা সূৰ্য্যৰ পোহৰৰ দৰে খন্তেক যশৰ কাৰণে বিফল ৰাজনীতি কৰি অসমৰ এটা ভাণ্ডৰ সম্পদ নষ্ট কৰিলোঁ। আপুনি যদি সেই কাম কৰিলে-হেতেন যুগ-যুগান্তৰে অসমৰ নতুন পুৰুষলৈ এটা উপাৰ্জনৰ পথ আৰু মানৱ সেৱাৰ যুগমীয়া কাৰ্য্যসূচী এৰি যাব পাৰিলেহেঁতেন।"

## যুগমীয়া কীৰ্ত্তিস্তম্ভ

হলধৰ ভূঞা ভাণ্ডৰীয়া এজন হস্তৰেখাৰ গণকো আছিল। বেমাৰীক ঔষধ দিয়াৰ আগতে হাত চাই আয়ুসৰেখা চাইহে ঔষধ দিছিল। কথাপাতি থকাৰ মাজতে কেতিয়াবা একোজনৰ হাতটোলৈ একোটা অদ্ভুত ধৰণৰ কথা কব পাৰিছিল। নিজৰ বিষয়েও এবাৰ কৈছিল "হেৰা, কামপুৰৰ তেতেলিসৰা পিছপৰা গাঁৱত জনম লভি ইমানখিনি পোৱাৰ মূলত কি জানা? এইডাল ৰেখা।" আজিও মই ভাবো ইমান কম বিদ্যাৰে মিচন সম্পৰ্কত মন্ত্ৰীসকললৈ যি ইংৰাজী ভাষাত চিঠি লিখিছিল, সমগ্ৰ অসমত ৰাজনৈতিক কাৰ্য্য-কলাপৰ যোগে যি ব্যক্তিত্ব প্ৰতিষ্ঠা কৰিছিল আৰু আজি তেখেতৰ মৃত্যুত তিনি দশকৰো ওপৰ কালতো তেখেতৰ নামৰ আৰু কামৰ প্ৰাসঙ্গিকতালৈ চাই আ'চৰিত হ'ব লাগে। তাতোকৈ আচৰিত লাগে বিশাল দূৰদৃষ্টি আৰু দক্ষতাৰে তেখেতৰ কাৰ্য্যকলাপৰ যুগমীয়া কীৰ্ত্তিস্তম্ভ শ্ৰীমন্ত শংকৰ মিচনলৈ চাই। সমগ্ৰ অসমৰ প্ৰতিনিধিয়ে কামৰূপ জিলাৰ গুৱালকুছিত শ্ৰীমন্ত শংকৰৰ জন্ম জয়ন্তীত লোৱা এটা প্ৰস্তাৱকে মূল কৰি আৰম্ভ কৰিছিল শ্ৰীমন্ত শংকৰ মিচন। নেত্ৰকল্যাণ শিবিৰৰ যোগে অন্ধক চকু, পোহৰ আৰু শিক্ষা দানৰ উপৰি মেলেৰিয়া আৰু কলাজ্বৰ আদি বেমাৰৰ পিয়ল আৰু নিবাৰক মাতৃমঙ্গল কেন্দ্ৰ, কুষ্ঠ নিবাৰণী কাৰ্য্যসূচী, যক্ষ্মা চিকিৎসা, অনাথ আৰু জাৰজ সন্তানৰ পূৰ্ণ বসতিৰ বাবে বালভৱন আদিৰে প্ৰতিষ্ঠা কৰা এই মিচন সমগ্ৰ উত্তৰ-পূব অঞ্চলতে বিখ্যাত হৈ পৰাৰ উপৰি কম সময়ৰ ভিতৰতে এই মিচনে জাতীয় সন্মা লাভ কৰি ১৯৮২ চনত বিকলাঙ্গ অন্ধৰ বিশিষ্ট শিক্ষাদাতা আৰু নিয়োগকাৰী হিচাপে

ৰাষ্ট্ৰীয় বঁটা লাভ কৰে। মিচন তেখেতৰ প্ৰাণৰ বন্ধু আছিল। মিচনৰ অনাথ আৰু অন্ধ বিলাক তেখেতৰ সন্তান আৰু নাতি নাতিনীৰ দৰে আছিল। বজাৰত ভাল মাছ ওলালে নিজৰ বাবে কিনাৰ উপৰি এসোপা কিনি মিচনলৈ পঠাই দিছিল। মৃত্যুশয্যাত পৰি থকা অৱস্থাতো মিচনৰ আৰু অনাথ বিলাকৰ সদায় খবৰ ৰাখিছিল। মৃত্যুৰ সাতদিনমানৰ আগত ওচৰলৈ মাতি নি কৈছিল "হেৰা, মিচন ধন ৰাখিবলৈ হ'লে তুমি ৰাজনীতি নকৰিবা।" আজিও মোৰ মনত পৰে আজি ৩/৪ বছৰৰ আগলৈকে মিচনৰ একাণপতীয়া ভাবে সেৱা কৰি থাকোঁতে ৰাজনীতি নকৰাৰ বাবেই সকলো মন্ত্ৰী, ৰাজনৈতিক দল, লোক আৰু বিভাগৰ পৰা মৰম চেনেহ আদায় কৰি সেই উপদেশৰ সুফল লাভ কৰিছিলোঁ।

শ্ৰীমন্ত শংকৰ মিচন ভুঞাদেৱৰ জীৱন, সেৱা, ত্যাগ, আদৰ্শৰ সুবৃহৎ কীৰ্ত্তিস্তম্ভ। মিচনৰ বাহিৰেও তাহানিৰ শ্ৰীশ্ৰীশংকৰদেৱ সংঘ আৰু আজিৰ শ্ৰীমন্ত শংকৰদেৱ সংঘও আন এক কীৰ্ত্তিস্তম্ভ।

## ত্যাগৰ মাজৰ ভোগ

ভুঞাদেৱৰ জীৱনত আৰ্জনৰ পথ একো নাছিল বুলিলেই হয়। তেখেতৰ অতি করুণ আৰু জুৰুলা অৱস্থাৰ দিনবোৰ আছিল স্বাধীনতা সংগ্ৰামৰ দিনত ঘৰৰ ছালেদি তৰা লেখিব পৰাৰ দৰে তেখেতৰ ৰান্ধনীঘৰৰ খুদকন এটাও নথকাৰ অৱস্থা। কিন্তু তেখেতৰ খোৱা মজিয়াত সদায় ১০/১৫ জনলৈকে খাবৰীয়া। দুপৰীয়া খোৱাৰ সময়ত গাঁৱৰ ভলণ্টিয়াৰ ভোকে-পিয়াহে আহি ওলালে ভিতৰত কিবা যোগাৰ আছে নে নাই তাৰো খবৰ নাৰাখি মাত্ৰ কয় "এই, ইহঁতেও ভাত খাব।" ভুঞাদেৱৰ খোৱা টেবুলত সৰ্ব্বভাৰতীয় নেতা আচাৰ্য্য জে, বি, কৃপালনী আৰু বঙ্গদেশৰ মুখ্য মন্ত্ৰী প্ৰফুল্ল ঘোষৰ লগত একেলগে বহি খোৱাৰ সেই ভাগ্য আমাৰ হৈছিল। কৃপালনী অহাৰ সময়ত ভাৰত আৰু চীনৰ মাজত যুদ্ধ লগাৰ অৱস্থা। টেবুলৰ ওপৰত ভাওৰ কাঁহৰ কাহীত ভাতৰ দম, কাষত ভাজি আৰু ব্যঞ্জনৰ প্ৰদৰ্শনী দেখি কৃপালনায়ে কৈছিল "আৰে, এতনা কৌন খায়েগা ? ক্যা চীনাকা চাথ লৰেগা ?" আমি সকলো হাঁহি হাঁহি ভাগৰি পৰিছিলোঁ। প্ৰফুল্ল ঘোষৰো সেই একে কথাই আছিল—"ভুঞা, কি এতগুলো

খাওয়া যায় ?" অকল মানুহেই নে ? ভূঞাদেৱৰ খোৱা টেবুলৰ কাষত সদায় ৫/৬টা মেকুৰী, চোতালত কাউৰী আৰু ১/২টা কুকুৰ। তেওঁ খোৱা পাতৰ পৰা সেইবোৰক মাছ মাংসৰ অংশ দলিয়াই দলিয়াই দিছিল। মেকুৰীয়ে অভেল্টিন খাট নিগনি নেমাৰে বুলি তেখেতে আক্ষেপো কৰিছিল।

ভূঞাদেৱৰ ঘৰখন আলহী ঘৰেই আছিল। অসমৰ কংগ্ৰেছ কৰ্মী, নেতা আৰু অসমৰ বাহিৰৰো বহুত লোকে ভূঞাৰ ঘৰৰ আগেদি যাবলগা হ'লে মুখত কিবা এটা নিদি তাৰপৰা যাব নোৱাৰিছিল।

সেই দূৰদৰ্শী, সমাজসেৱী, মানৱ প্ৰেমী আৰু দিনেনিশাই শ শ লোকৰ মাজত বন্ধু, সহকৰ্মী আৰু চিকিৎসক হিচাপে ব্যস্ত হৈ থকা, দুখীৰ দুখত দুখীত হৈ পৰা সেই লোকজন আজি আৰু নাই। কৃতজ্ঞ অসমীয়া ৰাইজে তেখেতক উপযুক্ত ভাৱেই "লোক সেৱক" উপাধিৰে বিভূষিত কৰিলে। কি ৰাজনীতিবিদ, কি নেতা, কি মানৱ প্ৰেমী সকলো ক্ষেত্ৰতে "চাৰ" আছিল সমদক্ষতাৰ এজন কৃতী লোক। তেখেতৰ মৃত্যুত বাগ্মীবৰ নীলমণি ফুকনদেৱে ঠিকেই কৈছিল। "ভূঞাই মাউৰাৰ বাবে অনুষ্ঠান কৰিছিল। পিচে সেই অনুষ্ঠানো মাউৰা হ'ল।" ভূঞাদেৱৰ সান্নিধ্যই আমাৰ দৰে নিৰীহ আৰু সাধাৰণ কৰ্মীক দিছিল এক পথৰ সন্ধান আৰু সেৱাৰ মনোভাৱ।

OO●

# খানদানী খেতিয়ক

হেমপ্ৰভা হাজৰিকা

"খান দানী খেতিয়ক আমাৰ হেন্ন' নাঙলৰ মুঠি সকলোৱে এৰিলেও হেন্নয়ে নেৰে নামটোও হলধৰ" বুলি আমাৰ কবিয়ে (ৰত্ন বৰকাকতী) খিল খিলাই হাঁহি আমাৰ আগত ক'লত, হয় নেকি বুলি সোধাত, হয়তো এটাইবোৰ নিজ কক্ষলৈ উলটি গ'ল. তেওঁহে টলষ্টয়ে লেখা খেতিয়কৰ দৰে অকলে নাঙলৰ মুঠিত ধৰি আছে।

নাঙলৰ আগত চাগে বন্তি গচ্ জ্বলি আছে নহয়নে ককাইদেউ, বুলি ক'লত. এৰা। থাকিব লাগিবতো, নহলে কেনেকৈ। ইমান দাৰিদ্ৰতাক আপোন কৰিব পাৰিছে, ঘৰ দুৱাৰ. টকা পইচা বিশ্ব-বিদ্যালয়ৰ ছাপ একো নাই। পিচত যে ওকালতি কৰিব, সেইটোও নহয়, চৰ্কাৰী কামো এৰিলে; ত্যাগৰ বন্তি নজ্বলিলে কেনেকৈ হ'ব? এইটোৱেই ভাৰতীয় আদৰ্শ। "দূৰত জ্বলিছে সৌৱা বন্তি বিনন্দীয়া" সেই অখণ্ড প্ৰদীপৰ পোহৰতে তেওঁলোক দিগভ্ৰান্ত নহয়। পিছে কি হ'ব। ত্যাগৰ মূল্য দিয়ক চাৰি উপহাসহে কৰে আমাৰ মানুহে।

এইবোৰ ১৯২২ কি ২৩ চনৰ কথা; অসহযোগ আন্দোলন জুয়ে জয়ে অসমত প্ৰবেশ কৰিছে। পুৱা, গধূলি, ৰাতি দিন, শীত বসন্ত, মাহ, বছৰ, যুগ, কত আহিল গ'ল; কিন্তু বিষয়াৰ ঘৰৰ ল'ৰা "হলধৰ ভুঞাৰ" নাঙলৰ প্ৰদাপটি নুনুমাল। কেতিয়াবা চিমিক্ চামাক্, কেতিয়াবা তৰ-বৰাই জ্বলি থাকিল। তেখেতৰ পথাৰ সময়ত শুকান; খৰ-খৰীয়া হৈ চিন্দাল ফটাদি ফাটা, কেতিয়াবা বান পানীৰে অথাই সাগৰ, তথাপি নেৰে হাতৰ নাঙল।

ৰাজনীতি "মহা মকৰ" মাজেদি তেওঁৰ জীৱন যাপনৰ কথা আচৰিত হওঁ মনত পেলায়। কেতিয়াবা জেলত, কেতিয়াবা ঘৰত, মাজে মাজে কাপোৰৰ দোকান, তাতো লোকচান, তেতিয়াও প্ৰাণীলৈ মৰম।,

কিমান যে হাঁহাসেৰক আলহী তেওঁৰ ঘৰত। গধূলিলৈ ভাল খাওক বা নেখাওক চকুৰ তললৈ অবাৰিত দ্বাৰ ভুঞ্জাৰ বহা। থাকা, নাওনে তল যাব, কোনোবা আশ্ৰয়হীনা বিধবাই লগত পাভক বিধবা ছোৱালী লৈ আশ্ৰয় বিচাৰি গলে কয়।

নিঠকৰা ল'ৰাই থাকিব খুজিলে, থাক, যি পাব তাকে খাবি বুলি কয়।

মুৰত হাতি নোলোৱাকৈ দুখীয়া ল'ৰা স্কুললৈ গলে, হাতত পইচা নহলে, ধাৰ কৰি হাতি কিনি দিয়ে। মাজে মাজে আন্দোলন চেচা পৰিলে, তেওঁৰ দুখৰ সীমা নেথাকে।

কিমান বিপদ তেখেতৰ, প্ৰথমা পত্নী আৰু প্ৰথমা সন্তান মৰাৰ সময়ত।

তথাপিও ঘৈণীয়েকৰ চিকিৎসাৰ কোনো ত্ৰুটি নকৰিলে, যত্নৰ সীমা নাই, কেচুৱাটিৰোঁ। গৃহিণীৰ শ্ৰাদ্ধ এলা-পেচা নহয়, কতক মাতি খুৱালে।

"ইমান অসুবিধাৰ মাজত, ইমানবোৰ ক'ত পাইছা হেৰ?" কৰিয়ে কোৱাত কি কৰিবা, মন যায় ধন নহলেও, যেনেতেনে চলায় ঈশ্বৰে। অন্তৰঙ্গ বন্ধুত্ব, তেওঁৰ বয় ককাইদেউৰ লগত। তেওঁৰ জীৱনৰ বহুত কথা গধূলি আমাৰ ঘৰত কৈছিল। তাৰে অলপ লেখিলোঁ।

তেখেতৰ শুৱনি ঘৰটি হালি গৈছিল, ঘৰটো কেতিয়াবা ভাগি পৰিব বোপা। খুটাঁ কাতল কিয় নুখুওৱা বুলি বউৱে কোৱাত এবা আই! মই পাহৰিয়েই থাকোঁ, মনত পৰিছে আপুনি কোৱাতহে বান্ধি থৈছোঁ তাৰ এভালেৰে, হাততো পইচা নাই। সংসাৰৰ আলহী পুহিবা, কালি "মই" তোমাৰ তালৈ যাওঁতে মতাই তিৰুতাই দহোটামান আলহী দেখি আহিছোঁ। দহ দিন মান বোলে আছে। সেইবোৰ, পঠিয়াই নিদিয়া কিয় বোপা। কেনেকৈনো কওঁ আই। সিহঁতে জানো মোৰ অৱস্থা দেখা নাই, আকৌ যে ক'ব লাগে? (আইক আমি বউ বোলো) হেৰ। তুমি চলিছা কেনেকৈ? বুলি কৰিয়ে সুধিলত কলে, ধোবাই এনেয়ে কাপোৰ ধুই দিয়ে, বিনা পইচাই নাপিতে নখ চুলি কাটে, বাকী দিয়ে দোকানীয়ে ইনচিয়ৰেন্সৰ দুই এটা পইচা পাওঁ। চলো সেইদৰেই। বিশেষকৈ ডাক্তৰ জিতেন বানাৰ্জী পৰম বন্ধু মোৰ, মই দহ বুলিলে দহ, পচিশ বুলিলে পচিশ,

কেতিয়াও পৰাঙ্মুখ কৰা নাই মোক, তেওঁৰ হাতত নহলে, "পাঠিয়ে দেব একটু পরে, আপনি এখন যান ভূঞা।" ঠিক, দুঘণ্টাৰ পিচত পঠিয়াই দিয়ে, কোনো অন্যথা নকৰে।

তেওঁৰ উচ্চ মনৰ কথা এটা কওঁ শুনা, আচৰিত হ'বা তুমি, মোৰ আপোন বন্ধু যদিও, এনে উপকাৰ কেতিয়াও কৰা নাই, আৰু নকৰো।

তেতিয়া ১৯২৩ চন, প্ৰথম দেশী কাপোৰৰ দোকান খুলিছো, পাঁচশ টকাৰ এটা পাৰ্চেল আহিছে। ফুটা কৰি এটাও নাই হাতত। পাঁচশ টকা ধাৰলৈ দিওতা কোন আছে; বিশেষকৈ মোৰ এই অৱস্থাত; কোনো উপায় নেদেখি বঙালী বন্ধু যোগেন বাবুৰ আগত কওঁতে ৰব' হব। ৰবিশালৰ পৰা জিতেন বানাৰ্জী নামৰ এজন ডাক্তৰ আহিছে। তেওঁলৈ কালি এহেজাৰ টকাৰ এখন চেক্ আহিছে। তেওঁৰ পৰা পাব পাৰি, মই কৈ চাম বুলি কোৱাত, কি কথা কৈছাহে, তুমি? ডাক্তৰক মই চিনিকে নেপাওঁ, কেনেকৈ দিব মোক পাচশ টকা। হয়তো দিব পাৰে, কৈ চোৱাত কি আপত্তি তোমাৰ। বাক ক'বা তেনেহলে, মোৰ টকাৰ বৰ দৰ্কাৰ। টকা দিব ডাক্তৰ বানাৰ্জীয়ে। তেওঁ ষ্টেচনৰ ৰঙা টিং পাতৰ ঘৰটোত থাকে; তোমাৰ দৰেই চাপৰ মানুহজন। যাবা তুমি বুলি যোগেন বাবুৱে পিচদিনা ক'লত, মই মনে মনে থকা দেখি, বিশ্বাস হোৱা নাই নেকি, বুলি তেওঁ হাঁহি-বলৈ ধৰিলে। মৰণত শৰণ দি, হেণ্ডনোটটি এখন লেখি, ষ্টেচনলৈ গৈ দেখো যে, ৰঙা টিন পাতৰ ঘৰৰ পৰা এজন থাউকাল, মানুহ ওলাই অহা দেখি, এয়েই ডাক্তৰ হ'ব পাই বুলি আগবাঢ়ি যোৱাত, তেওঁ আওৱাই আহি, আপনি কি "হলধৰ ভূঞা বুলি মোক নমস্কাৰ কৰি ক'লত, হয়। বোধকৰো আপুনি ডাক্তৰ বানাৰ্জী বুলি মই নমস্কাৰ জনালত, হে! হে! বুলি মোক ভিতৰত সুমুৱাই, অলপ সময় ভিতৰলৈ গৈ, ওলাই আহি "এইখানা অনুগ্ৰহ কৰে নিয়ে যান।" বুলি মোৰ হাতত পাঁচশ টকাৰ চেক্‌খন দি ক'লে।

মই যেতিয়া তেওঁৰ হাতত হেণ্ডনোটখন দিলো "অত অবিশ্বাস যদি হত তবে আপনাকে টাকা দিতে যাব কেন বুলি, হেণ্ডনোটখন ফালি পেলালে মোৰ আগতে। বৰিশালৰ বঙালী তেওঁ, মই অসমীয়া, কেনেকৈ আমাৰ ইমান যোগা-যোগ হ'ল? তেওঁৰ মহৎ হৃদয়ৰ কথা মনতে ভাবি মই অবাক্ হওঁ বুজিছা।

কত অজানাৰে জনাইলে তুমি
কত ঘৰ দিলে ঠাই,
দূৰকে কৰিলে নিকট বন্ধু
পৰকে কৰিলে ভাই ।

বুজিছা হেৰ ! ৰবীন্দ্ৰ নাথ বাজি উঠিল এওঁৰ কণ্ঠত শুনা এতিয়া । সেই দিনাৰ পৰা তেওঁৰ লগত মোৰ বন্ধুত্ব নুগুছিল, মই জেলত থাকোঁতে তেওঁৰ মৃত্যুৰ খবৰ পাই কিমান যে বেজাৰ পালোঁ তোমাক কি ক'ম ।

গুণৰ লগে লগে তেওঁৰ দুটা দোষ আছিল যদিও, গণ্য নহয় সেই দোষ । দোষে গুণে মানুহ, নিখুঁত মানুহ ক'ত পাবা । তুমি তেওঁৰ যিটো মহত্বৰ কথা ক'লা, সেই কথা শুনি সচাঁয়ে শ্ৰদ্ধাত মূৰ দোঁখাই পৰে । কেইটাৰ আছে, ইমান উচ্চ মন ? ভগবানৰ অগ্নি মূৰ্ত্তিত ধোঁৱা আছে । মানুহৰ থকা কি কথা ? বুলি কৰিয়ে ক'লত, এৰা তুমি এনে সুন্দৰকৈ কথাবোৰ কোৱাঁ, শুনি বৰ ভাল লাগে । কি হ'ব কথা ভাল লাগিলে, তাৰ বাহিৰে একো নহল বুজিছা । জীৱনৰ সকলো আকাংখা চুৰমাৰ, তোমাৰ কেৱল নাই । নাই । দেউতা ইমান ডাঙৰ মৌজাদাৰ, যেতিয়াই যি লাগে দি থাকে । কি লাগেহে আৰু তোমাক ?

এৰা দিয়া, তুমি যে কেনেকৈ আছা মই আচৰিত । কিহৰ আচৰিত হে । বেঙ্কত হাজাৰ হাজাৰ টকা আছে বুলি ভাবি, যেতিয়াই যি পাওঁ তাকেই খৰছ কৰোঁ । তেনেকৈ দিনবোৰ যায় বুলি হাঁহিবলৈ ধৰিলে দুয়ো ।

নহয় বোপা এইবোৰ কথাই কথা নহয়, ল'ৰা-ছোৱালী কেইটি হৈছে, গহীন ছোৱালীজনী পাইছা বুলিহে ৰক্ষা । ঘৰদুৱাৰ সজাত মন দিয়া । খুলশালীয়েৰাহঁতকো পঢ়ুৱাইছা, তুমিয়েই বিয়া দিব লাগিব, শহুৰেৰা সন্ন্যাসীয়েই । এনেকুৱা মহাদেৱ গোঁসাই যদি, কিয় সংসাৰ কৰিছিলা ? বুলি বউয়ে ক'লত, কিনো কম । সক বউ । মহাদেউ গোঁসাইহে বেছি সংসাৰী । হৰ গৌৰীৰ সমান মিল কতো নাই । গণেশ-কাৰ্ত্তিক এহাল ল'ৰা । চৌষষ্ঠী যোগিনী নন্দী ভৃঙ্গী ইত্যাদি অসংখ্য ভুত প্ৰেত লৈ বিৰাট সংসাৰ বুলি কৰিয়ে ক'লত যোৱা । যোৱা । কি কথা কোৱাহে । মোৰ মৰমতহে কৈছে আয়ে । অ' এটা কথা পাহৰিছোঁৱেই, ল'ৰা এটাক

মাছুল দিম বুলি কৈছিলোঁ, মোৰ হাতত মুঠেই এটকাহে আছে, বাকী দুটা বিচাৰিব লাগিব। চাও বন্ধু, তোমাৰ জেপত কিমান আছে উলিওৱা বুলি ক'লত, টকা দুটা উলিয়াই এটা মোৰ চিগাৰেটৰ দাম এটকা নিয়া বুলি ক'লত, আকৌ মই ক'ত বিচাৰি ফুৰিম, দুই টকা দিয়া বুলি থাপ মাৰি লৈ গৈ কলে, কাৰ কিমান দুখ অভাৱ, এদিনলৈ খবৰ নোলোৱা লোকে কলেও আওকণীয়া ভাও ধৰা, ইফালে প্ৰকৃতিৰ প্ৰেমত পমি যোৱা কবি তোমালোক। বাৰু তুমিহে কালিছাঁ। ইমান কষ্ট কৰি দেশ স্বাধীন হ'লে কিমান বিক্ৰমাদিত্য হোৱা দেখিছে নহয়। মই বিক্ৰমাদিত্য হলে তুমি নৱ-ৰত্নৰ প্ৰধান ৰত্ন কালিদাস হবা দিয়া বুলি ক'লত তেতিয়া হলে, তোমাৰ ডিঙিৰ ফুলৰ মালা নুখুজি আন কিবাহে দেই বুলি কবিয়ে ক'লত কি খুজিবা কোৱাচোন।

মান, যশ, টকা মন্ত্ৰীৰ মচনদ্ এইবোৰহে বুলি কবিয়ে কৈ দুয়ো হাঁহিবলৈ ধৰাত আমি সকলোৱে হাঁহিলো।

ব'লা! ব'লা! চাহ খাওগৈ ব'লা। নিৰস তৰুবৰ পুৰত ভাতি, কবিৰ কথাই ধুনীয়া বুলি পিঠিত থপৰিয়াই হাতত ধৰি লৈ গ'ল। কৰ্ম্ম যোগীৰ লগে লগে, জ্ঞান যোগীও যায়। মহাত্মাৰ জন্ম দিনত, চাকি লগাই জোনালীময় কৰে তেওঁৰ ঘৰ। লগে লগে সংকীৰ্ত্তন, "সন্ধ্যা আৰতি ধুপ দীপ দানে কৰবে ভাৰতবাসী ভাই" বুলি শুধাংসু বাবুয়ে খোলত চাপৰ মাৰে, লগে লগে সকলো বাজনা বাজি উঠি ৰজনী মধুময় কৰি তোলে, কীৰ্ত্তনৰ পিচত ভলণ্টিয়াৰহঁতক খুৱাবৰ চিন্তাত ব্যস্ত তেওঁ।

শুধাংসু বাবুয়ে লেখা, সৰু সৰু গানবোৰ গোটাই এখন কিতাপ কৰি নিজৰ পইচাৰে ছপাই উলিয়াই, নিজে বেচিবলৈ গৈ, "লোৱা! লোৱা! দাম মাত্ৰ ছয় অনাহে। এটা পৰিয়ালৰ ভৰণ পোষণ নিৰ্ভৰ কৰিছে; দেশৰ নিমিত্তে আন কৰিব নোৱাৰিলে, এই কনকে স্বাৰ্থ ত্যাগ কৰাচোন।" মন নহলেও, তেখেতৰ খাতিৰতে কিনে মানুহে। সকলো পইচা নি শুধাংসু বাবুক দিয়ে।

এনে পৰ প্ৰাণাগত আছিল তেওঁ, এই দৰে জীৱনৰ প্ৰতি কত প্ৰেম; কৈ অন্ত নাই।

বোপা! আমি টিকট দি কেনেকৈ থিয়টৰ চাম! মহা ভাৰতৰ থিয়টৰ চাবৰ মন গৈছে, বোপা। শ্ৰীশ্ৰীশঙ্কৰ দেৱৰ মন্দিৰত

থিয়টৰ হলে, মেদেউ বাই, পিতিকি বাই, মুহিতাধাইহঁতে কলে, ইয়াৰে চাবি বুলি, নিজৰ পৰা, গাই পতি চাবি অনাকৈ পইচা দিয়ে জীৱিকা নিৰ্ব্বাহৰ কত উপায় কৰিবলৈ যত্ন কৰে ; মাজে মাজে ভগা মটৰ এডোখৰ লৈ ইনচিয়ৰ বিচাৰি ফুৰে ।

চাৰৰ অৱস্থা এতিয়া ভাল ; মটৰ লৈছে বুলি মানুহে কয় । মটৰ কি কৰিলা, বুলি অলপ দিনৰ পাচত, বউয়ে সুধিলে কয়, পইচা নাই, বেচি পেলালো আই । মাজে মাজে ছবি বান্ধে ; তাতৈকো ৩/৪ টা ল'ৰা ৰাখে ; লাভে মূলে সকলো যায় । মাজে মাজে গেলামালৰ দোকান আৰু মিঠাই দোকান দিয়ে, চাৰৰ দোকান বুলি নোখোৱাইও বাকী খায় ।

দোকানত কিমান লাভ হৈছে, বোপা ! বুলি বউয়ে সুধিলে কয়, নাই আই ! লোকচান, চিলাই কলটো বেচিছে চলিছোঁ—

সদাশিৱ তোমাৰ শিৰে জটা
জগতক বৰ দি আপুনি নাওঠা ।

তোমাৰ বোলে ! এনে মহাদেউ গোঁসাই দেখা নাই, আৰু মানুহবোৰো কম নহয় ; বাকী খাই পইচা নিদিয়ে ল'ৰাটোক ! বউয়ে কয় । শ্ৰীযুত পূৰ্ণচন্দ্ৰ শৰ্মা আৰু "চাৰ" কতবাৰ জেললৈ গ'ল, চাৰৰ ঘৰত ল'ৰা-ছোৱালী আৰু ঘৈণীৰ কি হব । কোনে ভাৱে এবাৰ জেলত থাকোতেই নূমলীয়া ল'ৰাটি চুকাল । কত বিপদ । কত বিপত্তি এইদৰে ।

অসম বিখ্যাত তেতেলিসবাৰ মদনা বিষয়াৰ ঘৰৰ ঔষধ ; সেই ঔষধৰ ওপৰত অসীম বিশ্বাস অসমীয়া মানুহৰ । বন্ধ্যা পুত্ৰবতী হয় ; এনে প্ৰমাণী ।

সেইবোৰ অসমীয়া বনৌষধি ব্যৱহাৰ কৰি কতক আৰোগ্য কৰিলে ; কিমান অব্যৰ্থ "সাৰৰ" ঔষধ, আমাক শিকাই দিয়াত কত দুখীয়া মানুহক পইচা খৰছ নোহোৱাকৈ আজিলৈকে ভাল কৰিছোঁ আমি ।

ৰোগ শয্যাত ভেশ্বেতৰ 'সাৰ" হোৱা দেখি, মহাপুৰুষৰ গাত, ৰোগ প্ৰতিশোধ লোৱা কথাটো মনত পৰিছিল ।

মহামৰুৰ মাজত খোজ দি ফুৰা, ৰাজনীতিজ্ঞৰ দুখ-সুখৰ অন্ত কত ।

টেক্স খাজানা নিদিয়াত চকী, মেজ, লৈ যোৱাত কোনো

ভ্ৰূক্ষেপ নাই তেখেতৰ ।

নাঙলৰ আগৰ বন্তি জ্বলিয়েই থাকে। অসহযোগ আন্দোলন চেঁচা পৰিলেই সমাজৰ কামত লাগি শংকৰ সংঘত লাগে।

বানপানীত বঙালীহঁতৰে লগ লাগি ৰিলিফ পাতিলে—

"দাও ভিক্ষা দাও
জীৱন বাচাও
ভেসে যায় দেশ কপিলীৰ স্রোতে।"

বুলি শুধাংসু বাবুয়ে লেখা গান গাই, ল'ৰাবোৰে ঘৰে ঘৰে ভিক্ষাৰ পাত্ৰ আগবঢ়ালে ।

অসমীয়াতকৈও বঙালীয়েহে "চাৰৰ" গুণ বেচি বুজিছিল । "মহামৰুৰ মাজত মৰুদ্যান থকাদি ৰাজনীতিতো মাজে মাজে ভাল সময় আছে।

কাৰণ লাহৰিঘাট কেন্দ্ৰৰ পৰা কপৰ্দ্দক নোহোৱাকৈ তেখেত প্ৰথম এম, এল, এ নিৰ্ব্বাচিত হ'ল ; প্ৰতিদ্বন্দী স্বৰ্গীয় মতিৰাম বৰা ডাঙৰীয়া। মুঠিয়ে মুঠিয়ে টকা খৰচ কৰিব পৰা শক্তি থকা মানুহ তেখেত ।

তাৰ পাচত এবাৰ কি দুবাৰ বিনা প্ৰতিদ্বন্দীৰে উত্তীৰ্ণ হ'ল। কালৰ অখণ্ড প্ৰতাপ, সময়ৰ গুৰিত সকলো পৰাস্ত ; ই মানুহক ডেকা-বুঢ়া, ৰজা-খৰিভাৰি, আৰু কত কি কৰে।

আজীৱন কংগ্ৰেছ সেৱী 'হলধৰ ভূঞা' নগাঁৱৰ কংগ্ৰেছৰ গুখ ভেটি সাজি, সময়ৰ প্ৰভাৱত লাহে লাহে আঁতৰি আহিল শঙ্কৰ মিচন, শঙ্কৰ সংঘ ইত্যাদি অনুষ্ঠানত লাগি সমাজ সংস্কাৰৰ কামত হাত দিলে।

জীৱনৰ শেষ দিনলৈকে সেই কাৰ্য্যৰ উন্নতিৰ কথাকে ভাবিলে। মিচনৰ অন্ধ ল'ৰা-ছোৱালীবোৰলৈ কিমান মৰম তেখেতৰ, ইহঁতৰ দৰে দুখিত কোন আছে বুলি চকুৰ পানী টোকে ।

বিহুৰ দিনা, সিঁহতক আনি কতবিধ জলপান পিঠা-পণা খুৱাই আনন্দ পায় ।

মাছ, সুমথিৰা টেঙা, আম, মাটিকঠাল ইত্যাদি নানা ফল, খৰাহিয়ে খৰাহিয়ে সিহঁতক কিনি দিয়ে ।

তেওঁৰ গেলা মালৰ দোকানৰ পৰা, চাউল ডালি পাঁচ-ছয় হেজাৰ টকালৈকে মিচনক বাকী দিয়ে। তেখেতৰ ৰোগ শয্যাৰ

ওচৰত মৰমৰ কুকুৰ মেকুৰী কেইটা ঘূৰি ফুৰে, কিমান মৰম তেওঁৰ সিহঁতলৈ।

সমস্ত প্ৰাণীক দেখিবেক আত্মসম
উপায় মধ্যত ইটো অতি মুখ্যতম ॥
(কীৰ্ত্তন)

ঈশ্বৰোপাসনাৰ সাৰ্থকতা এই খিনিতে। চাৰৰ ৰোগ শয্যাৰ গুৰিত, সহজ সৰল হোজা মানুহ সকল দেখিলেই তেখেতৰ প্ৰতি মানুহৰ কিমান শ্ৰদ্ধা বুজিবলৈ বাকী নেথাকে।

চাৰৰ সহজ সৰল পত্নী আৰু অমায়িক ল'ৰা-ছোৱালী কেইটাই এক মুহূৰ্ত্তলৈ তেখেতৰ শুশ্ৰূষাৰ ত্ৰুটি নকৰিলে।

ভীষ্ম পিতামহৰ শৰ-শয্যাৰ চাৰিওফালে আত্মীয় কুটুম্বে বেৰি থকাদি, তেখেতৰ ৰোগ-শয্যাৰ কেউফালে, ল'ৰা-ছোৱালী আৰু পত্নীয়ে আবৰি থাকে।

ভাগৰ নাই! বিৰক্তি নাই! সিহঁতৰ!

চাৰৰ পত্নীয়ে গোটেই জীৱন, বম্ ভোলা স্বামীৰ লগত কত অসুবিধাত দিন নিয়ালে। গিৰিয়েক জেললৈ গলে, ল'ৰা-ছোৱালী বুকুত বান্ধি অকলৈ ঘৰত থাকে।

অথচ কোনো অশান্তি নাই।

মিছাকথা কোৱা, আকাশচুম্বী আকাংখা, ঠগ, লোকৰ অনিষ্ট কৰি ডাঙৰ হোৱা ইত্যাদি কোনো নিকৃষ্ট দোষ চাৰৰ পৰিয়ালত নাই।

"আমি কাৰো অপকাৰ কৰিবৰো হাত নাই আমাৰ" এয়ে তেখেতৰ উপদেশ।

তিৰোতা মানুহৰ কৃত্ৰিমালী, ভুঞাৰ পত্নীৰ গাত লেশ-মাত্ৰাও নাই। স্বামীৰ দুখত দুখী, সুখত সুখী হৈ শেষকালত অজস্ৰ পৰিচৰ্য্যা কৰি, প্ৰকৃত সহধৰ্মিণীৰ কাম কৰিলে ভুঞানীয়ে।

তাৰ পাছত সময় চাপি আহিল, মৃত্যুৰ হিমশীতল পৰেশে লাহে লাহে তেখেতক চেচাঁকৈ অনা, কপালত হাত দি গম পাই, বহুত দিনৰ আগেয়ে পঢ়া টেনিচনৰ কবিতাৰ অসমীয়া ভাঙনী এফাকিলৈ মোৰ মনত পৰিল।

'ঈশ্বৰৰ আঙুলীয়ে'
পৰশিলে ধীৰে ধীৰে
টোপনিয়ে সাৱটি ধৰিলে।

বহুত পৰিশ্ৰম আৰু ভাগৰৰ পাছত, তেখেত যেন মহানিদ্ৰাত মগ্ন। লাহেকৈ কাপোৰেৰে মুখ খনি ঢাকি দিলোঁ।

অতঃ! কিমঃ! ইয়াৰ পিছত?

যেতিয়া সকলোৱে ধৰি মেলি তেখেতক ভগৱানৰ আধি দৈৱিক শৰীৰ, নীল আকাশৰ তললৈ লৈ গল, খানদানী খেতিয়কৰ বস্তি গঢ়িৰ কথা মনলৈ অহাত ভাবিলোঁ, "অখণ্ড প্ৰদীপ কেতিয়াও নুমাব নোৱাৰে।"

সেই গতিকে আগত গৈ, দেৱযান পথেদি তেখেতৰ আত্মাই পাখি মেলি অমৰ লোকলৈ যাত্ৰা কৰিলে।

০০০

# হলধৰ ভূঞাৰ ব্যক্তিত্ব আৰু জীৱন দৰ্শন

শ্ৰীইন্দ্ৰেশ্বৰ গোস্বামী

সমাজত যি আনমানুহৰ দৰে জন্মগ্ৰহণ কৰি, নিজৰ চিন্তা, চৰ্চ্চা, আদৰ্শ, লক্ষ্য আৰু সপোনক নিষ্ঠাৰে কামলৈ ৰূপান্তৰ কৰি মানুহক বিশ্বাসেৰে জীয়াই থকাত সহায়ৰ হাত আগবঢ়াই তেওঁ সেইবোৰ মানুহৰ মনত মৰিও জীয়াই থাকে। আচলতে কৰ্ম আৰু অন্তৰজীৱনৰ মাধুৰ্য্যই সেইজন লোকক মহৎ কৰে। মহৎ হবলৈ এখন বহল হৃদয়, উদাৰ প্ৰকৃতিৰ প্ৰয়োজন হ'ব, য'ত সকলো মানবীয় গুণে ঠাই পাব পাৰে। বিচক্ষণ ৰাজনৈতিক জীৱনাদৰ্শৰ গান্ধীবাদী হলধৰ ভূঞাও তেনে এজন বহুমুখী ব্যক্তিত্বৰ অধিকাৰী লোক, যাক সকলোৱে শ্ৰদ্ধাৰে সোঁৱৰে। এইজন লোকৰ চিন্তা, কৰ্ম, স্বভাৱ আৰু জীৱন দৰ্শন শুদ্ধভাবে বুজিবলৈ আৰু মূল্যায়ন কৰিবলৈ সেই লোকজনৰ ৰাজনৈতিক চিন্তা, আদৰ্শ, কৰ্ম আৰু মতবাদৰ মাধ্যমেৰেহে আলোচনা কৰাতো সম্ভব, কাৰণ তেওঁৰ মতবাদ যিমানে সুস্পষ্ট হয়, সিমানে ব্যক্তিত্বও সুদৃঢ় আৰু সুস্পষ্ট হৈ পৰে। এইটো সুস্পষ্ট যে সামাজিক, ৰাজনৈতিক কৰ্ম আৰু ৰাজনৈতিক আদৰ্শৰ ওতঃপ্ৰোত সম্বন্ধ আছে। এটা মতবাদে ৰাজনীতি, অৰ্থনীতি, সমাজনীতি, তথা সমাজৰ প্ৰতিটো অংগকে থিয় কৰাই এটা দৰ্শনৰ ওপৰত। কেতিয়াবা কেতিয়াবা এজন ব্যক্তিৰ মতবাদ তেওঁৰ আদৰ্শ অনুসৰিও গঢ় লব পাৰে সঁচা, হলেও তেওঁৰ জীৱনৰ গতি প্ৰকৃতি, চিন্তাৰ উন্মেষণ, কামৰ ধৰণ, তেওঁৰ আদৰ্শ আৰু মতবাদৰ মাধ্যমেৰে গঢ় লৈ উঠে।

## নিষ্ঠাবান গান্ধীবাদী

লোকসেৱক হলধৰ ভূঞা শোষণবিৰোধী, উচ্চ-নীচ, ধনী, দুখীয়াৰ বিভেদ নথকা, অসমীয়া সমাজৰ সমৰ্থক আদৰ্শবাদী মানুহ

আছিল। মতাদর্শৰ ফালৰপৰা তেওঁ আছিল নিষ্ঠাবান গান্ধীবাদী সমাজকৰ্মী। গান্ধীজীৰ গঠনমূলক আদর্শৰে অনুপ্রাণিত এজন গভীৰ আদর্শবাদী। তেওঁৰ জীৱনদর্শনো আছিল গান্ধীবাদ। গান্ধীয়ে মানৱ মনৰ বিকাশ আৰু মানৱ চৰিত্ৰৰ উন্নয়নৰ নেতৃত্ব দিছিল। মহাত্মাৰ বাণী হৈছে বিশ্বশান্তি, বিশ্বমানৱতা আৰু মানৱ ধৰ্ম। গান্ধীজীৰ মূল দাৰ্শনিক তত্ত্ব আৰু গঠনমূলক কৰ্ম-পন্থাই তেওঁৰ জীৱনত যথেষ্ট পৰিমাণে প্ৰভাৱ পেলাইছিল। তেওঁ নিজৰ জীৱনত সৎকাৰ্য্য, সৎচিন্তা, সৎপথ, অহিংস আৰু শান্তি কামনাত বিশ্বাস, সত্য বিচাৰ-বুদ্ধিৰে চলাটোকে গান্ধীবাদ অনুসৰণ বুলি বুজিছিল। দুখীয়া, দৰিদ্ৰ অৱহেলিত, নিঃকিন, বিকলাঙ্গ আৰু পিছপৰা মানুহৰ আশা আকাংখা, হা-হুতাশ জীৱন ছন্দৰ লগত পৰিচয় আৰু সেই সকলৰ সেৱাই আছিল তেওঁৰ চকুত মানৱতাৰ সেৱা। গান্ধীজীৰ "শ্ৰেণী-ভেদ আৰু জাতিধৰ্ম জন্মগত প্ৰভেদৰ অৱসান ঘটাই আৰু শান্তিপূৰ্ণভাবে শ্ৰেণীহীন গণতান্ত্ৰিক সমাজ স্থাপন কৰি সকলো নৰনাৰীৰ মাজত একতা আৰু শুভ-কামনা বৃদ্ধিৰ কাৰণে সেৱা কৰা" মন্ত্ৰত দীক্ষিতহৈ সেই আদর্শ মতে সমাজক গঢ় দিয়াৰ মহান দায়িত্বত তেওঁ মনে প্ৰাণে বিশ্বাস কৰিছিল। তেওঁৰ ব্যক্তিগত আৰু ঘৰুৱা জীৱনত গান্ধীবাদৰ সম্পূৰ্ণ প্ৰভাৱ পৰিছিল। তেওঁৰ চিন্তাত ৰাজনৈতিক, অৰ্থনৈতিক সামাজিক সকলোতে গান্ধীবাদী দৰ্শনৰ প্ৰভাৱ আছিল। মহাত্মা-গান্ধীয়ে "ভাৰতৰ কোনোবা এটা কোণৰ তেওঁৰ পৰ্ণকুটীৰৰ পৰা যেতিয়া যি কথা কৈছিল, যি ইঙ্গিত দিছিল সেইমতে আসমুদ্ৰ হিমাচল এই পৰিয়ালটোৰ মানুহখিনিৰ অন্তৰ স্পন্দিত হৈছিল। স্বতঃ প্ৰণোদিত হিচাপে তেওঁলোকৰ প্ৰতিজনে সেইমতে নিজৰ কৰ্মত উঠিপৰি লাগিছিল।" গান্ধীজীৰ নেতৃত্বত, নীতি-আদর্শত গভীৰ আস্থাৰ বাবে জন্মভূমিৰ মুক্তিয়েই তেওঁৰ লক্ষ্য আদর্শলৈ ৰূপান্তৰিত হৈছিল। মহাত্মাৰ বাণীত মন্ত্ৰমুগ্ধৰ দৰে ওলাই অহা হাজাৰ হাজাৰ দেশপ্ৰেমিকৰ লগত তেওঁ নিজকে বিলাই দিছিল।

হলধৰ ভূঞাই প্ৰকৃত গান্ধীবাদী আদর্শৰে গোটেই জীৱন জুৰি ভাৰতৰ মুক্তি যুঁজৰ লগত নিজকে জড়িত কৰিছিল। ১৯২১ চনৰ ২০ এপ্ৰিলত কৰ্মবীৰ চন্দ্ৰনাথ শৰ্মাক নগাঁৱত লগ পোৱাৰ পিছতে ভূঞাই চৰকাৰী চাকৰি এৰি দি দেশৰ হকে খি ওলায় ওলাইছে।

সেই বছৰৰ ১৮ এপ্ৰিলত পণ্ডিত কনকচন্দ্ৰ শৰ্মাক সভাপতি, ভূঞাক সম্পাদক আৰু পূৰ্ণচন্দ্ৰ শৰ্মাক স্বেচ্ছাসেৱক বাহিনীৰ নায়ক ৰূপে নগাঁও কংগ্ৰেছ কমিটি স্থাপন হোৱাৰ দিনৰে পৰা আন্দোলনত মন প্ৰাণ ঢালি দিয়ে। আন্দোলনৰ কামত একান্তমনে ব্ৰতী হৈ ভূঞাই অশেষ আৰ্থিক দুৰ্দশা, ক্লেশ ভুগিছিল। কংগ্ৰেছত যোগ দিয়া দিন ধৰি ১৯৪৭ চনৰ স্বাধীনতা অৰ্জনৰ দিনলৈ তেওঁ আছিল নগাঁও কংগ্ৰেছৰ অবিসম্বাদী নেতা। সৰ্ব্বমুঠ পাঁচ বছৰ কাল কাৰাবাস খটা হলধৰ ভূঞাক বাদ দি নগাঁও কংগ্ৰেছৰ বিষয়ে আলোচনা কৰা-টোৱেই সম্ভৱ নহয়। শিৰফুটা নেতা হলেও তেওঁৰ চলন ফিৰণ ধৰণ-কৰণ সকলো ক্ষেত্ৰতে এজন সাধাৰণ কৰ্মীৰ দৰে নিজকে গঢ় দিছিল আৰু এইটোৱেই আছিল তেওঁৰ বৈশিষ্ট্য।

## গঠনমূলক কাম

১৯২১ চনৰ ১৮ আগষ্টত মহাত্মা গান্ধী পাণ্ডু পায়হি আৰু ভূঞাই তেওঁক আদৰিবলৈ তালৈ যায়। ২৩ আগষ্টৰ পুৱা গান্ধী নগাঁও পায়হি। গুৱাহাটী নগৰত পুৰাদমে বিদেশী বস্ত্ৰ দাহ কৰা হয়। গান্ধীজীৰ সঙ্গ পাই হলধৰ ভূঞা বেছি গান্ধী অনুৰাগী হ'ল আৰু তেওঁৰ আদৰ্শৰ গঠনমূলক কামত অধিক একাগ্ৰতা আৰু হেপাহ পৰিস্ফুত হয়। কংগ্ৰেছত যোগ দিয়েই তেওঁ নিজ ইচ্ছা-নুসাৰে গঠনমূলক কামৰ দায়িত্ব লয়। যন্ত্ৰৰ সহায়েৰে উৎভেদনদী কৰা বিদেশী পণ্যদ্ৰব্যৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰে। অহিংস বিদ্ৰোহ গান্ধীবাদী এই আদৰ্শৰ দ্বাৰা সকলো কাম প্ৰভাৱিত হয়। মাতৃভূমিৰ প্ৰতি অগাধ ভালপোৱা, সাধাৰণ মানুহৰ জীৱনৰ উন্নয়ন সাধন হৈ পৰে তেওঁৰ লক্ষ্য উদ্দেশ্য। খাদী আৰু মূঁতৰ, অসহায় দৰিদ্ৰৰ সাৰ্থক মুক্তিৰ উপায় বুলি তেওঁ মনে প্ৰাণে বিশ্বাস কৰে আৰু খাদী গ্ৰামোদ্যোগৰ কামত লাগি পৰে। প্ৰথমতে তিলক স্বৰাজ ফাণ্ডৰ পৰা এহেজাৰ টকালৈ জোনাৰাম বৰাসহ এখন খদৰৰ দোকান দিয়ে। ১৯২৩ চনত কুলধৰ চলিহা সভাপতি, ৰোহিনী হাতীবৰুৱা আৰু কৃষ্ণ শৰ্মাক মুঠীয়া সম্পাদক ৰূপে অসম প্ৰদেশ খাদী বোৰ্ড স্থাপন হোৱাৰ পিছত ভূঞাই খদৰ প্ৰচলনৰ কামত নিজকে উচৰ্গা কৰে। সূতা কাটি কাপোৰ বৈ, বেচি একোটা পৰিয়াল চলিব পৰা

অৰ্থাৎ ইয়াৰ আৰ্থিক দিশটোৰে দুখীয়াক সহায়ৰ বাবে কপাহ যোগান আৰু সূতাকটাৰ ওপৰত ভূঞাক জোৰ দিবলৈ উৎসাহিত কৰে। সেয়ে খদৰৰ সূতাকটাত বিশেষ জোৰ দিয়া হয়। ১৯২৫ চনত ভূঞা আৰু মহেন্দ্ৰ হাজৰিকাই কাটনি সংঘ পাতি চাইকেলৰ পিছত কপাহ বান্ধি শিপিনীৰ ঘৰে ঘৰে দি ফুৰিছিল আৰু এইদৰে বোৱা কাপোৰ সংগ্ৰহ কৰি, বেচি আকৌ কপাহ কিনি কাটনি সকলক যোগাৰ দিছিল। এই কামত বিমলা প্ৰসাদ চলিহা আৰু কামাখ্যা দাসে তেওঁলোকক সহায় কৰিছিল। জোনাক নিশা জাজে জাকে গাভৰুৱে সূতাকাটি, তাত বোৱা আদি কামে আৰ্থিক উন্নতিৰ লগতে গান্ধীজীৰ স্বৰাজৰ বতৰা প্ৰচাৰতো প্ৰভুত সহায় কৰে। ১৯২৬ চনত নিখিল ভাৰত শিপিনী সংঘৰহৈ ৰাজেন্দ্ৰ প্ৰসাদ অসমলৈ আহে আৰু তেতিয়াৰ পৰা এই কাম বৰ উৎসাহৰে আগবাঢ়ে। যোৰহাটৰ কৃষ্ণ শৰ্ম্মা, পণ্ডিত কনক শৰ্ম্মা, ভূঞা, পূৰ্ণ শৰ্ম্মা, ভূঞাৰ শহুৰেক চন্দ্ৰমোহন বিশ্বাস, চেনীৰাম বৰুৱাক লৈ নগাঁও, ৰহা, বাৰপূজীয়া অঞ্চলত খদৰৰ কামত লাগে। কংগ্ৰেছ অধিবেশন গুৱাহাটীৰ পাণ্ডু নগৰত অনুষ্ঠিত হওঁতে খদৰৰ কাপোৰেৰে এই সকলে যি প্ৰভুত সহায় কৰিছিল সেইকথা সকলোৰে মনত থাকিব। গঠনমূলক কামৰ অংশ ৰূপে মাদকদ্ৰব্য বৰ্জন, কানি, ভাং, মদ নিবাৰণ, কানি খোলা সংগ্ৰহ কৰি নষ্ট কৰা, খদৰ পৰিধান আৰু প্ৰচলন, অস্পৃশ্যতা দূৰীকৰণ আদিত ভূঞা উঠিপৰি লাগিছিল আৰু তাৰ মাজেৰে অসহযোগ আন্দোলনৰ বাবে জনসাধাৰণক সংগঠিত কৰিছিল। এই-বোৰৰ লগতে কুটীৰ শিল্পৰ উন্নয়ন, গো-পালন আৰু মৌ-মাখি পুহি আৰ্থিক উন্নয়নত সহায়ৰ বাবে উৎসাহ উদ্দীপনা যোগাইছিল আৰু প্ৰাৰম্ভিক সহায় কৰিছিল। কানিৰ গ্ৰাসৰ পৰা অসমীয়া সমাজক ৰচাবলৈ কনক চন্দ্ৰ শৰ্ম্মা, ভূঞা, পূৰ্ণ শৰ্ম্মা প্ৰভৃতিয়ে পদব্ৰজে মায়ঙৰ পৰা কুঠৰী, ধিঙৰ পৰা বোকনীলৈ নিৰন্তৰ যুদ্ধ কৰিছিল। নিষ্ঠাবান কৰ্মীৰ সহযোগত কানিৰ দোকানত পিকেটিং আদিৰ বাবে ১৯২১ চনত অসমত প্ৰায় ৬০০ মোন কানিৰ বিক্ৰী কমিছিল।

## অস্পৃশ্যতা বৰ্জন

মহাপুৰুষ শঙ্কৰদেৱ আছিল তেওঁৰ আধ্যাত্মিক জীৱনৰ

গুৰু। তেওঁৰ আধ্যাত্মিক কাম কাজে অসমৰ জাতীয় জীৱন চহকী কৰি থৈ গৈছে। ব্যক্তিগত জীৱনত ধৰ্মীয় সমাজ তেওঁ মানি চলিছিল। মহাপুৰুষৰ "কুকুৰ শৃগাল গদৰ্ভৰো আত্মা ৰাম জানিয়া সবাকো পৰি কৰিবা প্ৰণাম" মন্ত্ৰৰে দীক্ষিত ভুঞাই যেতিয়া গান্ধীৰ অস্পৃশ্যতা বৰ্জনৰ আহ্বান শুনিলে ভুঞাক আৰু পাই কোনে? সৰুৰে পৰা জাতি ভেদ প্ৰথাৰ বিৰুদ্ধে গঢ়ি উঠা তেওঁৰ আপোচহীন বিদ্ৰোহী মনটো মহাত্মা গান্ধীৰ নৈতিক শিক্ষাই বলীয়ান কৰিলে। বিশেষকৈ মহাত্মা গান্ধী ১৯২১ চনৰ ২৩ আগষ্টত নগাঁৱত লগপোৱাৰ পিছৰে পৰা তেওঁ বেছি অশান্ত হৈ পৰে। সমাজৰ উচ্চবৰ্ণৰ মানুহে নিম্নবৰ্ণৰ লোকৰ ওপৰত কৰা আচৰণত ক্ষোভিত দুখিত হয় আৰু ধৰ্মৰ নামত ব্ৰাহ্মণ, গোসাঁই-মহন্তসকলৰ জাতপাত বিচাৰৰ নামত সাধাৰণ মানুহৰ ওপৰত চলোৱা সামাজিক আচাৰ আচৰণত অসন্তুষ্ট হৈ পৰে। অসমত জাতি ভেদ আৰু অস্পৃশ্যতাৰ বৰ প্ৰকোপ নাই সচাঁ কিন্তু অনুসূচীত জাতি আৰু জনজাতিৰ লোকক অবহেলা কৰা কথাটো তেওঁ মূঠেই সহ্য নকৰিছিল। সেয়ে ৺ৰমাকান্ত মুক্তিয়াৰৰ লগলাগি ১৯৩০ চনত শ্ৰীমন্ত শংকৰদেৱ সংঘ প্ৰতিষ্ঠা কৰে। তেওঁ অন্য ধৰ্মাৱলম্বী বা অন্য পন্থাৰ লোকক সমজ্ঞান কৰিছিল। ধৰ্ম সম্পৰ্কীয় চিন্তাই তেওঁৰ মুক্তিযুঁজৰ কামত বা অন্যান্য সামাজিক কামত বাধাৰ সৃষ্টি কৰা নাছিল।

## মানৱতা বোধ

সমাজত পিছপৰি থকা অবহেলিত দৰিদ্ৰ সামাজিক বৈষম্যৰ বলিহৈ থকা মানৱতাবোধ, দৰিদ্ৰ নাৰায়ণৰ সেৱাৰ বাবে সকলো সময়তে নতুন পুৰুষক অনুপ্ৰাণিত কৰিছিল। বানপানী, দুৰ্ভিক্ষ, অগ্নিদগ্ধত প্ৰপীড়িত আৰু প্ৰাকৃতিক দুৰ্যোগত অসহায় সকলৰ সাহায্যৰ বাবে তেওঁ কৰা কামৰ অন্ত নাই। বিভিন্ন সময়ত সেচ্ছাসেৱক বাহিনী গঠন কৰি চাউলপাত, কাপোৰ কানি দান বৰঙণি সংগ্ৰহ কৰি পীড়িত সকলক সহায় কৰিছিল। পিছপৰা তিৰোতাসকল, গৰ্ভাৱতী মাতৃসকল, পোৱাতী মাতৃসকলৰ সহায়-সাহায্য উন্নতিৰ বাবে তেওঁ বহুতো অনুষ্ঠান গঢ় দিছিল। ১৯১৮ চনত নগাঁও সেৱা মিচন, ১৯৪৭ চনত গ্ৰাম্য মঙ্গল সমিতি, বিশেষকৈ

উত্তৰপূব ৰাজ্যসমূহৰ অবহেলিত নিঃকিন, দীনহীন শ্ৰেণীৰ লোক সকলক সেৱাকৰাৰ প্ৰয়াসে তেওঁ শ্ৰীমন্ত শঙ্কৰ মিচন নামেৰে এক সৌধ নিৰ্ম্মাণ কৰি থৈ গৈছে। তেওঁ গঢ়া এই কল্যাণমূলক অনুষ্ঠান সমূহে তেওঁৰ মানবপ্ৰেমী মনটোৰ পৰিচয় দিয়ে। অন্ধ সকলৰ বাবে ১৯৫৫ চনত প্ৰথমতে নগাঁও চহৰত শ্ৰীমন্ত অন্ধ বিদ্যালয় প্ৰতিষ্ঠা কৰি পিছত বহুমপুৰলৈ নি সাধাৰণ শিক্ষা, কলা-কৃষ্টিত পাৰ্গত কৰি মানুহ হিচাপে জীয়াই থকাত সহায় কৰিছে। আনহাতে অন্ধসকলৰ বাবে ১৯৬০ চনত আনুষ্ঠানিক ভাবে কাৰখানা প্ৰতিষ্ঠা কৰি কাৰিকৰী শিক্ষা দান কৰি সমাজত আৰ্থিক ভাবে প্ৰতিষ্ঠা হবলৈ সুবিধা কৰি থৈ গৈছে। নগাঁও চহৰত ১৯৫০ চনত চকু চিকিৎসালয় স্থাপন কৰিছে আৰু উত্তৰ পূব ভাৰতৰ বিভিন্ন অঞ্চলত চকু চিকিৎসাৰ শিবিৰ পাতি অন্ধক দৃষ্টি শক্তি প্ৰদান কৰিছে। যি সময়ত কুষ্ঠ ৰোগী সকলক মানুহে লেই লেই ছেই ছেই কৰিছিল সেই সময়তে এই লোকসকলৰ চিকিৎসাৰ ব্যৱস্থা আৰু আৰোগ্য সকলৰ একে ঠাইতে গাঁও পাতি সংস্থাপন কৰি জীৱিকাৰ উপায় কৰি দিছিল।

কাৰ্বি আংলং জিলাৰ ঔগুৰি, ঘিলানী বৰথলা, টুমপ্ৰেং সাতগাঁও, নগাঁও জিলাৰ কোমোৰাকটা, কন্দলী আৰু অৰুণাচলৰ পাছিঘাট, আলং আৰু চেনুৱাত তিনিখন ডাঙৰ কুষ্ঠৰোগীৰ চিকিৎসা কেন্দ্ৰ আৰু বহুতো উপকেন্দ্ৰ প্ৰতিষ্ঠা কৰি থৈ গৈছে। এইবোৰ আজিও সুন্দৰকৈ মিচনে চলাই আছে। নগাঁৱত যক্ষাৰোগীৰ বাবে ১৯৬৬ চনত প্ৰতিষ্ঠা কৰা মিচনৰ কমলাদেৱী যক্ষ্মা চিকিৎসা কেন্দ্ৰ অসমৰ ভিতৰত প্ৰথম শ্ৰেণীৰ সেৱা কেন্দ্ৰ। অনাথ শিশু, বিধবা-সকলৰ বাবে নগাঁৱত প্ৰতিষ্ঠা কৰা অনাথ আশ্ৰম আৰু বালভবন অবহেলিত নিঃকিনৰ সেৱাৰ আন এটা অনুষ্ঠান। গৰ্ভাৱতী প্ৰসূতী সকলৰ বাবে কাৰ্বি আংলং আৰু অৰুণাচলত প্ৰতিষ্ঠা হোৱা মাতৃ-মঙ্গল কেন্দ্ৰবোৰ আন এক সেৱাৰ নিদৰ্শণ। শ্ৰীমন্ত শংকৰ মিচন ভুঞাৰ জীৱনৰ সকলোতকৈ ডাঙৰ কীৰ্ত্তিস্তম্ভ। বৰ্ত্তমান মিচনৰ কাৰ্য্যকৰ্ত্তাসকলে ভুঞাৰ সপোন মিচনত, নতুনকৈ একো উল্লেখনীয় সংযোগ হয়তো কৰিব পৰা নাই কিন্তু পূৰ্ব্বৰ সকলো সেৱা কাৰ্য্যসমূহ সুন্দৰভাবে পৰিচালনা কৰি ভুঞাৰ আদৰ্শক জীয়াই ৰাখিব পাৰিলেই তেওঁৰ ত্যাগৰ সাৰ্থকতা হ'ব।

## প্ৰেৰণাৰ উৎস

লোকসেৱক আছিল কৰ্মীৰ, ভলণ্টিয়াৰৰ, প্ৰেৰণাৰ উৎস। মনে-প্ৰাণে গণতন্ত্ৰপ্ৰেমী, স্বাধীনতাকামী ভূঞাই মুক্তি যুঁজৰ সেনানী-সকলৰ লগত থকৰা আত্মিক সম্বন্ধ স্থাপন কৰিছিল ফলত স্বতঃস্ফুৰ্ত্ত নায়ক নেতা ৰূপে স্বীকৃতি পাইছিল। সমাজৰ পিছপৰি থকা অবহেলিত লোকৰ হৃদয় স্পৰ্শ কৰা ব্যৱহাৰ, আচৰণ ধৰণ কৰণে তেওঁ লোকৰ মনত দেবতাৰ শাৰীত স্থান পাইছিল। অক্লান্ত পৰিশ্ৰম, দৃঢ়তা, সততা আৰু বিচক্ষণ সংগঠক ৰূপে জনসাধাৰণৰ অন্তৰ বুজি, নিজকে খাপ খুৱাইলৈ সমাজৰ সমস্যাৰাজি বুজিবলৈ সক্ষম হৈছিল আৰু সেয়ে নগাঁও জিলাক অসমৰ মুক্তি যুঁজৰ আগশাৰীলৈ নিবলৈ সক্ষম হৈছিল। অসমৰ চন্দ্ৰনাথ শৰ্মা, নবীন বৰদলৈ, তৰুণ ফুকন, হেমচন্দ্ৰ বৰুৱা, গোপীনাথ বৰদলৈ, ভুবনেশ্বৰ বৰুৱা আদিৰ লগত তেওঁ গঢ়ি তুলিছিল ওচৰ সম্বন্ধ আৰু তেওঁলোকে যাচিছিল শ্ৰদ্ধা, আদৰ। অসম কংগ্ৰেছৰ সকলো গুৰুত্বপুৰ্ণ সিদ্ধান্তত ভূঞাই ভাগলোৱাত সুবিধা পাইছিল। দেশ মাতৃকাৰ উদ্ধাৰৰ বাবে কাৰাবৰণ, সত্যাগ্ৰহ আদিৰ কথা বাদেই গোটেই, নগাঁও জিলাৰ তেখেত আছিল প্ৰাণৰ নায়ক অবিসম্বাদী নেতা। জনতাৰ প্ৰতি তেওঁৰ আছিল অগাধ শ্ৰদ্ধা, বিশ্বাস আৰু ভালপোৱা। তেওঁ দেশ মাতৃকাক মুক্তি কৰাৰ যি সাধনা, আদৰ্শ, সাধাৰণ মানুহৰ লগত নিবিড় সম্পৰ্ক ৰক্ষা, অতি সন্ধিক্ষণৰ সময়তো আদৰ্শত অচল-অটল থকাটোৱেই বোধ হয় তেওঁ ইমান জনপ্ৰিয় আৰু অবিসম্বাদী নেতা হোৱাৰ প্ৰধান কাৰণ।

## জাতীয়তাবাদী চিন্তা

জাতীয়তাবাদী নেতাজনে অসমৰ মানুহক মনে-প্ৰাণে ভাল পাইছিল। ছবছৰীয়া বিদেশী বহিষ্কাৰ আন্দোলনে লোকসেৱক ভূঞাৰ চিন্তা-চৰ্চালৈ আকৌ আমাক ওভোতাই নিয়েগে। ভাৰতৰ স্বাধীনতাৰ লগে লগে আহি পৰা অনুপ্ৰৱেশকাৰী আৰু ভগনীয়া সমস্যাই সাম্প্ৰদায়িক বিদ্বেষ আৰু সন্ত্ৰাসবাদৰ দাবানলে অসমক জ্বলা-কলা কৰি অসমৰ চুকে-কোণে অনুপ্ৰৱেশ যি গতিত বাঢ়িছিল বিশেষকৈ অনু-

প্ৰবেশকাৰীসকলক ব্ৰহ্মপুত্ৰ উপত্যকাত সংস্থাপন দিয়াৰ ক্ষেত্ৰত নিগাজী অসমবাসীৰ ভৱিষ্যত অস্তিত্ব বিনষ্ট হোৱাৰ সম্ভাৱনা প্ৰকট হোৱাত ই অসমৰ আৰ্থসামাজিক প্ৰলয়ৰ সৃষ্টি কৰিব বুলি তৎকালেই বিদেশী অনুপ্ৰৱেশ বন্ধ কৰাৰ বাবে তেওঁ গোপীনাথ বৰদলৈৰ নেতৃত্বত অসম চৰকাৰক জোৰদি ধৰিছিল। ১৯৪৮-৪৯ চনৰ অসম কংগ্ৰেছ সংসদী দলৰ সচিবৰ প্ৰতিবেদনত ভুঞাই লেখিছিল (চিলং ৩০-৩-১৯৪৯)

Pakistan nationals both Hindus and Muslims are daily pouring into the province without any restriction or check ... ..It is clear that unless there is regulation, if not actual Prevention, of ingress of Pakistani people is effected, the future of the province seems to be dark. তেওঁ দিয়া এই প্ৰতিবেদনত মন্ত্ৰীসভাৰ বহুতো সদস্য অসন্তুষ্ট হৈছিল। গোপীনাথ বৰদলৈয়ে এই বিষয়ত গুৰুত্ব সহকাৰে মনোনিবেশ কৰে আৰু বিষ্ণু মেধীৰ সহযোগত নেহৰু পেটেলৰ ভগনীয়া সমস্যা সমাধানৰ নামত অনুপ্ৰবেশকাৰীসকলক ব্ৰহ্মপুত্ৰ উপত্যকাত সংস্থাপন দিয়াৰ ক্ষেত্ৰত নিগাজী অসমবাসীৰ ভৱিষ্যত অস্তিত্বলৈ চকু ৰাখি কেন্দ্ৰীয় নেতৃত্বৰ লগত মনোমালিন্যৰ সম্মুখীন হয়। ভুঞাৰো এই প্ৰশ্নলৈয়ে আনসকলৰ লগত মত বিৰোধ বাঢ়িবলৈ লয়।

## উদাৰ, সহিষ্ণু

নিৰ্ভীক, দৃঢ়মনা, মুজাৰু, ন্যায়ৰ পক্ষত থকা লোকসেৱক হলধৰ ভুঞাৰ সহিষ্ণুতা গুণো সৰ্বজন বিদিত। সাধাৰণতে গহীন গম্ভীৰ ভুঞা আছিল সদালাপী, ৰস আৰু কৌতুকৰ ভাণ্ডাৰ। প্ৰথমতে ভয় লগাকৈ হুঙ্কাৰ এটা মাৰিলেও সকলোৰে কথা মন নি শুনিছিল। তেওঁ কোৱা কথা নিজে হাতে কামে কৰি দেখুৱা লোক আছিল। উদাৰ হৃদয়, উচ্চ ব্যক্তিত্ব আৰু পৰিষ্কাৰ চৰিত্ৰৰ কথা তেওঁৰ সান্নিধ্যলৈ অহা সকলোৱে স্বীকাৰ কৰে। দলগত ৰাজনীতিৰ আনুগত্য আৰু প্ৰতিশ্ৰুতি পালন তেওঁৰ আন এটা লক্ষণীয় গুণ। ভুঞাৰ বিৰোধী মতাৱলম্বীসকলৰ লগত ৰাজনৈতিক ক্ষেত্ৰত মতৰ অমিল

হৈছিল কিন্তু কেতিয়াও মতান্তৰ হোৱা নাছিল। সাত শতকৰেও স্বীকাৰ কৰিছিল তেওঁ বিৰোধীসকলক নিন্দা নকৰিছিল। বিৰোধী-সকলৰ মতামতক নিৰপেক্ষ বিচাৰ কৰিছিল আৰু তাত যুক্তি থাকিলে যথাবিহিত গুৰুত্ব দিছিল। তেওঁ আদৰ্শ আৰু সপোনক কাৰ্য্যকৰী কৰোতে বহুতো অসুবিধা আৰু সংঘাতৰ মুখামুখি হৈছিল কিন্তু তেওঁৰ বিশ্বাসৰ ওপৰত অলৰ অচৰ থাকি সদায় কৃতকাৰ্য্য হৈছিল। ত্যাগৰ প্ৰতি আওকাণ, লোভ সম্পদ অৰ্জনৰ প্ৰতি লোকৰ সংখ্যা বাঢ়ি যোৱাত তেওঁ কংগ্ৰেছ এৰি আঁতৰি আহিল।

## *নিৰ্য্যাতিত সকলৰ বাবে*

১৯৫৫ চনত গড়মূৰীয়া সত্ৰাধিকাৰৰ লগলাগি মুক্তিযুঁজৰ নিৰ্য্যাতিত সকলক জীৱন ধাৰণৰ বাবে সামান্য হলেও আৰ্থিক সাহায্য দিয়াৰ উদ্দেশ্যে সদৌ অসম নিৰ্য্যাতিত কৰ্মী সংঘ গঠন কৰে। পিছলৈ সেয়ে অসম মুক্তি যুজাৰু সম্মিলনলৈ ৰূপান্তৰ হয়। দেশৰ হকে ত্যাগ কৰা, নিৰ্য্যাতন ভোগা লোকক, চৰকাৰৰ সহায় বিনা সাহায্য কৰিবৰ চিন্তা আচনি গঠন কৰা কাৰ্য্যই ভূঞাৰ দূৰদৰ্শিতা আৰু চিন্তাৰ গভীৰতাৰ প্ৰমাণ দিয়ে।

## *অৰ্থনৈতিক, সামাজিক মুক্তিৰ হকে*

ভাৰতৰ জাতীয় মুক্তি আন্দোলনৰ লক্ষ্য প্ৰথমতে ৰাজনৈতিক মুক্তি হলেও পিছলৈ সামাজিক মুক্তিৰ কথাও জড়িত হৈ পৰে। জয় প্ৰকাশ নাৰায়ণ, ইউচুফ মেহেৰ আলি, এচ এম যোশী, অচ্যুত পটবৰ্দ্ধন আদি মুক্তি যুঁজৰ নেতাসকলে ১৯৩৪ চনত কংগ্ৰেছ চছিয়েলিষ্ট দল গঠন কৰি ৰাজনৈতিক মুক্তিৰ লগতে অৰ্থনৈতিক আৰু সামাজিক মুক্তিৰ কথাও জড়িত কৰে। পিছলৈ ড° ৰাম মনোহৰ লোহিয়া, আচাৰ্য নৰেন্দ্ৰদেৱ, অশোক মেহতা, শঙ্কৰ বৰুৱা, হৰেশ্বৰ, গোস্বামী, হেম বৰুৱা, বিপিন পাল দাস, নিবাৰণ বৰা, পৰমা গগৈ, গোলাপ বৰবৰা আদিও লগ লাগে। বিশ্ব গোস্বামী আৰু প্ৰতিষ্ঠিত কংগ্ৰেছ নেতা হলধৰ ভূঞা এই সকলৰ লগ লাগে। অৰ্থাৎ আদৰ্শ লাভৰ পদ্ধতি, ইয়াৰ ক্ৰিয়াপ্ৰক্ৰিয়াৰ সংঘাত অনুসৰি

মতবাদৰ ৰূপ, লক্ষ্য, উদ্ভাৱনী আৰু সৃজনীশক্তি তথা প্ৰয়োগবিধি বেলেগ বেলেগ হয় আৰু একেধৰণৰ আদৰ্শত বিশ্বাসী বুলি তথা সকলো বিভিন্ন মতাৱলম্বী হ'ব পাৰে। মহাত্মা গান্ধীয়ে বিকেন্দ্ৰীভূত অৰ্থনীতি গ্ৰহণ কৰিছে। ভাৰতীয় সমাজবাদী দল আৰু কৃপালনিৰ নেতৃত্বাধীন কিষাণ মজদুৰ প্ৰজা পাৰ্টি চামিল হোৱাত গান্ধীবাদী ভাবধাৰাই গণতান্ত্ৰিক সমাজবাদৰ নীতিক বিশেষভাৱে প্ৰভাৱিত কৰে। গান্ধীয়ে স্বাধীনতাৰ পিছত কংগ্ৰেছ ভঙ্গ কৰি দিবলৈ পৰামৰ্শ দিছিল। গান্ধীয়ে দেখুওৱা পথৰ পৰা আতৰি অহাত কংগ্ৰেছত ত্যাগৰ ঠাই ভোগে দখল কৰাত, আদৰ্শ ভ্ৰষ্টলোকৰ সংখ্যা সৰহ হোৱাত তেওঁ কংগ্ৰেছৰ পৰা গুলাই আহে। নগাঁও বঙ্গালী নাট্য মন্দিৰত হোৱা প্ৰজা চছিয়েলিষ্ট দলৰ অধিৱেশনত ভূঞা এই দলৰ প্ৰথম সভাপতিৰূপে নিৰ্বাচিত হয়। ৫২ চনৰ সাধাৰণ নিৰ্বাচনত পৰাজয়ৰ ফলত একত্ৰিত হোৱা দলটোত হতাশ আৰু ভাগৰে আগুৰি ধৰে। সমাজবাদী আন্দোলনৰ এই গভীৰ সন্ধিক্ষণত হলধৰ ভূঞাৰ অৱদান অসীম বুলি সমাজবাদী সকলে একেমুখে স্বীকাৰ কৰে। পুনৰপি সমাজবাদী সকলৰ লগত অসমৰ বিভিন্ন অঞ্চল ভ্ৰমণ কৰি কৰ্মীসকলক অনুপ্ৰাণিত কৰি দলটোক নকৈ গঢ় দিবৰ বাবে অক্লান্ত পৰিশ্ৰম কৰে। শেষলৈকে গান্ধীৰ আদৰ্শ, সত্য, প্ৰেম, অহিংসা সাম্প্ৰদায়িক সম্ভাৱনা আৰু শান্তিত অতল হৈ থাকে।

লোকসেৱক পৰাক্ৰীৰ ব্যক্তিত্ব, আদৰ্শই আমাক, আমাৰ বংশধৰ সকলক প্ৰেৰণা যোগাওক। যিবোৰ মূল্যবোধৰ ঐতিহ্য তেওঁলোকে এৰি গ'ল যাৰ বাবে চৰম ত্যাগ কৰিলে সেইসকলো মূল্যবোধ ৰক্ষা কৰা আমাৰ পবিত্ৰ কৰ্তব্য হ'ব।

০০০

# লোকসেৱকৰ ব্যক্তিত্ব

শ্ৰীবিদ্যাকান্ত হাজৰিকা

জনগণৰ সেৱাৰ মাজেৰে আকণ্ঠ সেৱা ৰস পান কৰি আজীৱন সেৱাৰ আনন্দ উপলব্ধি কৰা, মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱ আৰু মহামানৱ মহাত্মা গান্ধীৰ মহান আদৰ্শক প্ৰাণেৰে ভালপোৱা, মানুহেই ঈশ্বৰ আৰু মানুহৰ সেৱাই মানুহৰ ধৰ্ম্ম আৰু ঈশ্বৰসেৱা বুলি অটল বিশ্বাসেৰে অন্ধ, কুষ্ঠগ্ৰস্ত আৰু অনাথ শিশু সকলৰ কল্যাণৰ হকে ব্যক্তিগত জীৱনৰ সুখ স্বাচ্ছন্দ্য জলাঞ্জলি দি, মুষ্টি ভিক্ষা কৰি অহৰ্নিশে আপোন পাহৰি কাম কৰা "স্বাধীনতা জীৱনৰ জন্ম স্বত্ব" আৰু "অহিংসা পৰমো ধৰ্ম্ম"— বাণীৰ সাৰমৰ্ম্মৰ গভীৰ উপলব্ধিৰে আত্মিক শক্তিক জাগ্ৰত কৰি তুলি দীৰ্ঘকাল জুৰি হোৱা স্বাধীনতা সংগ্ৰামত বাৰে বাৰে কাৰাবৰণ কৰা, নগাঁও জিলাৰ গাঁৱে ভুঞে স্বাধীনতাৰ বাণী প্ৰচাৰ কৰি শৃংখলাপূৰ্ণ সংগঠনৰ মাজেৰে জিলা কংগ্ৰেছ অনুষ্ঠানক সংগ্ৰামৰ কাৰণে শক্তিমান আৰু প্ৰস্তুত কৰি গঢ়ি তোলা এজন কঠোৰ পৰিশ্ৰমী, পৰম আত্মবলত বলীয়ান, লোক-সেৱক হলধৰ ভুঞাদেৱ।

দেশসেৱাত ভুঞাদেৱৰ আন্তৰিকতাৰ তুলনা নাই। একাগ্ৰতাৰ উপমা নাই। সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাদেৱে তেওঁৰ প্ৰাণৰ গুৰু শ্ৰীমন্ত শঙ্কৰদেৱৰ সেৱা সাহিত্যৰ ষোড়শোপচাৰেৰে ধৰিলে। লোকসেৱক ভুঞাদেৱে ধৰিলে শ্ৰীমন্ত শঙ্কৰ মিচন প্ৰতিষ্ঠাৰ যোগেৰে। বিশ্ববৰেণ্য স্বামী বিবেকানন্দই তেওঁৰ গুৰুৰ আদৰ্শ ৰামকৃষ্ণ মিচনত ৰূপ দিয়াৰ দৰে হলধৰ ভুঞাদেৱে তেওঁৰ প্ৰাণৰ গুৰু মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱৰ মহান আদৰ্শক শ্ৰীমন্ত শংকৰ মিচনত ৰূপ দি দেশৰ দুৰ্ভগীয়া অন্ধ আৰু কুষ্ঠৰোগী সকলৰ কল্যাণ সাধন কৰিলে। ৰামকৃষ্ণ মিচন জনগণৰ সেৱাৰ অনুষ্ঠান সমগ্ৰ বিশ্বতে। কাৰণ ৰামকৃষ্ণ মিচনে বিপুল অৰ্থ সাহায্য আৰু শত শত বিদ্বান আৰু ত্যাগী পুৰুষ সকলৰ সহায় পাইছিল আৰু আজিও পাই আছে।

অসমত তেনে পৰিবেশ গঢ়ি উঠা নাই। শঙ্কৰ মিচন প্ৰতিষ্ঠাৰ আৰম্ভণীত ডঃ ললিত বৰুৱা আৰু হংস নাথ ভূঞাদেৱৰ সৌ হাত আছিল।

মানুহ সমাজত জীয়াই থাকে কামৰ জৰিয়তে। সময়ৰ বালিত মানুহে খোজ ৰাখে মানৱ সেৱাৰ যোগেদি। শংকৰ মিচন প্ৰতিষ্ঠাৰ যোগেদি হলধৰ ভূঞাদেৱে অসমত মাদাৰ টেৰেছাৰ স্থান অধিকাৰ কৰিছে। তেওঁ অনাথ শিশু সকলৰ শিক্ষাৰো ব্যৱস্থা কৰিলে।

ভূঞাদেৱে পৰিষ্কাৰকৈ উপলব্ধি কৰিছিল—মহাপুৰুষ শ্ৰীশঙ্কৰদেৱৰ মহাবাণী সমূহ আৰু তেঁৰাৰ অসীম কৰ্ম্মৰাশিৰ মানৱ কল্যাণকামী দিশটোৰ বিষয়ে অসমৰ জনগণৰ সম্পূৰ্ণভাৱে উপলব্ধি হোৱা নাই। অগ্নি-ঋষি কমলাকান্তই ক'বৰ দৰে—

শঙ্কৰদেৱৰ দেখো জীৱনৰ
কেৱল ভকতত সীমা।

মহাপুৰুষৰ জীৱন আৰু বাণী সমূহ উপলব্ধি কৰি জাত-পাত আৰু ধৰ্ম্ম সম্প্ৰদায়ৰ সংকীৰ্ণ গণ্ডীবোৰ ভাঙি চিঙি অসমীয়া জাতি যাতে এক মহান আৰু প্ৰাণৱন্ত জাতিত পৰিণত হ'ব পাৰে তাৰ বাবে ভূঞাদেৱে শ্ৰীমন্ত শঙ্কৰ সংঘৰ প্ৰতিষ্ঠাৰ উদ্যোগ কৰি প্ৰতিষ্ঠাতা সম্পাদক হৈ নেতৃত্ব দিলে।

গোপীনাথ বৰদলৈ আৰু হলধৰ ভূঞা দুয়ো হৰিহৰ আত্মাৰ দৰে আছিল। অসমৰ সৰ্ব্বতো প্ৰকাৰৰ উন্নয়ণমূলক দীৰ্ঘম্যাদী পৰিকল্পনাবোৰ দুয়ো একেলগে বহি আলোচনাৰ মাজেৰে কৰিছিল। বৰদলৈদেৱ আছিল জ্যেষ্ঠ আৰু ভূঞাদেৱ আছিল কনিষ্ঠ। ভূঞাদেৱে অহৰ্নিশে গঠনমূলক কামৰ নিমিত্তে মনোযোগ দিছিল। বৰদলৈ আৰু চাৰ চাদুল্লাৰ দুয়োখন মন্ত্ৰীসভাতে চিন্তাশীল ভূঞাদেৱে ভালেমান গঠনমূলক মূল্যবান পৰামৰ্শ আগবঢ়াইছিল। ১৯৪৯ চনত বৰদলৈ সন্ত্ৰীসভাৰ বিধায়ক থাকোঁতে বৰদলৈদেৱে এবাৰ মন্তব্য কৰিছিল—নগাঁৱৰ আন সকল বিধায়কে কেৱল নিজৰ নিজৰ সমষ্টি বিলাকৰ দাবীবোৰ উত্থাপন কৰে। হলধৰ ভূঞাই গোটেই নগাঁৱৰ কথা কয়। নগাঁৱত অমুক নহ'ল, তমুক নহ'ল।

মানুহৰ মহত্ব দেখা পায় তিনিটা ক্ষেত্ৰত—যুদ্ধক্ষেত্ৰত, হাস্পটালত, আৰু কাৰাগাৰত। যুদ্ধক্ষেত্ৰত মহাবীৰো পলায়ন

কৰে, কাপুৰুষেও বীৰত্ব প্ৰকাশ কৰে । হাস্পটালত কোনোৱে হাঁহি হাঁহি মৃত্যু বৰণ কৰে, কোনোৱে ভয়ত অন্নাহি হৈ মৃত্যু মুখত পৰে । কাৰাগাৰত কোনো নৰঘাটক, ডকাইত, চোৰ, দগাবাজ আৰু কোনো দেশৰ স্বাৰ্থৰক্ষাৰ কাৰণে ৰাজনৈতিক বন্দী । ভূঞা-দেৱে দেশৰ স্বাধীনতাৰ অৰ্থে ১৯২১ চনৰ পৰা ৫ বছৰ কাৰাবৰণ কৰিছিল । মহাত্মা গান্ধীৰ আহ্বানত হোৱা প্ৰতিটো আন্দোলনতে অসমৰ তিনিজন পুৰুষে জেইল খাইছিল—কৃষ্ণ শৰ্মা বিষ্ণুৰাম মেধি আৰু হলধৰ ভূঞা । বিষ্ণু মেধিয়ে ভূঞাদেৱক মন্ত্ৰিত্ব যাচিছিল । তেওঁ নল'লে । মতিৰাম বৰাক দিলে । ১৯৩৭ চনৰ পৰা ১৯৫২ চনলৈ মুঠ পোন্ধৰ বছৰ কাল এম, এল, এ পদত থাকিও মন্ত্ৰিত্ব নল'লে । ৰাজ্য সভাৰ ছিট দিয়াতো গ্ৰহণ নকৰিলে । কাৰণ সেৱাৰ কামৰ ক্ষতি হ'ব । ১৯৪৮ চনত তেওঁ পালিয়ামেণ্টৰী ছেক্ৰেটেৰি হৈছিল ।

নগাঁৱৰ কামপুৰৰ তেতেলিসৰা গাঁৱত ১৮৯১ চনৰ ২৮ চেপ্টেম্বৰত ওপজা হলধৰ ভূঞাদেৱে গাঁৱৰ মানুহৰ দুখ দৰিদ্ৰতাৰ কথা মৰ্ম্মে মৰ্ম্মে উপলব্ধি কৰিছিল । ১৯৪৭ চনত তেওঁ গ্ৰাম্য মঙ্গল সমিতি প্ৰতিষ্ঠা কৰি প্ৰতিষ্ঠাপক সভাপতি হৈ গাঁৱলীয়া মানুহৰ দুখ-কষ্ট নিবাৰণৰ কাৰণে উপায় চিন্তা কৰিছিল । ১৯১৮ চনত নগাঁৱত সেৱা মিচন প্ৰতিষ্ঠা কৰিছিল । ১৯৩৬ চনৰ পৰা ১৯৫১ চনলৈ ১৬ বছৰ তেওঁ নগাঁও জিলা কংগ্ৰেছৰ সভাপতি আছিল । এসময়ত লোকেলবৰ্ডৰ আৰু বেলবে বৰ্ডৰ সদস্যও আছিল ।

১৯৫১ চনত কংগ্ৰেছ ত্যাগ কৰি কিষাণ মজদুৰ প্ৰজা পাৰ্টিত যোগ দিছিল । পিছত এই পাৰ্টি প্ৰজা চছিয়েলিষ্ট পাৰ্টিলৈ ৰূপান্তৰ হোৱাত তেওঁ অসম শাখাৰ সভাপতি হয় । প্ৰজা চছিয়েলিষ্ট পাৰ্টিৰ নেচনেল কাউন্সিলৰো সদস্য আছিল । নিৰ্য্যাতিত সংঘৰো তেওঁ অন্যতম প্ৰতিষ্ঠাতা আছিল । এই নিৰ্য্যাতিত সংঘই ১৯৫৮ চনত তেওঁক "লোকসেৱক" উপাধিৰে বিভূষিত কৰে । নিৰ্য্যাতিত সংঘৰ নাম পিছত মুক্তি যুঁজাৰু সম্মিলনলৈ পৰিবৰ্ত্তন কৰা হ'ল ।

ভূঞাদেৱে ১৯১৪ চনত নগাঁও চৰকাৰী হাইস্কুলৰ পৰা মেট্ৰিক পাছ কৰিছিল । গুৱাহাটী কটন মহাবিদ্যালয়ত পঢ়িছিলগৈ যদিও ঘৰৰ আৰ্থিক অনাটনৰ কাৰণে কলেজীয়া শিক্ষা আদধৰুৱা কৰি এৰি থৈ নগাঁও চৰকাৰী হাইস্কুলত কিছুদিন শিক্ষকতা কৰিছিল ।

ইয়াৰ পিছত নগাঁও চিভিল চাৰ্জন অফিচত স্থায়ী চাকৰিত যোগ দিয়ে ১৯১৮ চনত। মহাত্মা গান্ধীৰ আহ্বানত ১৯২১ চনত বিদেশী চৰকাৰৰ চাকৰি ত্যাগ কৰি কংগ্ৰেছত যোগ দিলে। দিনে ৰাতিয়ে স্বাধীনতা আন্দোলনৰ প্ৰচাৰ কাৰ্য্য আৰু সংগঠনৰ কামত ব্যস্ত থাকিও নিজৰ পৰিয়ালৰ সংস্থানৰ নিমিত্তে তেওঁ কঠোৰ পৰিশ্ৰম কৰিবলৈ ধৰিলে। নিজ হাতে ফ্ৰেম তৈয়াৰ কৰি ফটো বান্ধি বিক্ৰী কৰিছিল। বাঁহ বেতৰ বিচনি, চাবি, খৰাহি, পাছি, চালনি আদি সাজি বিক্ৰী কৰিছিল। এইবোৰৰ চিন স্বৰূপে এটা দুটা তেওঁৰ ঘৰত এতিয়াও আছে। বিবাহ আদি উৎসৱত মিঠাইৰ যোগান ধৰা আৰু সেই সময়ত পানীৰ নাদ-কুঁৱাৰ পৰিবৰ্ত্তে দমকল বহুৱাৰ কনট্ৰেক্ট লৈছিল। ১৯২১ চনত তেওঁ "স্বদেশী ভাণ্ডাৰ" নাম দি নগাঁৱৰ আমোলাপট্টিত এটা প্ৰতিষ্ঠান খুলিছিল। এই প্ৰতিষ্ঠানৰ যোগেদি বাই-চাইকেল, ঘড়ি, দমকল, বাদ্য যন্ত্ৰ, মুগা, পাত, এড়ি আৰু খদ্দৰৰ কাপোৰ, গুণা, ফটোৰ আইনা আৰু ফ্ৰেম, দাপোণ, ফলমূল, চৰবৎ আদিৰ ব্যৱসায় কৰিছিল। তেওঁ জেইললৈ যোৱাত এই বৃহৎ প্ৰতিষ্ঠানটি পৰিচালনাৰ অভাৱত সমূলঞ্চে ধ্বংস হ'ল।

ভূঞাদেৱে ঘৰত দুটা যঁতৰত সূতা কাটিছিল। আন্দোলনৰ কামত গাঁৱে-ভূঞে ঘূৰি ফুৰোতে এটা হাত যঁতৰ লৈ ফুৰিছিল আৰু য'তে সময় পাইছিল ত'তে বহি সূতা কাটিছিল। খদ্দৰৰ ধুতি কাপোৰ কান্ধত তুলি লৈ ফেৰিৱালাৰ কাম কৰি ঘৰে ঘৰে বিক্ৰী কৰিছিল। ১৯২৬ চনত গুৱাহাটীত বহা কংগ্ৰেছ মহাসভাৰ বিৰাট মণ্ডপ সজোৱা খদ্দৰৰ কাপোৰ থান ভূঞাদেৱৰ যত্নত নগাঁৱৰ পৰা যোগান ধৰা হৈছিল। স্বাধীন চৰকাৰৰ সৌজন্যত প্ৰতিষ্ঠিত খাদী ভাণ্ডাৰৰ প্ৰতিষ্ঠাতা সকলৰ ভিতৰত ভূঞাদেৱো এজন। এম, এল, এ হৈ থাকোঁতেও বহাৰ পৰা খদ্দৰৰ কাপোৰ জীপ গাড়ীত দ'ম কৰি নি শ্বিলঙত বিক্ৰী কৰিছিল। গান্ধীজীৰ বিদেশী বৰ্জ্জন আন্দোলনৰ অতি নিষ্ঠাবান কৰ্ম্মী হিচাপে চোলাৰ বুটামটো পৰ্য্যন্ত নিজ হাতে তৈয়াৰ কৰি লৈছিল। প্ৰথমতে ডাঠ খদ্দৰৰ কাপোৰেৰে বুটাম বনাইছিল। নাৰিকলৰ কোৰোকা টুকুৰা টুকুৰা কৰি কাটি বুটাম তৈয়াৰ কৰি লৈছিল। দেশৰ প্ৰতিজন মানুহেই যদি স্বাৱলম্বী হয়, স্বাধীনতা আপুনি আহিব—গান্ধীজীৰ এই বাণীত আন্তৰিকতাৰে বিশ্বাস ৰাখি তেওঁৰ জীৱনৰ প্ৰতিটো ক্ষেত্ৰতে স্বাৱলম্বী হ'বলৈ হাতে

কামে লাগি গৈছিল। তেওঁ মানুহক মুখেৰে কোৱা কথাখিনি কামত পৰিণত কৰি দেখুৱাইছিল।

ভূঞাদেৱ সুনিপুণ কবিৰাজ আছিল। অসমৰ হাবিয়ে বননিয়ে চোতালে ঘৰৰ পিৰালিয়ে গজি থকা অসংখ্য গছ বন লতা তেওঁ চিনি পাইছিল আৰু সেই বিলাকৰ গুণাগুণৰ বিষয়ে বিতংকৈ জানিছিল। বনদৰব দি বহুতৰো ৰোগ তেওঁ নিৰাময় কৰিছিল। বনৌষধিৰ গছবোৰ তেওঁৰ বাৰিখনৰ কেউফালে ৰুই লৈছিল। বনৌষধিবোৰ শুকুৱাই নিজ হাতে খুন্দি বটি বৰি তৈয়াৰ কৰি ৰোগীক খাবলৈ দি চিকিৎসা কৰিছিল। তেওঁৰ লগত কাম কৰি থকা স্বেচ্ছাসেৱক সকলকো গছ বনবোৰ চিনাই দি সিহঁতৰ গুণাগুণৰ বিষয়ে কৈছিল। উদাহৰণ স্বৰূপে উৰ্দ্ধছাপ হ'লে পুৰণা তেতেলি গুটিটোৰ বাকলি গুচাই সাহটো দিনে এটাকৈ মিহিকৈ বটি খাবলৈ কৈছিল। গেছট্রিক আৰু ডিছেণ্টি হ'লে মানিমুনিৰ ৰস পানীয়ে সৈতে এপোৱাকৈ দিনে খাবলৈ কয়। গৰুৰ পেট ওফন্দি পেটৰ কামোৰ হ'লে দমনা পাতৰ ৰস ডেৰপোৱামান খুৱাই দিবলৈ কয়। স্বেচ্ছাসেৱকসকলৰ বৈঠকী বিলাকত অসংখ্য বনদৰবৰ বিষয়ে বৰ্ণনা দি তেওঁ মুখৰ হৈ থাকে। হাবি আৰু পথাৰবোৰত বনদৰব বিচাৰি ঘূৰি ফুৰে। এদিন সৰু গছপুলি এটা আনি সহকৰ্ম্মীসকলক দেখুৱাই সুধিলে—এইজোপা কি গছ চিনি পোৱানে? কোনেও চিনি নেপালে। তেওঁ ক'লে—"এইজোপা' বন চেনী। পাতবোৰ প্ৰায় চেনীৰ নিচিনা মিঠা। খাই চোৱা। আগৰ দিনৰ মানুহে এই গছৰ পাত দুটামান চোবাই খাই কছাৰিৰ মোকৰ্দ্দমাত হাজিৰ হ'বলৈ যায়। তেতিয়া মোকৰ্দ্দমাত জিকে বোলে। কাৰ্য্য সিদ্ধিৰ সংকল্প লৈ এই গছৰ পাত এটা চোবাই খাই যাব লাগে হেনো।" ভূঞাদেৱৰ মতে ডিছেণ্টি ভাল হোৱাৰ পিছতে ৰোগীক কুহিয়াৰ তৰকাৰি খুৱাই দিব লাগে। জাৰ্ম নিৰ্মূল হৈ যায়। তেওঁ কৈছিল—মানুহৰ অসুখ হোৱাৰ তিনিটা মূল কাৰণ—

Three 'F's—Food, Finger and Fly.

নগাঁৱত কংগ্ৰেছ অনুষ্ঠান গঢ়ি তোলাত ভূঞাদেৱৰ কঠোৰ পৰিশ্ৰমৰ কথা নগাঁৱা ৰাইজে পাহৰিব নোৱাৰে। তেওঁ জনসাধাৰণৰ মন বুজিছিল আৰু ৰাইজৰ বুকুত সোমাই পৰিছিল। ভূঞাদেৱৰ ঘৰত সকলোৱে চাহ একাপি,, ভাত এমুঠি পাইছিল। কেতি-

য়াবা ঘৰত চাউল এমুঠিবো যোগাৰ নেথাকে। তৎমুহূর্ত্তে স্বেচ্ছা-সেৱক কেইজনমানৰ লগত ওলাই গৈ মুষ্টি ভিক্ষা কৰি আনি সেৱক সকলক পেট ভৰাই খুৱাই আকৌ সংগঠন আৰু স্বাধীনতাৰ বাণী প্রচাৰৰ কামত লগায়। এইখিনিতে ভূঞাদেৱৰ পত্নী স্নেহময়ী মাতৃ শ্রীযুতা অৰুণা ভূঞা আইৰ দেশকৰ্ম্মীসকলৰ প্রতি স্নেহ শ্রদ্ধা আৰু ভূঞাদেৱৰ ৰাজহুৱা ঘৰখনৰ ধৰণী স্বৰূপা হৈ থাকি তেওঁ-লোকৰ প্রতি জীৱন জুৰি কৰা কৰ্ত্তব্যৰ কথা নুসুঁৱৰিলে তেখেতৰ প্রতি অকৃতজ্ঞ হ'ম। তেওঁ অতি নিষ্ঠাৰে নীৰৱে, নিতৌ অহা যোৱা কৰি থকা ভলণ্টিয়াৰ আলহী সকলক খুউৱা বুউৱা কৰিছিল। কোনজন স্বেচ্ছাসেৱকৰ কি অসুখ, কি খায়, কি নেখায় তাৰো তহকিৎ কৰি খবৰ ৰাখিছিল। সেই অভ্যাস আইৰ আজিও আছে। আইয়ে যেন আজিও ঘৰলৈ অহা অনাহুত জনকো সুদা মুখে ঘৰৰ পৰা বিদায় লৈ যাবলৈ নিদিব।

দূৰ দূৰণিৰ গাঁৱৰ পৰা স্বেচ্ছাসেৱক সকল ভূঞাদেৱৰ ওচৰলৈ অতি আগ্রহেৰে অতি হেপাহেৰে আহিছিল আৰু তেওঁ আদেশ দিয়া সকলোবোৰ কাম অতি নিষ্ঠাৰে সৈতে সমাধান কৰিছিল। ঘৰত অসুবিধা থাকিলে ওচৰতে স্থায়ী ভাৱে বন্দবস্ত কৰিলোৱা দোকানখনলৈ স্লিপ দি স্বেচ্ছাসেৱক সকলক চাহ, লুচি মিঠাই বা ভাত খুৱাই আনিহে নাইবা আম, কল, কঁঠাল আদি ফল মূল খুৱাইহে সংগঠন আৰু প্রচাৰৰ কামৰ বিষয়ে বা-বাতৰি লৈছিল আৰু পৰামৰ্শ আদেশ আদি দিছিল।

"তোমালোকৰ মুখ কেইখন শুকাই আছিছে। খাই বই লোৱাহঁক আগতে। তাৰ পিছতহে কামৰ হিচাপ।" ভূঞাদেৱে সেৱকসকলৰ প্রতি কোৱা এই মৰমসনা কথা কেইষাৰ মুক্তি যোদ্ধা সকলৰ আমৃত্যু মনত থাকিব।

কৰ্ম্মকুশল আৰু 'সকল'ৰাৰ দৰে অনৰ্গল ব্যস্ত ভূঞাদেৱৰ, কামত গাফিলি কৰা আৰু আওচলীয়া মাৰি ফাঁকি দিয়া সহকৰ্মী জনৰ ওপৰত খং উঠিছিল আৰু ধমকি দিছিল, তিৰস্কাৰো কৰিছিল। কিন্তু অলপ সময়ৰ পিচত তেওঁক মাতি আনি মৰম কৰি বুজাইছিল আৰু সতর্ক কর্মী ৰূপে গঢ়ি তুলিছিল। তেওঁ মৰমেৰে কৈছিল—"তোমালোকক নকৈনো মই কাক ক'ম।"

হোষ্টেললৈ পঠোৱা চিঠি টুকুৰাত লিখিছিল—মই মানুহ

পঠাই দিলে যেনে তেনে খুৱাই পঠিয়াবি। মোক চাবি। পইচা পিছত পাবি। মোৰ হাতত পৰিলেই পাবি।"

সৌভাগ্যক্রমে দোকানিজন স্বাধীনতা আন্দোলনৰ নীৰৱ সমৰ্থক আছিল।

ৰাইজৰ সেৱা কৰা লোকসকলৰ প্ৰায়বোৰেই ৰাইজৰ মাজৰ কোনো কোনো অবিবেচক আৰু অপৰিনামদৰ্শী মানুহৰ মুখৰ পৰা বিনা কাৰণত বা ভুল বুজাবুজিৰ কাৰণে অথবা কটু কথা শুনি অন্তৰত ভীষণ আঘাট পাব লগা হয়। ৰাইজৰ সেৱাত প্ৰাণ মন মজি থকা দেশপ্ৰেমিক সকলক এনেবোৰ আঘাটে টলাব নোৱাৰে। মোৰ মনত আছে, বিয়াল্লিছৰ আন্দোলনত এদিন নগাঁও জেইলত ভুঞাদেৱৰ শিশুৰ দৰে সুকোমল অন্তৰখনিয়ে এনে এটি আঘাট পাই অসহ্য বেদনা অনুভৱ কৰিছিল আৰু তেওঁ অসংখ্য ৰাজনৈতিক বন্দী সকলৰ মাজতে সৰু ল'ৰাৰ দৰে হুক্ হুকাই কান্দি উঠিছিল আৰু সতীৰ্থ সকলকো শোকাভিভূত কৰি পেলাইছিল। ইয়াৰ পিছমুহূৰ্ত্তে প্ৰকৃতিস্থ হৈ ৰাজনৈতিক বন্দীসকলক সম্বোধন কৰি দেশৰ স্বাধীনতাৰ অৰ্থে সকলো দুখ কষ্ট নীৰৱে সহ্য কৰি মনোবল সুদৃঢ় কৰি ৰাখিবলৈ উদাত্তস্বৰে আহ্বান দিছিল।

স্বাধীনতাৰ অৰ্থে কাৰাবৰণ কৰা কমবয়সীয়া কুমলীয়া মনৰ ছাত্ৰ সকলৰ মনোবল কোনো প্ৰকাৰে জেইলৰ কৰ্ম্মচাৰীবোৰে যাতে ভাঙি দিব নোৱাৰে তাৰ বাবে কাৰাবাসৰ ভিতৰত ছাত্ৰসকলৰ প্ৰতি ভুঞাদেৱে সতৰ্ক দৃষ্টি ৰাখিছিল। কাৰণ জেইলৰ ভিতৰতে ভলণ্টিয়াৰ সকলৰ এজন হৈ বৃটিছৰ স্বাৰ্থৰ হকে কাম কৰা দেশ-দ্ৰোহী লোক আছিল। সিহঁতে জেইলৰ কৰ্ম্মচাৰীৰ লগলাগি কম বয়সীয়া ছাত্ৰসকলক লুকাই চুৰকৈ "ভৱিষ্যতে স্বাধীনতা আন্দোলনত যোগ নিদিওঁ আৰু বৃটিছ ৰাজৰ বিপক্ষে কোনো প্ৰকাৰৰ বিদ্ৰোহ নকৰোঁ" বুলি লিখি দি জেইলৰ পৰা ওলাই যাবলৈ ফুচুলাইছিল আৰু নানাধৰণৰ শাস্তিৰ ভয় খুৱাইছিল। ভুঞাদেৱে সেই কুলীয়া ছাত্ৰ সকলক হাতত ধৰি ধৰি দেশ প্ৰেম, পৰাধীনতাৰ গ্লানি স্বাধীন চিন্তা, স্বাধীনতা আন্দোলন, স্বাধীনতাৰ পিছত দেশৰ আৰু ছাত্ৰসকলৰ ব্যক্তিগত জীৱনৰ উজ্জ্বল ভৱিষ্যতৰ কথা কৈ তেওঁ-লোকক উদ্বুদ্ধ কৰি তুলিছিল।

ভুঞাদেৱে কানপুৰলৈ এজন মানুহ নগাঁৱৰ পৰা পঠাই দি

জোতা চিলাই কৰা প্ৰশিক্ষণ লোৱাই আনিছিল আৰু নগাঁও চহৰত এখন জোতাৰ ফেক্টৰি খুলিছিল। সেই ফেক্টৰিত শ্বহীদ ভোগেশ্বৰী ফুকননীৰ জোঁৱায়েক বীৰেন ফুকনৰ দায়িত্বত ৰাখিছিল।

ভুঞাদেৱে Assam fishery farm and Industries প্ৰতিষ্ঠা কৰি যুৱকসকলক মাছ, আৰু শিল্প উদ্যোগত উৎসাহী কৰি তুলিছিল। বিশেষকৈ ভালে কেইজন যুৱকক মাছ ব্যৱসায়ত উদ্যোগী কৰি তুলিছিল। এই ফাৰ্মে ডাকত লোৱা নগাঁৱৰ উদৰী, ৰৌমাৰি, চামগুৰি, সোনভোবা আদি বিলবোৰৰ সলনা সলনি কৰি কেইখনমানৰ এবছৰলৈ মাছ মাৰিবলৈ বন্ধ কৰি দ্বিতীয় বছৰত মাছ উৎপাদন কৰাইছিল।

দেশজুৰি বৃক্ষৰোপন কৰাও তেওঁৰ পৰিকল্পনাৰ ভিতৰত আছিল। জোঙালবলহু মীনক্ষেত্ৰৰ পাৰত নাৰিকল, কাজু বাদাম আদি গছ ৰোপণ তেওঁৰ উদ্যোগতে হৈছিল। শ্ৰীমন্ত শঙ্কৰ মিচনৰ চৌহদত তেওঁ হাতৰ চিনস্বৰূপে কাজু বাদামৰ গছ দোজোপা আজিও আছে।

গাঁৱৰ অঞ্চলে অঞ্চলে গ্ৰাম্য সেৱা মিশ্যন গ্ৰাম্য মঙ্গল সমিতিৰ কেন্দ্ৰ খুলি গাঁৱৰ বাইজে স্থায়ী লাগনি গছ কৰ আৰু ইয়াৰ উৎপন্নৰ আধাৰ একঅংশ গ্ৰাম্য মিচন আৰু সিংহ ভাগ শ্ৰীমন্ত শঙ্কৰ মিচনলৈ যাব। বাকী আধা ভাগ ৰোওতা জনৰ হ'ব। এনেভাবে গ্ৰাম্য মিচন আৰু শঙ্কৰ মিচনৰ আৰ্থিক অনাটন দূৰ হ'ব। অন্ধ, কুষ্ঠৰোগী, অনাথ শিশু দৰিদ্ৰনাৰায়ণ, বানপানী, অগ্নিদাহ, ভূমিকম্প, ধুমুহা শিলাবৃষ্টি আদি পীড়িত হোৱা সকলৰ সেৱা, মাতৃ মঙ্গল, প্ৰসূতী মঙ্গল, শিশু মঙ্গল, পুথিভড়াল স্থাপন, গাঁও চাফাই, মহাপুৰুষৰ ধৰ্ম্ম সদাচাৰ আদিৰ শিক্ষা দান, সমাজ সংস্কাৰ, অস্পৃশ্যতা বৰ্জ্জন, কলাকৃষ্টি, গীত নাট, বাদ্য নৃত্য আদিৰ চৰ্চ্চা, সমবায় শিক্ষা, ব্যায়াম চৰ্চ্চা, শিষ্টাচাৰ অনুশীলন আদি জনকল্যাণকৰ কামবোৰেই গ্ৰাম্য মঙ্গল সমিতি বিলাকৰ কৰ্ত্তব্য হ'ব। এনে পৰিকল্পনাৰে ভুঞাদেৱে কাম কৰি গৈছিল।

ৰেলৱে বৰ্ডৰ সদস্য হৈ থাকোঁতে এবাৰ চিটাগঙত বৰ্ড বহিছিল। বৰ্ডৰ চেয়াৰমেন আছিল এজন বৃটিছ ৰাজ কৰ্মচাৰী। ভুঞাদেৱে চেয়াৰমেনক প্ৰশ্ন কৰিলে—"ৰেলৱেত ইমানবোৰ ভাৰতৰ অন্য প্ৰদেশৰ যুৱকক চাকৰি দিছে, অসমীয়া যুৱকৰ

নিয়োগ কিয় হোৱা নাই। বহুতো অসমীয়া যুৱকে পৰীক্ষা—ইণ্টাৰভিউ আদি দিয়াৰ পিছতো তেওঁলোকক কি অজুহাতত ৰেলৱেত নিয়োগ হোৱাৰ পৰা বঞ্চিত কৰা হয়। ইয়াত নিশ্চয় কিবা অন্যায় বা অনিয়ম আছে।"

অসমীয়া মানুহৰ স্বাৰ্থৰ বিৰোধী পশ্চাৎঘাতী শক্ৰ কিছুমানৰ বুজনিত পতিয়ন যোৱা চেয়াৰমেনে ওপৰাই ক'লে—অসমীয়া ল'ৰা অপটু, আন্তৰিকতাহীন Inefficient, insincere. তেতিয়া বৰ্ডৰ সদস্য আৰু সেই বৈঠকত উপস্থিত থকা অসমৰ চাহবাগিছাৰ মেনেজাৰ কেইজনক এজন এজনকৈ ভুঞাদেৱে প্ৰশ্ন কৰিলে—আপোনালোকৰ চাহ বাগিছা বোৰত অসমীয়া ডেকা কৰ্মচাৰী আছেনে নাই? আৰু কিমান আছে? তেওঁলোকে বোলে বহুত আছে। "অসমীয়া ডেকা ল'ৰাবোৰ যদি inefficient, insincere, আপোনালোকে বাগানবোৰ চলাইছে কেনেকৈ? চাহপাতৰ ইমান উৎপন্ন কেনেকৈ হৈছে? তেওঁলোক নিমাত হ'ল। অসমীয়া ল'ৰাক ৰেলৱে চাকৰিত মকৰল কৰাৰ উদ্যোগ আৰম্ভ হ'ল।

এবাৰ ভুঞাদেৱে বৰ্ডত ক'লে—ৰেল লাইনত ঘনাই লেভেল ক্ৰছিং দিব লাগে। বৃটিছ চেয়াৰমেনে বোলে—বহুত টকা পয়ছাৰ খৰছ হ'ব। চৌকিদাৰ নিয়োগ, চৌকিদাৰ থকা ঘৰ, গেট নিৰ্মাণ ইত্যাদি। ভুঞাদেৱে বোলে মানুহ বিলাকে বজাৰ সমাৰ কৰিবলৈ ৰেইল ৰাস্তাটো পাৰ হ'লেই পোৱা বজাৰখনলৈ সোমাবলৈ এমাইল, দুমাইল, তাতোকৈ বহুত বেছি দূৰত্বৰ বাট গৰু ঘোৰাৰ গাড়ীলৈ যাব লাগে। মানুহৰ কিমান কষ্ট, মানুহ কিমান হায়ৰাণ হ'ব লাগে। মানুহৰ দুখ কষ্ট নিবাৰণ কৰিবলৈহে টকা পয়ছা। অতি সোনকালে ঘনাই লেভেল ক্ৰছিং হ'ব লাগে। ভুঞাদেৱৰ প্ৰস্তাৱ মৰ্মেই ৰেলৱেত ঘনাই লেভেল ক্ৰছিং দিয়াৰ ব্যৱস্থা হ'ল।

ভুঞাদেৱে ছন্দোবদ্ধ কবিতা ৰচনা কৰিছিল। "গান্ধী বন্দনা" কবিতাটিত তেওঁৰ মহাত্মা গান্ধীৰ প্ৰতি অকৃত্ৰিম ভক্তিৰ অনুভূতি প্ৰকাশ পাইছে। তেওঁ ৰচিত কবিতাৰ আবৃত্তিয়ে নিৰ্ব্বাচনী অভিযানবোৰত মানুহৰ মন জয় কৰিছিল। কিষান মজদুৰ প্ৰজা পাৰ্টিৰ নিৰ্ব্বাচনী প্ৰতীক—"ঘৰ" শিৰোণামেৰে এটি তেওঁৰ ৰচিত দীঘল কবিতা পাই কেইটিমান পংক্তি উদ্ধৃতি দিবলৈ লোভ সামৰিব নোৱাৰিলোঁ।

অ' মোৰ আপোন ঘৰ
ইয়াতে পাওঁ সুখ সৰগৰ।
ঘৰতে মই জনম ললোঁ,
ঘৰতে মই ডাঙৰ হ'লোঁ।
ঘৰতে মই থাকোঁ শোঁও খাওঁ,
ঘৰতে মই ভাগৰ পলাঁও।
ঘৰতে আমাৰ সকলো কাম,
ঘৰতে থাকি পালোঁ স্বৰাজ।

নাথাকিলে ভড়াল ঘৰ,
মান নাথাকে গৃহস্থৰ।
গৰুহালকো লাগে ঘৰ,
ঘৰেই হ'ল অতি মৰমৰ।
দুসাজ নেখায় থাকিব পাৰোঁ,
ঘৰ নহ'লে জীৱন্তে মৰোঁ।
প্ৰজা বন্ধু গুণ সিন্ধু মহা আত্মা
গান্ধী,
য'তে যায় ত'তে আছিল পঁজা
ঘৰ বান্ধি।

কিষান মজদুৰ প্ৰজা আমি, আছে পঁজা ঘৰ,
নাই আমাৰ ৰজাৰ কাৰেং নাই পকী ঘৰ।
ঘৰৰ বাকচত ভোট দিয়ক হক প্ৰজাৰ জয়
জয় অসমৰ জয়, জয় ভাৰতৰ জয়।

সাহিত্য ৰথী লক্ষ্মীনাথ বেজবৰুৱাৰ "ককাদেউতা আৰু নাতি ল'ৰা" আৰু "বুঢ়া আইৰ সাধু"ত ভুঞাদেৱে সংগ্ৰহ কৰি দিয়া পাঁচটি সাধু আছে— শাকিনা-শাকিনী, নোমল, ৰাক্ষস-পণ্ডিত, তুলা-তেজা

"বিশেষত মনুষ্য গণত যিটো নৰে,
বিষ্ণু বুদ্ধি কৰি সৰ্ব্বদায়ে মান্য কৰে।
ঈৰিষা, অসূয়া, তিৰস্কাৰ অহঙ্কাৰ,
সৱে নষ্ট হোৱে তেবে তাৱক্ষণে তাৰ ॥

শ্ৰীশঙ্কৰদেৱৰ এই বাণীয়ে যেন তেওঁৰ অন্তৰত অহৰহ ক্ৰিয়া কৰিছিল। তেওঁ কোনো মানুহৰ প্ৰতি কেতিয়াও বিদ্বেষ নেৰাখিছিল। সেই কাৰণেই তেওঁ সকলো মানুহকে বুকুৰ আপোন কৰি ল'ব পাৰিছিল। সকলো মতৰ প্ৰতি সন্মান জনাই কাম কৰিব পাৰিছিল। বিপদত পৰা জনক সহায় কৰিবলৈ তেওঁ ব্যাকুল হৈ উঠিছিল।

মানুহৰ প্ৰতি মৰম স্নেহৰ উপৰি পশু-পক্ষীৰ প্ৰতিও তেওঁৰ অসীম মৰম আছিল। তেওঁৰ পোহনীয়া গৰুবোৰ তেওঁৰ কোঠালৈ সোমাই তেওঁৰ বিচনাৰ কাষলৈ আহি তেওঁৰ পিঠি গাল মুখ চেলেকি থাকে। তেৱোঁ সিহঁতৰ শৰীৰত হাত ফুৰাই পিহি দি মৰম কৰি থাকে।

তেওঁৰ কেইবাখনো বাতৰি কাকতৰ এজেন্সি আছিল। এদিন তেওঁ খবৰ কাগজ বিক্ৰী কৰা নোটবোৰ শটকীয়া, দহটকীয়া, পাঁচটকীয়া কৰি থাক লগাই টেবুলতে জাপি থৈ বাহিৰলৈ ওলাই গ'ল। এনেতে তেওঁৰ গৰু এজনী আহি নোটবোৰ চোবাই খাবলৈ ধৰিলে। সেই মুহূৰ্ত্ততে শঙ্কৰ মিচনৰ ঘৰ সজা ঠিকাদাৰ শ্ৰীমানিক চন্দ্ৰ খাউন্দ আহি দেখিয়েই "নোটবোৰ খালে খালে" বুলি চিঞৰি উঠিল। ভুঞাদেৱৰ পত্নী আইও হাবাথুৰি খাই ভিতৰৰ পৰা ওলাই আহি "হায়! হায়! খালে! খালে!" বুলি গৰুজনীক ধমকি দি হেচুকিলেহি আৰু বিৰক্তিৰে ক'লে—"মই সদায় কওঁ গৰুবোৰ গুচাওক! তেখেতে নুগুচায়! টকাবোৰ তেনেই মহতীয়াই পেলালে! দুশ তিনিশমান টকা খালেই!" ভুঞাদেৱ ঘুৰি আহি কাণ্ডটো দেখি ধীৰস্থিৰ ভাৱে হাঁহি মাৰি বোলে "খালে, খালে আৰু। তাইনো কি জানে। শাও-শপনি নিদিবা তাইক!" এই বুলি গৰুজনীৰ গাত হাত ফুৰাই ফুৰাই আঁতৰালে। টকাবোৰ লেখিও নেচালে। সামৰি থৈ দিলে।

বিজ্ঞানী নিউটনৰ বহুত দিন কৰা গৱেষণাৰ কাগজবোৰ তেওঁৰ পোহনীয়া কুকুৰটোৱে জ্বলি থকা মমদাল বগৰাই দি পুৰি সম্পূৰ্ণ নষ্ট কৰি পেলাইছিল। নিউটন অকনো বিহ্বল নহৈছিল আৰু কুকুৰটোক খঙো নকৰিছিল। হাত ফুৰাই মৰমহে কৰিছিল।

মহৎ হৃদয়ৰ লোক সকলৰ হৃদয়ৰ সোঁতৰ একেটা গতি।

ভুঞাদেৱৰ ঘৰত গৰু ছাগলি কুকুৰৰ উপৰি সোতৰটা পোহনীয়া মেকুৰি আছিল। তেওঁ ভাত খাবলৈ বহাৰ লগে লগে মেকুৰিজাক সুৰ সুৰকৈ আহি হাজিৰ হয়হি। প্লেটে প্লেটে সিহঁতক ভাত সানি থেপা থেপে দি লৈ "খাহঁত বুলি" কৈ তেওঁ টেবুলত খাবলৈ আৰম্ভ কৰে। এজনী মেকুৰীয়ে মাছ নেখাইছিল। তাইক গাখীৰ ভাত বা দালি ভাত দিয়ে আৰু মাৰোৱাৰীজনী বুলি মাতে। মেকুৰিবোৰ তেওঁৰ লগত সলনা সলনিকৈ বিচনাত শুই থাকে।

এবাৰ গোপীনাথ বৰদলৈ দেৱে সৈতে ভাত খাওঁতে ভুঞা-দেৱৰ ভাতৰ পাতৰ কাষত মেকুৰি ছাগলি খোৱাৰ লগ দেখি আচৰিত হৈ বোলে "ভুঞাদেৱ! আপোনাৰ কি কাণ্ড! ইমানবোৰ মেকুৰি! ছাগলি! ভুঞাদেৱে বোলে—"মোৰ ভাগ্যত সিহঁত আছে আৰু?"

সমস্ত ভূতত ব্যাপি আছোঁ মই হৰি ।
সবাকো মানিবা তুমি বিষ্ণু বুদ্ধি কৰি ॥
কুকুৰ চণ্ডাল গৰ্দ্দভৰো আত্মা ৰাম ।
এতেকে সবাকো পৰি কৰিবা প্ৰণাম ॥

হলধৰ ভূঞাদেৱৰ কৰ্ম্মোদ্যম, তেওঁৰ ৰাজহুৱা অনুষ্ঠানৰ প্ৰতি আন্তৰিকতা, জনসেৱা কাৰ্য্যত নিৰন্তৰ লাগি থাকিব পৰা তেওঁৰ মনোবল, দৃঢ়তা, সততা, হৃদয়ৰ প্ৰেৰণা, মানুহ তথা ইতৰ প্ৰাণীৰ প্ৰতি স্নেহ-সহানুভূতি আমাৰ সকলোৰে আহি হওক ।

০০০

# লোকসেৱক—বিৰল প্ৰতিভা

শ্ৰীমোহন চন্দ্ৰ মহন্ত

আমি যেতিয়া তৃতীয় শ্ৰেণীৰ ছাত্ৰ তেতিয়া আমাৰ আতা-দেউৰ লগত হলধৰ ভূঞাৰ প্ৰিয় ভাৱ আছিল। ভূঞা তেতিয়া ভুজেন্দ্ৰ মহন্তৰ ঘৰৰ আগফালে সৰু ঘৰ এটাত বসতি কৰিছিল। সেই ঠাইতে এটা জুপুৰী ঘৰ সাজি থাকিবলৈ দি হাইস্কুলত পঢ়াৰ সুবিধা কৰি দিলে। প্ৰথম দিনা গধূলি ভাত ৰান্ধোতে তেওঁ তদাৰক কৰি ভাত ৰন্ধাৰ প্ৰণালীৰ নানান কথা ক'লে। সেই ঠাইতে ধিওৰ চন্দ্ৰ বৰকাকতীও আছিল। ভূঞা হৃষ্টপুষ্ট থুলন্তৰ চেহেৰাৰ পুৰুষ আছিল। আমি সকলোবাৰে স্বাভাৱিকতে তেওঁক ভয় আৰু ভক্তি কৰিছিলোঁ। তেওঁ কাৰো কাৰো ঘৰুৱা শিক্ষকতাও কৰিছিল।

সেই সময়ত তেওঁ নগাঁৱৰ চিভিল চাৰ্জন অফিচত চাকৰি কৰিছিল। তেওঁক দেখা কৰিবলৈ অনেক গণ্য মান্য লোক অহা দেখিছিলোঁ। তেওঁৰ কৰ্ত্তব্য নিষ্ঠা দেখা পায়েই বোধহয় চিভিল চাৰ্জনে তেওঁক ৰেল প্ৰশাসনৰ উপদেষ্টা পাতিছিল। ৰেল প্ৰশাসনৰ উপদেষ্টা হিচাপে অসমীয়া ডেকাক ৰেল বিভাগত চাকৰি দিবলৈ চাহাব সকলক অনেক যুক্তি তৰ্কৰে সৈমান কৰাইছিল।

১৯২১ চনত নিখিল ভাৰত কংগ্ৰেছ কমিটিৰ জৰিয়তে গান্ধীয়ে ভাৰতীয় লোকক চাকৰি ত্যাগ কৰিবলৈ আহ্বান জনাইছিল। সেই আহ্বানত জামুগুৰিৰ কনক শৰ্ম্মাই প্ৰথমে চাকৰি ত্যাগ কৰে। লগে লগে হলধৰ ভূঞাই চাকৰি ত্যাগ কৰিলে। সেই সময়তে নগাঁও জিলা কংগ্ৰেছ গঠন হ'ল। কনক শৰ্মা সভাপতি আৰু হলধৰ ভূঞা সম্পাদক নিৰ্ব্বাচিত হ'ল।

সেই চনতে গান্ধী নগাঁৱলৈ আহিব। গান্ধীক অভ্যৰ্থনা জনাবলৈ জুবিলি পথাৰখনতে সভা পাতিবলৈ স্থিৰ কৰিলে। কিন্তু সময়ত জিলা প্ৰশাসনে অনুমতি নিদিয়াত কংগ্ৰেছ কৰ্মী বিমোৰত

পৰিল। ভূঞাই সিংহৰ গৰ্জনেৰে বীৰদৰ্পে ঘোষণা কৰিলে "আমি কংগ্ৰেছ কৰিছোঁ, ইংৰাজ চৰকাৰক খেদিবলৈ কিন্তু আমি ভুল কৰিলোঁ চৰকাৰৰ ওচৰত কৃপা ভিক্ষা কৰি। চৰকাৰৰ এইটো এটা কৌশল। চৰকাৰক ওফৰাবলৈ যোৱা লোকে চৰকাৰৰ কৌশল প্ৰতিহত কৰিবই লাগিব। সংগ্ৰামৰ ই এক আহ্বান।" এই বুলি কৈ ভূঞাই আমাক দা, কোৰ কিছুমান গোটাবলৈ নিৰ্দ্দেশ দিলে।

ভূঞা থকা ঠাইৰ পিছফালে কলঙৰ পাৰলৈকে এখন উদং বহল বাৰি আছিল। সেই বাৰিখনত জোপোহা কাঁইট, চোৰাট, কচু আদিৰে ভৰপূৰ আছিল। ভূঞাৰ নিৰ্দ্দেশত কংগ্ৰেছৰ ভলণ্টিয়াৰ সকলে সেই হাবিখন দা কোৰ লৈ চাফা কৰাত লাগিল। ৰাতিৰ ভিতৰত ঠাইখন সভা পতাৰ উপযোগী হৈ পৰিল। সেই ঠাই আছিল ম্যাদী পট্টাৰ গতিকে তাত সভা পাতিলে জিলাৰ চাহাবে একো কৰিব নোৱাৰে। সেই সময়ত উপস্থিত থকা উল্লেখযোগ্য ভলণ্টিয়াৰ সকল আছিল ধৰ্মকান্ত বৰঠাকুৰ, গণেশ বৰঠাকুৰ, ইছলাম খাঁ, সুধাংশু ভূষণ বেনাৰ্জ্জী। ভূঞাৰ সৎ সাহস আৰু উদ্যম দেখি সকলো অনুপ্ৰাণিত হৈছিল।

ৰাতিপুৱাতে ভূঞাই আমাক বিদ্যা বৰুৱা উকীলৰ ঘৰলৈ পঠালে। কাৰণ মহাত্মা গান্ধীক বিদ্যা বৰুৱাৰ ঘৰত ৰখাৰ ব্যৱস্থা কৰিছিল। বিদ্যা বৰুৱাৰ ঘৰটোত ইংৰাজ ৰজাৰ মুকুট সাজি থোৱা আছিল। ঘৰটো পকী কাৰণে মুকুটটো ভাঙিব নোৱাৰি। গতিকে কাপোৰ দি মুকুটটো ঢাকি থব লাগে। মুকুট ঢকা হ'ল। সভা হ'ল। গান্ধী পালেহি। অনেক ৰাইজ সভালৈ আহিল। গান্ধীৰ বক্তৃতাত সকলো মুগ্ধ হ'ল। নগাঁৱত কংগ্ৰেছৰ খোপনি দৃঢ় হ'ল।

১৯৩৬ চনত ভূঞা নগাঁও জিলা কংগ্ৰেছৰ সভাপতি আৰু আমি নিজে সম্পাদক। সংগঠনৰ কামত গোটেই জিলাখনত ইমূৰৰ পৰা সিমূৰলৈ তেওঁৰ লগত গৈছিলোঁ। সংগঠনৰ ক্ষেত্ৰত তেওঁৰ বিচক্ষনতা দেখি তবধ মানিছিলোঁ। ভূঞাৰ সভা পতাৰ নীতি সুকীয়া। তেওঁ একেখন গাঁৱতে দুখন সভা পাতে। এখন সভাত কংগ্ৰেছৰ নীতি ব্যাখ্যা কৰে। আনখন সভাত ৰাইজক স্বাবলম্বী হ'বলৈ, স্বাস্থ্যৰ বিষয়ে, খেতিবাতিৰ বিষয়ে বক্তৃতা দিয়ে। সেইবোৰ কথাই ৰাইজক বিশেষভাবে আকৰ্ষণ কৰে।

ভিতৰুৱা গাওঁবিলাকত ৰাইজৰ, ল'ৰা-ছোৱালীৰ স্বাস্থ্যৰ অবনতি দেখি আমি আচৰিত। কলাজ্বৰ, মেলেৰীয়া আদি ৰোগত ভোগা মানুহো বহুত। ভুঞাই সেইবোৰত বাৰীত বা পথাৰত থকা কি কি খাব লাগে, পানী তপতাই খাব লাগে সেই বিষয়ে পৰামৰ্শ দিয়ে। কলাজ্বৰত ভোগা সকলক ম'হৰ মূত ৰাতিপুৱা খাবলৈ দিয়ে। মেলেৰীয়াৰ ঔষধৰ লগত চিৰঠা তিয়াই পানী খাবলৈ দিয়ে। পেট ডাঙৰ ল'ৰা-ছোৱালীক চিৰঠা পানী খাবলৈ পৰামৰ্শ দিয়ে। যাৰ হাত, ভৰি বা ককালৰ বিষ আছে তেওঁলোকক বৰ-কচুৰ ঠাৰি টুকুৰা-টুকুৰ কৰি শুকুৱাই পুৰি তাৰ ছাই তেলৰ লগত মিহলাই মালিচ কৰিবলৈ কৈছিল। সেই সময়ত গাওঁ-বিলাকত ডাক্তৰখানা নাছিল। ভুঞাই দিয়া ব্যৱস্থাৰে ৰাইজে উপকাৰ পোৱাত সকলোৱে তেওঁক দেৱতা জ্ঞান কৰিছিল। গাঁৱলীয়া মানুহৰ প্ৰায় ঘৰতে তাঁতশাল আছিল। কিন্তু তিৰোতা মানুহে নিজৰ প্ৰ'য়াজনীয় কাপোৰ বৈছিল। ভুঞাই তেওঁলোকক বেছিকৈ কাপোৰ ববলৈ উদগণি দিছিল। তেওঁ আশা দিছিল আইসকলে বোৱা কাপোৰ তেওঁ দাম দি কিনি ল'ব। তেওঁৰ উপদেশ মতে কিছু পৰিয়ালত অধিক কাপোৰ ববলৈ ললে আৰু আৰ্থিক অৱস্থাৰ সামান্যভাবে হ'লেও সকাহ হয়।

সভাৰ পৰা ঘূৰি আহি তেওঁ দিয়া প্ৰতিশ্ৰুতি কেনেকৈ পালন কৰা হ'ব সেই বিষয়ে আলোচনা কৰে। ফলস্বৰূপে তেওঁৰ ঘৰতে খাদী প্ৰতিষ্ঠান এটা খোলা হয়। ইয়াৰ জৰিয়তে কাপোৰ বেচাৰ ব্যৱস্থা হ'ল। লাহে লাহে পুৰণিগুদামত প্ৰতাপ শৰ্মাৰ তত্ত্বাবধানত আৰু কামপুৰত বিমলা বৰাৰ তত্ত্বাবধানত দুটি খাদী ভাণ্ডাৰ খোলে। ৰাজনীতিৰ লগতে স্বাস্থ্য বিষয়ক, অৰ্থনীতি বিষয়ক কথাত গুৰুত্ব দি জনগণৰ সেৱাৰ ব্ৰত গ্ৰহণ কৰি তেওঁ উজ্জ্বল চানেকি দেখুৱাইছিল।

তেখেতৰ জীৱন দৰ্শনৰ আন এটি দিশৰ লগত আমাৰ পৰিচয় হৈছিল। ফৰৱাৰ্ড ব্লকৰ অসম শাখা স্থাপিত হৈছিল গুৱাহাটীৰ এখন সভাত। সভাত আমাক উপসভাপতি নিৰ্বাচিত কৰে। এই কথাত নগাঁৱৰ বিশিষ্ট নেতা কেইগৰাকীমানে আমাক তীব্ৰ সমালোচনা কৰে আৰু কংগ্ৰেছৰ পৰা পদত্যাগ কৰিবলৈ দাবী জনালে। ভুঞাই এনে দাবীৰ উত্তৰত ক'লে—কংগ্ৰেছ কমিটিৰ

এনে কোনো নিৰ্দ্দেশ নাই যে ক্ষৰবাৰ্ড শলকৰ সভ্য হ'লে কংগ্ৰেছৰ সভ্য হ'ব নোৱাৰে। কংগ্ৰেছৰ পৰা পদত্যাগ কৰা পত্ৰখন লৈ তেওঁৰ ওচৰলৈ যোৱাত তেওঁ ইস্তফা পত্ৰ আনিছোনে নাই সুধিলে। ইস্তফা পত্ৰখন আগবঢ়াই দিয়াত তেওঁ উত্তৰ দিলে মানুহৰ ভিতৰত কিছুমান ভাল আৰু কিছুমান বেয়া গুণ আছে। তোমাক যি সকলে সমালোচনা কৰিছে সেই সকলেই তুমি পানীত ডুবিলে উদ্ধাৰ কৰিবলৈ যাব। কড় প্ৰকৃতিৰ লোকেহে (তেওঁ চিনিক শব্দটো ব্যৱহাৰ কৰিছিল) আবেগৰ দ্বাৰা পৰিচালিত হয়। এই বুলি ইস্তফা পত্ৰখন নপঢ়াকৈয়ে ফালি পেলালে। তেখেতৰ ব্যক্তিত্বৰ, মহত্বৰ নতুন দিশ দেখা পালোঁ।

সাধাৰণতে মানুহে ক্ষমতাত অধিষ্ঠিত হ'লে ক্ষমতাতে খামোচ মাৰি ধৰি থাকে। ভুঞাৰ তেনে আদৰ্শ নাছিল। তেওঁ আমাৰ লগত আলচ কৰি বিভিন্ন ঠাইৰ প্ৰাথমিক কংগ্ৰেছৰ সৎ লোকৰ এখন তালিকা প্ৰস্তুত কৰিছিল। সেই সকলক স্থানীয় নেতা ৰূপে স্বীকৃতি দি তেওঁলোকৰ হতুৱাই কংগ্ৰেছৰ কাম কৰাইছিল। এই নীতি গ্ৰহণ কৰাত কংগ্ৰেছৰ কাম নিয়াৰিকৈ চলিছিল। ক্ষমতা কেন্দ্ৰীভূত হৈ নাথাকি বিকেন্দ্ৰীকৰণৰ ওপৰত গুৰুত্ব দিয়াত অনুষ্ঠানটো সজীৱ হৈ পৰিল। তৃণমূল পৰ্য্যন্ত সংগঠন নহলে কোনো সংগঠনেই শক্তিশালী হ'ব নোৱাৰে বুলি তেওঁৰ একান্ত বিশ্বাস আছিল।

ভুঞাৰ আৰ্থিক অৱস্থা বৰ ভাল নাছিল। কিন্তু তেওঁৰ ঘৰখনত সকলোৰে বাবে মুক্ত। কংগ্ৰেছ কৰ্মীসকলে সেইখন ঘৰ নিজৰ বুলি ভাবিছিল। তেওঁৰ মতে আলহী অতিথিক সেৱা কৰাটো আমাৰ সংস্কৃতি। সেই কাৰণে আলহী অতিথিক সোধ পোছ কৰাত তেওঁ কাৰ্পণ্য কৰা নাছিল। কংগ্ৰেছ কৰ্মীসকলক নিজে পৰিশ্ৰম কৰি উপাৰ্জন কৰিবলৈ উপদেশ দিছিল। তেওঁ নিজে ক্ৰেমত ছবি বান্ধিব জানিছিল। তেওঁৰ টুনী ভুঞা নামৰ এজনী ভাগিন আছিল। তেওঁক শিক্ষা দি ছবি বন্ধা কৰ্মশালা পাতিছিল। কংগ্ৰেছৰ স্বেচ্ছাসেৱক সকলকো ছবি বন্ধা প্ৰশিক্ষণ দিছিল।

নিৰ্বাচনত জিকি ভুঞা বিধায়ক হ'ল। কংগ্ৰেছৰ বিধায়িনী দলৰ সম্পাদকো হ'ল। এদিন আহি আমাক এটা দায়িত্ব দিয়াৰ কথা ক'লে। তেওঁৰ কথা পেলাব নোৱাৰি মান্তি হ'লোঁ। তাৰ

কেইদিনমানৰ পিছত গোপীনাথ বৰদলৈ নগাঁৱলৈ আহোঁতে আমাক এখন চিঠি পঢ়িবলৈ দিলে। সেই চিঠিখন জৱাহৰলাল নেহৰুৱে বৰদলৈলৈ লিখা। চিঠিত গাঁৱলীয়া ৰাইজৰ উন্নতিকল্পে আঁচনি এখন ল'ব লাগে আৰু তাৰ কাৰণে এখন আইন প্ৰনয়ণ কৰিব লাগে। কংগ্ৰেছ বিধায়িনী দলে অনেক চিন্তা কৰি নগাঁৱৰ মোহন চন্দ্ৰ মহন্তক এই দায়িত্ব দিয়াৰ সিদ্ধান্ত কৰিছে। ইয়াৰ পিছত আমাক শ্বিলঙলৈ মাতিলে। ঘৰৰ পৰা অনুমতি লৈ শ্বিলং পালোগৈ। শ্বিলঙত বিমলা প্ৰসাদ চলিহাক লগ পোৱাত তেওঁ এটা চক্ৰ দিলে। সেই চক্ৰত গাঁও উন্নয়নৰ কাৰণে কি কি বিষয় জড়িত কৰি লব লাগে সেই বিলাক উল্লেখ আছিল। টি, টি, এচ, হেইলীক গাঁও উন্নয়ন বিভাগৰ ডিৰেক্টৰ পাতিলে। হেইলী চাহাবৰ অফিচতে বহি আমি পঞ্চায়ত আইন ৰচনাত মনোনিৱেশ কৰিলোঁ। এই কামত ভূঞা, চলিহা, বৰদলৈয়ে যথেষ্ট উৎসাহিত কৰিছিল আৰু দিহা পৰামৰ্শ দিছিল। অৱশেষত খচৰা প্ৰস্তুত হোৱাত ভূঞাই সেইখন পঢ়ি শলাগ ললে। অৱশেষত অনেক কষ্ট আৰু চিন্তাৰ ফলত গাঁও পঞ্চায়ত আইনখন প্ৰনয়ণ কৰা হ'ল। গোপীনাথ বৰদলৈয়ে বৰমূৰীয়া বিষয়া সকলৰ সভা এখনত আইনখন সম্পৰ্কে বুজাই দিবলৈ কোৱাত সেই কাম কৰা হ'ল। আইনখনৰ বিষয়বস্তু আৰু ইয়াৰ কাৰ্য্যকৰী দিশৰ ওপৰত দিয়া ব্যাখ্যাত সকলো সন্তুষ্ট হল আৰু ইয়াক গ্ৰহণ কৰিলে।

এই আইন প্ৰস্তুত কৰাৰ পিছত চলিহা ডাঙৰীয়াই "ক'অপা-ৰেটিভ চচাইটি এক্ট"খন প্ৰস্তুত কৰিবলৈ কোৱাত তাকো প্ৰনয়ণ কৰি দিয়া হ'ল। আমাৰ এই কামৰ মুখ্য পৰামৰ্শ দাতা আছিল হলধৰ ভূঞা।

হলধৰ ভূঞাই আদৰ্শগত কাৰণত কংগ্ৰেছ এৰি প্ৰথমতে কৃষক মজদুৰ প্ৰজা পাৰ্টি আৰু পিছত প্ৰজা চছিয়েলিষ্ট পাৰ্টিত যোগ দিয়ে। আমি কিন্তু কংগ্ৰেছতে থাকিলোঁ। এবাৰ লোকেল বোৰ্ডৰ চেয়াৰমেনৰ নিৰ্বাচনত আমি কংগ্ৰেছৰ পৰা প্ৰাৰ্থী হ'ব লগা হ'ল। ভূঞাও আছিল এজন প্ৰাৰ্থী। নিৰ্বাচনী সভাত আমাৰ বিৰোধী হলেও ভূঞাৰ যোগ্যতা আৰু সততা সম্পৰ্কে সুন্দৰ মন্তব্য দিব লগা হৈছিল। এই কথাও কোৱা হৈছিল যদি ভূঞা কংগ্ৰেছলৈ উভতি আহে তেনেহলে আমি প্ৰাৰ্থীত্ব প্ৰত্যাহাৰ কৰিবলৈ সাজু। ভূঞা

কংগ্ৰেছলৈ নাহিল। নিৰ্বাচনত ভূঞা হাৰিল, আমি জিকিলোঁ। কিন্তু ভূঞাই প্ৰথমে আহি আমাক অভিনন্দন আৰু শুভেচ্ছা জনালেহি। ভূঞাৰ বিশাল হৃদয় আৰু উদাৰতাৰ পৰিচয় আমাৰ জীৱনৰ প্ৰতিটো পদক্ষেপতে পাইছোঁ।

ভূঞাই শঙ্কৰদেৱ সংঘৰ নেতৃত্ব দিছিল। গুৱালকুছিত লোকপ্ৰিয় বৰদলৈৰ সভাপতিত্বত হোৱা শঙ্কৰদেৱ সংঘৰ অভিবৰ্তন সংঘৰ জৰিয়তে লোকসেৱাৰ আঁচনি গ্ৰহণ কৰি এটা প্ৰস্তাৱ গৃহীত কৰায়। সেই প্ৰস্তাৱৰ আধাৰতে নগাঁৱত শ্ৰীমন্ত শঙ্কৰ মিচন প্ৰতিষ্ঠা কৰে। চকুৰ চিকিৎসা কৰা, অন্ধক শিক্ষা দিয়া, অনাথ শিশুক আশ্ৰয় দি ভৱিষ্যত সংস্থাপনৰ কাৰণে শিক্ষা দিয়া, কুষ্ঠৰোগৰ চিকিৎসা কৰা আদি উদ্দেশ্যৰে এই মিচন প্ৰতিষ্ঠা কৰে। শঙ্কৰ মিচন নগাঁৱৰে নহয়, ভাৰতৰে এটা লেখতলবলগীয়া মানৱ সেৱাৰ প্ৰতিষ্ঠান। মিচনৰ সংবিধানৰ খচৰা সংসদী সদস্য আৰু শঙ্কৰ মিচনৰ লগত জড়িত শ্ৰীলীলাধৰ কটকীৰ হতুৱাই কৰোৱায়। উক্ত সংবিধান ৰচনাত আৰু গঢ় দিয়াত কটকীৰ লগতে আমাকো কামত লগায়।

ভূঞা প্ৰকৃত লোকসেৱক আছিল। নগাঁৱৰ মুক্তি যুঁজাৰু সকলে তেখেতক অকপটে আৰু আন্তৰিকতাৰে লোকসেৱক উপাধিৰে বিভূষিত কৰিছিল। হলধৰ ভূঞাৰ এই উপাধি যথাৰ্থ। লোক-সেৱকৰ জীৱন কৰ্ম বহুল। বহুমুখী প্ৰতিভা আৰু জনসেৱাৰ প্ৰেৰণাৰে যি কাম কৰি গ'ল তাৰ মাজতে ভূঞা অজৰ অমৰ হৈ ৰ'ব।

০০০

# লোকসেৱকৰ স্মৃতিত শ্ৰদ্ধাঞ্জলি

শ্ৰীলীলাধৰ কটকী

লোকসেৱক হলধৰ ভূঞা আমাৰ ৰাজনৈতিক আৰু সমাজ সেৱাৰ গুৰু। ১৯৪৬ চনতে তেওঁৰ সহযোগী কৰ্মী হিচাপে সংস্পৰ্শলৈ অহাৰ দিনৰ পৰাই গুৰু ৰূপে বৰণ কৰি তেওঁৰ ছত্ৰছাঁয়াতে থাকি ৰাজনীতিৰ, সমাজসেৱাৰ অ, আ, ক, খ শিকাৰ সৌভাগ্য অৰ্জন কৰিলোঁ। ১৯৬৮ চনৰ ২৯ মাৰ্চ তাৰিখে পৰলোকলৈ যোৱাৰ দিনলৈকে আমাক নিজপুত্ৰৱৎ জ্ঞান কৰি অফুৰন্ত স্নেহ আৰু আশীষ দানেৰে আমাৰ জীৱন ধন্য কৰিলে। শঙ্কৰ মিচন প্ৰতিষ্ঠাৰ আৰম্ভৰ সময়ত সংবিধানৰ খচৰা প্ৰস্তুতকে ধৰি বিভিন্ন কামত আমাক জড়িত কৰি এনে এটা মহৎ সমাজ সেৱাৰ, স্বেচ্ছাসেৱী অনুষ্ঠানত সামান্য বৰঙণি দিয়াৰ সুবিধা দিছিল। সচাঁ কথা কবলৈ গলে নিজৰ গাৰ ছাঁৰ দৰে আমাক সকলো সময়তে লগতলৈ কাম কৰাৰ প্ৰশিক্ষণ দিছিল।

লোকসেৱকৰ বহুমুখী কৰ্মস্থলীৰ প্ৰত্যেকতে তেওঁৰ আধ্যাত্মিক বিশ্বাস, বৈজ্ঞানিক বিশ্লেষণ, কৰ্মতৎপৰতা, দূৰদৰ্শীতা আদি গুণ প্ৰকাশ পাইছিল। যিকোনো চিন্তা কাৰ্যত ৰূপায়িত কৰিবৰ কাৰণে আছিল আকোৰ গোজ তৎপৰতা। এজন মানুহ সমাজৰ বৰেণ্য হ'বলৈ যিখিনি গুণৰ আৱশ্যক ভূঞাৰ সেইখিনি গুণ আছিল। জগত গুৰু শ্ৰীমন্ত শঙ্কৰদেৱৰ একান্ত ভক্ত, জাতিৰ জনক মহাত্মা গান্ধীৰ একনিষ্ঠ বিশ্বাসী, স্বাধীনতা লাভৰ লগে লগে নতুন অসম গঢ়াৰ অগ্ৰগণী নেতা লোকপ্ৰিয় গোপীনাথ বৰদলৈৰ নিকটতম সহকৰ্মী হিচাপে হলধৰ ভূঞাই নিজৰ ব্যক্তিত্ব গঢ়ি তুলিছিল। তেওঁ আৰু বৰদলৈৰ মাজৰ সম্পৰ্ক অতি গভীৰ আৰু আত্মিক। এই দুয়োজন নেতাৰ জন্ম শতবাৰ্ষিকী একেটা বছৰতে অগাপিছাকৈ উদ্‌যাপন কৰাটো বিশেষ তাৎপৰ্য্যপূৰ্ণ।

হলধৰ ভূঞাই কথাতকৈ কামৰ ওপৰত বেছি গুৰুত্ব দিছিল।

চমু কথাত কৰ্ম-সংস্কৃতিৰ ওপৰত তেওঁৰ আস্থা আৰু বিশ্বাস বেছি। স্পষ্টবাদিতা, নিৰহঙ্কাৰ, উদাৰতা আদি গভীৰ মানবীয় গুণেৰে সমৃদ্ধ হলধৰ ভূঞাৰ আদৰ্শ অজৰ অমৰ হৈ ৰ'ব। শঙ্কৰ মিচন থকালৈকে হলধৰ ভূঞাও থাকিব।

১৯৬০ চনৰ ২ জুলাই তাৰিখে তেওঁ লিখা এখন চিঠি ইয়াত সন্নিবিষ্ট কৰিবলৈ ইচ্ছা কৰিছোঁ। এই চিঠি তেওঁ শিলঙত হোৱা এক মটৰ দুৰ্ঘটনা সম্পৰ্কত লিখিছিল।

মৰমৰ শ্ৰীমান লীলা,

পত্ৰে শুভাশীৰ্ব্বাদ লবা। তোমাৰ চিঠিখন আজি পাইছোঁ। মই চিঠি মনৰ দুখতে লিখা নাই কিন্তু ফোনত প্ৰায় সদায় খবৰ লৈ আছোঁ। আশাকৰোঁ ঈশ্বৰে সোনকালে কাৰ্য্যক্ষম কৰিব। দুখ কৰি একো লাভ নাই, খং কৰাও মিছা সকলো ঈশ্বৰৰ ইচ্ছা। আকস্মিক বিপদৰ ওপৰত কাৰো হাত নাই।

এতিয়া বিপদ মোৰ নিমিত্তে আহিল। ডাঃ বৰুৱা গ'ল। শ্ৰীমান হংসৰ আৰু তোমাৰ অৱস্থা এনে হ'ল। মোৰ সোঁহাত বাঁও হাত ভগাৰ নিচিনা হ'ল। এতিয়া সকলো কামৰ হেচা মোৰ ওপৰত পৰিছে। তোমালোক দুয়োজনৰ সোনকালে ভাল হলেই মোৰ কিছু শান্তি হ'ব বুলি ভাবিছোঁ। শ্ৰীমান তুলতুলক আজি তোমাৰ কথামতে অতি সোনকালে শিলঙলৈ যাবলৈ কৈছোঁ। শ্ৰীমান হংস সোনকালে আহিব বুলি জানি মনত বং পাইছোঁ। এই চিঠি তেওঁক দেখুৱাবা আৰু বেলেগাই নিলিখোঁ। অহাৰ খবৰ পঠাব লাগিলে চিঠি লিখিবলৈ কবা।

ডাঃ বৰুৱাৰ শ্ৰাদ্ধ ৪ তাৰিখে পৰিছে। ইয়াত সকলোৰে ভালেই। ইতি—

আশীৰ্ব্বাদক
শ্ৰীহলধৰ ভূঞা।

০০০

# কৰ্মযোগী হলধৰ

শ্ৰীগোলোক কাকতী

প্ৰাক স্বাধীনতা যুগৰ লোকসকলৰ দেশৰ আৰু সমাজৰ স্বাৰ্থৰ হকে জীৱনৰ সৰ্বস্ব ত্যাগ কৰাৰ আনকি যশ-কীৰ্তি, ঐশ্বৰ্য বিভূতিকো হেলাৰঙে ত্যাগ কৰাৰ মানসিকতা আছিল। দেশৰ কাম কৰোঁতে যদি কেতিয়াবা যশস্যা আৰু জনপ্ৰিয়তা আহিছিলো তাকো জীৱনৰ কৰ্তব্যৰ স্বীকৃতি হিচাপেহে গ্ৰহণ কৰিছিল। স্বাধীনতা আন্দোলনত কাম কৰা লোকসকলৰ আদৰ্শ আছিল জাতিৰ জনক মহাত্মাগান্ধী। গান্ধীজীৰ জীৱনৰ আদৰ্শ আৰু বাণী সাৰোগত কৰি দেশ-মাতৃৰ স্বাধীনতাৰ বেদীত সামান্য অৰিহণা দি জীৱন সাৰ্থক কৰাৰ প্ৰেৰণা আছিল। স্বাধীনতা লাভৰ পাছত এচাম নেতাই শাসনৰ ক্ষমতা লাভ কৰিলেও এচামে তেনে ক্ষমতা লাভৰ আশা পৰিত্যাগ কৰি দেশৰ কাৰণে আন প্ৰকাৰে সেৱা আগবঢ়াবলৈ চেষ্টা কৰিছিল।

দেশৰ হকে অশেষ কষ্ট স্বীকাৰ কৰা ত্যাগী লোকসকলৰ মহত্ব আৰু কৃতিত্ব সোঁৱৰণ কৰাটো বৰ্তমান সময় আহি পৰিছে। অসমৰে ত্যাগবীৰ হেম বৰুৱা, লোকপ্ৰিয় গোপীনাথ বৰদলৈ, বিষ্ণুৰাম মেধী, লোকনায়ক অমিয় কুমাৰ দাস, চন্দ্ৰ নাথ শৰ্মা, বিপ্লৱী বীৰ শঙ্কৰ বৰুৱা, সিদ্ধিনাথ শৰ্মা লোকসেৱক হলধৰ ভূঞা আদি দেশৰ হকে অনেক ত্যাগ কৰা, নিৰ্যাতন ভোগা দেশনেতা সকলৰ জন্ম শতবাৰ্ষিকী পালন কৰি তেওঁলোকৰ কৰ্ম আৰু আদৰ্শৰ পৰ্যালোচনা কৰি তাৰ দ্বাৰা উত্তৰ পুৰুষে অনুপ্ৰাণিত হ'ব বুলি আশা কৰিব পাৰি। অসমৰ হওক বা আন ঠাইৰে হওক এই দেশপ্ৰেমিক নেতা সকলৰ কৰ্ম আৰু চিন্তাৰ সুকীয়া বৈশিষ্ট্য আছে।

লোকসেৱক হলধৰ ভূঞাৰ কৃতিত্ব আন নেতাসকলতকৈ বেলেগ। বিশেষ কেইটামান কৰ্ম আৰু নীতিৰ কাৰণে লোকসেৱকৰ সান্নিধ্য ধন্য হোৱাৰ সৌভাগ্য আমাৰ হৈছিল। মহাপুৰুষ শ্ৰীশঙ্কৰ-

দেৱৰ প্ৰৱৰ্ত্তিত একশৰণ নাম ধৰ্মৰ বিভিন্ন দিশৰ পৰ্য্যালোচনা আৰু বিকাশৰ কাৰণে গঠিত হোৱা শ্ৰীমন্ত শঙ্কৰদেৱ সংঘৰ প্ৰতিষ্ঠাতা হলধৰ ভূঞা। বৰ্ত্তমান অসমৰ সুবৃহৎ আৰু সুসংগঠিত এই অনুষ্ঠানটিৰ পুলিটি কহিছিল তেওঁ। তেৱেঁই এই সংঘৰ প্ৰতিষ্ঠাতা সম্পাদক আৰু ৰায়বাহাদুৰ ডম্বৰুধৰ বৰুৱা সভাপতি। আমি যি সকল লোক একশৰণ নাম ধৰ্মৰ একান্ত অনুগামী সেই সকল এই প্ৰসঙ্গ লৈ ভূঞাৰ সংস্পৰ্শলৈ অহাৰ সুবিধা হৈছিল। ভূঞাই মহাপুৰুষ শঙ্কৰদেৱৰ আদৰ্শ ৰাজি অসমীয়া সমাজত ব্যাপক প্ৰচাৰ আৰু তাৰ জৰিয়তে সমাজ সংস্কাৰ কৰাটো প্ৰধান উদ্দেশ্য ৰূপে লৈ এই অনুষ্ঠানটি গঢ় দিবলৈ প্ৰয়াস কৰিছিল। তেওঁৰ মহৎ উদ্দেশ্যৰ প্ৰতি আমাৰ দৰে অনেকজন আকৰ্ষিত হৈছিল আৰু দেহেকেহে তেওঁৰ লগতে মহাপুৰুষীয়া ধৰ্মৰ সেৱক ৰূপে কামত আগবাঢ়িছিল। শ্ৰীমন্ত শঙ্কৰদেৱ সংঘৰ প্ৰতিষ্ঠাতা ৰূপে হলধৰ ভূঞাৰ স্মৃতি ভক্তবৃন্দৰ মনত চিৰজ্যোতিষ্মান হৈ ৰ'ব।

১৯৫২ চনত আচাৰ্য কৃপালনীৰ নেতৃত্বত যেতিয়া ভাৰতত কিষাণ মজদুৰ প্ৰজাপাৰ্টি গঠিত হয় তেতিয়া অসমৰো হলধৰ ভূঞা, ৰবীন নবিশ, বিশ্ব গোস্বামীৰ নেতৃত্বত কিছু কংগ্ৰেছৰ নেতাই এই দলত যোগ দিয়ে। ১৯৫২ চনৰ নিৰ্বাচনৰ পাছত জয়প্ৰকাশ নাৰায়ণ, ৰামমোহনৰ লোহিয়াৰ যত্নত কিষাণ মজদুৰ প্ৰজা পাৰ্টি আৰু চছিয়েলিষ্ট পাৰ্টি চামিল হৈ প্ৰজা চছিয়েলিষ্ট পাৰ্টি ৰূপে এটা নতুন দল গঠিত হ'ল। হলধৰ ভূঞা, হেম বৰুৱা আদিয়ে এই দলৰ সংগঠনৰ কামত মনোনিবেশ কৰিলে। তেজপুৰতো এই নতুন দলৰ সংগঠনত আমি জড়িত হৈ পৰি হলধৰ ভূঞাৰ সংস্পৰ্শলৈ আহিব লগা হয়। ৰাজনৈতিক দলৰ সংগঠক হিচাপে তেওঁৰ কৰ্ম-প্ৰেৰণা আৰু ত্যাগ আদৰ্শই আমাৰ নতুন চামক অনুপ্ৰাণিত কৰিছিল। তেওঁৰ আন্তৰিকতা, ত্যাগ আৰু আদৰ্শই উক্ত দলৰ সংগঠন সুদৃঢ় কৰাত বিশেষ সহায় কৰিছিল।

হলধৰ ভূঞাই শ্ৰীমন্ত শঙ্কৰদেৱৰ আদৰ্শ আৰু গান্ধীজীৰ মানৱসেৱাৰ আদৰ্শ বাস্তৱত ৰূপ দিবলৈ শ্ৰীমন্ত শঙ্কৰ মিচন প্ৰতিষ্ঠা কৰিলে নগাঁৱত। এই মিচন প্ৰতিষ্ঠাত অকল নগাঁৱতে সীমাবদ্ধ নাথাকি অসমৰ আন জিলাৰ লোককো ইয়াত জড়িত কৰি লৈ সমগ্ৰ অসমৰ অনুষ্ঠান ৰূপে গঢ়ি তোলাৰ চেষ্টা কৰিলে। মানৱসেৱাৰ

এই অনুষ্ঠানটিৰ লগত ১৯৫২ চনৰ পৰাই আমি জড়িত হৈ পৰি লোকসেৱকৰ মহত্ব আৰু মানৱসেৱাৰ হকে কাম কৰাৰ দৃঢ়তাৰ পৰিচয় পাইছোঁ ।

ৰাজনীতিত জড়িত হৈও একশৰণ নামধৰ্মৰ প্ৰচাৰ আৰু প্ৰসাৰৰ হকে দেহেকেহে খটা ভূঞাদেৱক এইটো কেনেকৈ সম্ভৱপৰ হৈছে বুলি জানিব খোজাত তেওঁ দিয়া উত্তৰ তাৎপৰ্যপূৰ্ণ । তেওঁৰ হেনো ধৰ্মৰ গুৰু শ্ৰীশঙ্কৰদেৱ আৰু ৰাজনীতিৰ গুৰু মহাত্মা গান্ধী এই দুয়োজনৰ মাজত মানৱ দৰ্শনৰ মিল আছে । শঙ্কৰদেৱৰ ধৰ্মই মানৱসেৱাৰ কথাকে কৈছে । মহাত্মা গান্ধীয়েও কৈছে- "সত্যলৈ মোৰ ভক্তি থকা বাবেই ৰাজনীতিলৈ আকৃষ্ট হৈছোঁ । অলপো দ্বিধা নোহোৱাকৈ আৰু বিনয়েৰে ইয়াকে ক'ব পাৰি যে যিসকলে ধৰ্মৰ লগত ৰাজনীতিৰ কোনো সম্পৰ্ক নাই বুলি কয় তেওঁলোকে ধৰ্ম কি বুলি পোৱা নাই ।" ভূঞাই ৰাজনীতি, ধৰ্ম সকলোৰে উদ্দেশ্য মানৱ কল্যাণ বুলি বিবেচনা কৰিছিল । এনে উদাৰ মত আৰু ধাৰণাৰ কাৰণেই তেওঁ সক্ৰিয় ৰাজনীতিত জড়িত হৈও শ্ৰীমন্ত শঙ্কৰদেৱ সংঘ আৰু শ্ৰীমন্ত শঙ্কৰ মিচনৰ দৰে অনুষ্ঠানৰ নেতৃত্ব দিব পাৰিছিল । তেওঁৰ ধাৰণা আছিল শ্ৰীশঙ্কৰ গুৰু আৰু গান্ধীজীৰ আদৰ্শৰেহে দেশ ৰক্ষা কৰিব পাৰিব । অসম বহুজাতি, বহু ভাষা, বহু ধৰ্মৰ ঠাই । গতিকে এই দুয়োজন মহামানৱৰ ধৰ্ম আৰু আদৰ্শৰ সঙ্গতি ৰাখিহে অসমৰ কল্যাণৰ কাৰণে কাম কৰা উচিত । শ্ৰীমন্ত শঙ্কৰদেৱ সংঘই একশৰণ নামধৰ্ম প্ৰচাৰ কৰিব আৰু শ্ৰীমন্ত শঙ্কৰ মিচনে দৰিদ্ৰ, অবহেলিত সমাজৰ সেৱা কৰিব । ধৰ্মনীতি আৰু সমাজনীতি দুয়োটাৰ দ্বাৰাহে অসমৰ কল্যাণ ।

শ্ৰীমন্ত শঙ্কৰদেৱ সংঘৰ পদাধিকাৰ হৈ থাকোঁতে তেওঁৰ কন্যা আৰু পুত্ৰৰ বিবাহ হৈছিল । কাৰোবাৰ ধাৰণা আছিল হোম ৰহিত বিবাহ সপন্ন কৰিবলৈ ভূঞাই ইতঃস্ততঃ কৰিব । তেনে কৰিলে হয়তো বন্ধুবৰ্গৰ ওচৰত অপ্ৰিয়ভাজন হ'ব । কিন্তু নীতি আৰু আদৰ্শত ভূঞা অলৰ-অচৰ । তেওঁ দক্ষতাৰে হোম নোহোৱাকৈ, নাম কীৰ্ত্তনেৰে বিবাহ কাৰ্য্য সমাধা কৰিলে । সংঘৰ অনুগামী সকলে পালে ডাঙৰ প্ৰেৰণা আৰু তেওঁক প্ৰশংসা কৰিলে । হলধৰ ভূঞাই শঙ্কৰ মিচন প্ৰতিষ্ঠাৰ কাৰণে আৰ্থিক সহায়ৰ কাৰণে আমাক দুটা পৰামৰ্শ দিছিল । সেই দুটা উপায় হৈছে মুষ্টি ভিক্ষা আৰু তামোল পুলি

বোৰা। মুষ্টি ভিক্ষাৰ দ্বাৰা প্ৰতিঘৰ গৃহস্থই সপ্তাহত খিখিনি চাউল থব পাৰে তাক সংগ্ৰহ কৰি বিক্ৰী কৰিব পাৰিলে এক বুজন পৰিমাণৰ ধন সংগ্ৰহ হোৱাটো সম্ভৱপৰ। তেওঁৰ নিৰ্দ্দেশত আমি উত্তৰ লক্ষীমপুৰৰ বিহপুৰীয়া, ভোগপুৰ, চৰাইদলনী আদি ঠাইত মুষ্টি ভিক্ষাৰ জৰিয়তে কাম কৰিছিলোঁ। তামোল পুলি বোৱাটো অসমীয়া মানুহৰ কাৰণে অৰ্থ লাভৰ অতি সহজ উপায়। এজোপা তামোলৰ পৰা যথেষ্ট আয় হয়। সেই সহজ আৰু প্ৰয়োজনীও উপায়টো ৰাইজক শিকাবলৈ তেওঁ চেষ্টা কৰিছিল। তেওঁ অতি সৰু সৰু কামবোৰৰ মাজত ডাঙৰ উদ্দেশ্য আছে বুলি ভাবিছিল। মুষ্টি ভিক্ষাৰ ব্যৱস্থা তেওঁ স্বাধীনতা আন্দোলনতো প্ৰবৰ্ত্তন কৰিছিল। ইয়াৰ দ্বাৰা দেশৰ হকে আৰু জাতীয় অনুষ্ঠানৰ কাৰণে সামান্য হলেও সকলোৰে অৰিহণা বিচাৰিছিল। সকলো যাতে জড়িত হৈ স্বাধীনতা আন্দোলনেই হওক বা শ্ৰীমন্ত শঙ্কৰ মিচনেই হওক নিজৰ বুলি ভাবিব পাৰে তাকেই তেওঁ বিচাৰিছিল। ভুঞাৰ এনে আদৰ্শৰ ডাঙৰ তাৎপৰ্য আছে বুলি ভাবিব পাৰি। বিশেষকৈ সেই সময়ত আমাৰ অসমত চহকী লোকৰ সংখ্যা কম আছিল আৰু সৰ্ব্বসাধাৰণ লোক সামাজিক বা অৰ্থনৈতিক ভাবে সচেতন নাছিল। ভুঞাই অনুষ্ঠান গঢ়াৰ নামত ৰাইজৰ মাজত জাতীয় জাগৰণ আনিবলৈ প্ৰয়াস কৰিছিল।

হলধৰ ভুঞা খঙাল আছিল কিন্তু সেই খং বা অভিমান আছিল তেনেই ক্ষন্তেকীয়া। এবাৰ শ্ৰীমন্ত শংকৰদেৱ সংঘৰ এজন প্ৰধান সেৱক ৰমাকান্ত মুক্তিয়াৰ আতাৰ লগত তেওঁৰ কিবা প্ৰসঙ্গ লৈ মতভেদ হয়। কিন্তু সেই জন ৰমাকান্ত মুক্তিয়াৰ ভুঞাৰ সোঁহাত স্বৰূপ আছিল। ১৯৫৪ চনত নগাঁৱৰ ভেৰভেৰি গাঁৱত সংঘৰ জিলা অধিবেশন হৈছিল। সেই অধিবেশনৰ সভাপতিৰ আসন শুৱাইছিল সুসাহিত্যিক ডিম্বেশ্বৰ নেওগ ডাঙৰীয়াই। সেই সভালৈ হলধৰ ভুঞা আৰু মুক্তিয়াৰ আতাক সুকীয়া সুকীয়াকৈ নিয়াৰ ব্যৱস্থা কৰা হৈছিল। দুয়োজন যেতিয়া সভাত উপস্থিত হ'ল তেতিয়া সকলোৰে অপাৰ আনন্দ। এই কাৰ্যত বালিৰাম দাস আৰু লীলা বৰকাকতিয়ে বিশেষ ভাবে সহায় কৰিছিল। দুয়োজন সভাস্থলত থাকোঁতে ডিম্বেশ্বৰ নেওগদেৱে ঘোষণা কৰিলে ভেৰভেৰি গাঁও মিলনপুৰ গাঁৱলৈ পৰিবৰ্ত্তন হ'ল। সভাত ঘোষণা কৰিলে সংঘৰ

দুটা লাইখুটা ভূঞা আৰু মুক্তিয়াৰ আতা উপস্থিত হৈছে। কিন্তু দোষত দুয়োজনৰ মাজত মতৰ অমিল হৈ দূৰে দূৰে থকাটো সংঘৰ কাৰণেই ভাওৰ ক্ষতিকাৰক। সেয়েহে সভাপতিয়ে দুয়োজনকে সকলো দোষ এৰি পুণৰ সজীভকত হ'বলৈ কাতৰ অনুৰোধ জনোৱাত ভূঞা আগবাঢ়ি গৈ মুক্তিয়াৰ আতাক আলিঙ্গন কৰিলে। তাতেই ক্ষান্ত নাথাকি পিছদিনা মুক্তিয়াৰ আতাক তেওঁৰ ঘৰলৈ আমন্ত্ৰণ জনালে। হলধৰ ভূঞাৰ উদাৰ মনোভাব আৰু ক্ষন্তেকীয়া খং অভিমানৰ ফলতে এনে মিলন সম্ভৱ হৈছিল। সেই মিলনে সংঘৰ শক্তি বঢ়ালে।

এবাৰ জামুগুৰিৰ এটি দলে বৰপেটা, পাটবাউসী, বৰদোৱা আদি গুৰুজনাৰ তীৰ্থদৰ্শন কৰাৰ উদ্দেশ্যে আহিছিল। বৰদোৱাতে তেওঁলোকৰ সন্ধিয়া লাগিল কিন্তু তাত থকাৰ কোনো ব্যৱস্থা তেতিয়া নাছিল। নগাঁও পাই শংকৰ মন্দিৰত খবৰ কৰিও থকাৰ সুবিধা কৰিব নোৱাৰিলে। সেই দলৰ এগৰাকীয়ে হলধৰ ভূঞাক চিনি পাই। গতিকে গোটেই দলটো তেওঁৰ ঘৰত উপস্থিত হ'লগৈ নিশা ১০ মান বজাত। তীৰ্থযাত্ৰী সকলৰ অসুবিধাৰ কথা জানি ভূঞাই আথেবেথে সকলোকে বহিবলৈ ক'লে আৰু ওচৰৰ বজাৰৰ পৰা চাও, দৈ, গুৰ আদি অনাই ভোজন কৰাৰ সুবিধা দিয়াই নহয় সকলোকে ৰাতিটো শোৱাৰো ব্যৱস্থা কৰি দিলে। মানবদৰদী ভূঞাই বিপদ আপদত পৰা যিকোনো লোকক সাধ্য অনুযায়ী সেৱা শুশ্ৰূষা কৰাত কেতিয়াও কৃপণালি কৰা নাছিল। তেওঁৰ কাৰণে যত জীৱ তত শিৱ। মানুহেই ভগবান। মানুহৰ সেৱাৰ দ্বাৰাই তেওঁ ভগবানৰ ভক্ত হোৱাৰ আদৰ্শ গ্ৰহণ কৰিছিল। অকল মানুহেই নহয়। তেওঁ কুকুৰ, মেকুৰী, গৰু, ছাগলী, শালিকা আদি জীৱকো ভগবানৰ সৃষ্টিৰ জীৱ বুলি বিবেচনা কৰি সেই সকলোৰে প্ৰতি দয়াৰ ভাব প্ৰদৰ্শন কৰিছিল।

ভূঞাৰ গুণৰ শেষ নাই। কৰ্মব্যস্ত জীৱনত তেওঁ কেতিয়াও অতিষ্ঠ হোৱাৰ উদাহৰণ নাই। পুৱাৰ পৰা নিশালৈকে অনেক মানুহৰ সম্পৰ্কলৈ আহিও তেওঁ কাৰো প্ৰতি অসৎ আচৰণ নকৰে। সহজ সৰল জীৱন যাপন আৰু উচ্চ চিন্তাই আছিল তেওঁৰ মূলমন্ত্ৰ। কোনোবাই তেওঁৰ অপকাৰ কৰিবলৈ চেষ্টা কৰিলেও তেওঁ কাৰো প্ৰতি বৈৰী ভাব পোষণ নকৰে। ভগবানৰ কৰুণাৰ ওপৰত অগাধ

বিশ্বাসে অদ্ভুত মানসিক বল আনি দিছিল। তেওঁ কেতিয়াও হতাশ হোৱা নাছিল। তেওঁ বিশ্বাস কৰিছিল তেওঁ কাৰো অন্যায় কৰা নাই আৰু ন্যায়ৰ জয় সুনিশ্চিত। সত্য আৰু ন্যায়ৰ পথত চলা কাৰণেই হলধৰ ভূঞাই সফলতা লাভ কৰিলে। আদৰ্শ কৰ্মযোগী ৰূপে জনাজাত হৈ পৰিল।

০০০

# গঠনমূলক নেতা লোকসেৱক হলধৰ ভূঞা

শ্ৰীমুনীন্দ্ৰ নাথ শইকীয়া

জাতিৰ পিতা মহামানৱ মহাত্মা গান্ধীৰ পৌৰোহিত্যত পৰিচালিত ভাৰতৰ স্বাধীনতা সংগ্ৰাম ভাৰতবাসীৰ কাৰণে অকল ৰাজনৈতিক সংগ্ৰামেই নাছিল, এই সংগ্ৰাম আছিল ভাৰতীয় জন-জীৱনৰ সামাজিক আৰু অৰ্থনৈতিক জাগৰণৰো সংগ্ৰাম। ১৮৮৫ খ্ৰীঃত ইংৰাজ চিভিলিয়ান হিউমৰ যত্নত স্থাপিত চিভিলিয়ান আৰু বেৰিষ্টাৰসকলৰ ৰৰমেল ভাৰতীয় জাতীয় কংগ্ৰেছক জনমুখী কৰি বিশ্বৰ সৰ্ববৃহৎ জনানুষ্ঠানত পৰিণত কৰিছিল গান্ধীজীয়ে। ভাৰতৰ সু-সংগঠিত জনগণৰ নৈতিক শক্তিৰ ওপৰত গান্ধীজীৰ আছিল অটল বিশ্বাস। গান্ধীজীয়ে সেই কাৰণে ভাৰতৰ সকলো স্তৰৰ জনগণক সংগঠনৰ জৰিয়তে একত্ৰিত কৰা, ভাৰতৰ পৰা বিদেশী শক্তিক বহিষ্কাৰ কৰাৰ ঘাই আধাৰ বুলি সততে গণ্য কৰিছিল। অহিংসা আছিল গান্ধীজীৰ ঘাই আশ্ৰয়, কংগ্ৰেছ অনুষ্ঠান আছিল ভাৰতৰ জনগণক ৰাজনৈতিক মঞ্চত একত্ৰিত কৰা প্ৰধান আহিলা।

এই মণি কাঞ্চনৰ সংযোগত জন্ম হৈছিল ভাৰতীয় নৈতিক শক্তিৰ অজেয় বুনিয়াদ স্বাধীনতা সংগ্ৰামত ব্যৱহৃত অহিংস ব্ৰহ্মাস্ত্ৰৰ।

খ্ৰীষ্টপূৰ্ব ষষ্ঠ শতাব্দীত আৱিৰ্ভাৱ হোৱা ভগৱান গৌতম বুদ্ধই শিক্ষাৰ দুৱাৰ সকলো বৰ্ণৰ লোকৰ কাৰণে মোকোলাই দিছিল আৰু সেইদৰে বিংশ খ্ৰীষ্টাব্দৰ আদি ভাগত মহামানৱ মহাত্মা গান্ধীয়েও ৰাজনীতিৰ দুৱাৰ মোকলাই দিছিল ভাৰতৰ সকলো জনসাধাৰণৰ কাৰণে। লগে লগে ভাৰতৰ ইতিহাসত জন্ম হ'ল ইতিহাসৰ নতুন অধ্যায় জনতা যুগৰ। ইয়াৰ ফলত গান্ধীজীয়ে বিদেশী শক্তিক ভাৰতৰ পৰা বহিষ্কাৰ কৰাৰ কাৰণে লাভ কৰিছিল অফুৰন্ত শক্তিৰ অকৃত্ৰিম সমৰ্থন। হিমালয়ৰ পৰা হিন্দুসাগৰলৈ, কাশ্মীৰৰ পৰা শদিয়ালৈকে সমগ্ৰ উপমহাদেশখনৰ জনগণক ৰাজ-

নৈতিক মঞ্চত একে মন্ত্ৰে দীক্ষিত কৰাৰ গুৰু-ভাৰ বহন কৰে ভাৰতৰ ইতিহাসত প্ৰথমবাৰৰ কাৰণে গান্ধীজীয়ে।

চুম্বকে লো আকৰ্ষণ কৰাৰ দৰে গান্ধীজীয়ে আকৰ্ষণ কৰিছিল ভাৰতীয় জনতাৰ মাজত এচাম স্বদেশপ্ৰেমী, নিস্বাৰ্থ, উছৰ্গীকৃত আৰু একাগ্ৰ কৰ্মীৰ। এই চাম লোকৰ ত্যাগ, অধ্যৱসায়, প্ৰচেষ্টা নিষ্ঠা, অক্লান্ত পৰিশ্ৰম আৰু কৰ্মনৈপুনতাৰ ফলত গান্ধীবাদ হৈ পৰিছিল ভাৰতীয় জনজীৱনৰ মুক্তিমন্ত্ৰ।

অসমত গান্ধীবাদ বিশ্বাসী যিসকল লোকে নেৰানেপেৰা ভাবে গঠনমূলক কামত আত্মনিয়োগ কৰি নিস্বাৰ্থ ভাবে গান্ধীবাদ অসমৰ সকলো স্তৰৰ লোকৰ মাজত জনপ্ৰিয় কৰি ভাৰতৰ স্বাধীনতা সংগ্ৰামৰ কাৰণে চক্ৰবেহু ৰচনা কৰিছিল, সেই সকলৰ অন্যতম আছিল নগাঁৱৰ লোকসেৱক হলধৰ ভূঞা।

লোকসেৱক হলধৰ ভূঞাদেৱ আছিল একেধাৰে গান্ধী যুগৰ এজন কৰ্মযোগী, আজীৱন যুঁজাৰু হিমালয়ৰ দৰে গান্ধীবাদত অটল বিশ্বাসী, দুৰ্গতসকলৰ পৰম বন্ধু, প্ৰাৰ্থীৰ কল্পতৰু, মহাপুৰুষীয়া ধৰ্মৰ একান্ত ভকত, গঠনমূলক কামৰ বিশ্বকৰ্মা আৰু নীতি নিয়ম বহিৰ্গত ৰাজনীতিৰ ঘোৰ বিৰোধী। লোকসেৱক গৰাকী আছিল নেতাসকলৰ মাজত এজন গঠনমূলক কৰ্মী আৰু কৰ্মীসকলৰ মাজত এজন গঠনমূলক নেতা। তেখেতে সকলো স্তৰৰ লোকক অতি সোনকালে আপোন কৰি লব পৰাৰ কাৰণে তেখেতক সকলোৱে অন্তৰেৰে ভাল পাইছিল আৰু তেখেতে কোৱা কথা বেদবাক্য বুলি কিঞ্চিতমানো দ্বিধাবোধ নকৰি সাদৰেৰে গ্ৰহণ কৰিছিল।

লোকসেৱক ভূঞাদেৱ গঠনমূলক কৰ্মপদ্ধতি, বিচক্ষণ বুদ্ধি, সাংগঠনিক প্ৰতিভা, অধ্যৱসায়, ব্যক্তিত্ব উদাৰ-মনা স্বভাৱ, মৰম-চেনেহ দয়া আদি প্ৰায়বোৰ সজ গুণৰ গৰাকী হোৱাৰ কাৰণে অসমৰ ৰাইজৰ মাজত তেখেত এজন গান্ধীযুগৰ অবিসম্বাদী নেতা হৈছিল। তেখেতে সেৱাৰ মনোবৃত্তিৰেহে ৰাজনীতি গ্ৰহণ কৰিছিল, ক্ষমতাৰ মোহত নহয়। মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱ আছিল তেখেতৰ আধ্যাত্মিক গুৰু আৰু মহামানৱ মহাত্মা গান্ধী আছিল ৰাজনৈতিক গুৰু। জনকল্যাণ সাধনেই আছিল দুয়োগৰাকীৰ মাই লক্ষ্য, মাত্ৰ পন্থাহে আছিল বেলেগ বেলেগ।

অসহযোগ আন্দোলন আৰু আইন অমান্য আন্দোলন কালীন

অসমৰ যাতায়ত ব্যৱস্থা আজি কালিৰ দৰে নাছিল। সেই সময়ত যাই পথবোৰেও শিলগুটিকে দেখা নাছিল। জনসংযোগ ব্যৱস্থা আৰু প্ৰচাৰ মাধ্যম বুলিবলৈ দৰাচলতে একো নাছিল। ডাক-তাঁৰ ব্যৱস্থাও সীমাবদ্ধ আছিল চহৰ সমূহৰ ভিতৰতে। বাতৰি কাকত আলোচনী আদিয়ে চহৰৰ চাৰিসীমা অতিক্ৰম কৰি গাঁৱত প্ৰবেশ কৰিব পৰা নাছিল। এনে অৱস্থাত কংগ্ৰেছৰ বাণী এঠাইৰ পৰা আন ঠাই পাবলৈ ভালেমান দিন লাগিছিল, বিশেষকৈ অসমৰ গাওঁ অঞ্চলত। এই প্ৰতিকূল অৱস্থাকো আওকান কৰি কংগ্ৰেছ কৰ্মী-সকলে গাঁৱত মহাত্মাৰ অহিংসা বাণী নিজৰ সুখ-দুখৰ কথা সমূলি নাভাবি প্ৰচাৰ কৰি ফুৰিছিল। নগাঁও আৰু অসমৰ বিভিন্ন ঠাইত লোকসেৱক শৰাকী আছিল সেই নিস্বাৰ্থ, স্বদেশপ্ৰেমী, ত্যাগী আৰু নৈতিক বলত বলীয়ান কংগ্ৰেছী লোকসকলৰ প্ৰেৰণাৰ উৎস আৰু আদৰ্শৰ জ্বলন্ত প্ৰতীক।

কংগ্ৰেছে অসমত চলোৱা কানি নিবাৰণী অভিযানত কংগ্ৰেছী ভলণ্টিয়াৰসকলে বিভিন্ন সমস্যাৰ সন্মুখীন হবলগা হৈছিল। কানীয়াসকল আছিল স্বভাৱতে ঘোৰ এলেহুৱা, ধোদৰ পচলা আৰু বিচনাৰ পৰা লৰচৰ নকৰা আৰাম প্ৰিয় লোক। কানি এৰাৰ কথা কোৱা লোকসকলক তেওঁলোকৰ ঘোৰ শত্ৰু বলি গণ্য কৰিছিল আৰু তেনেলোকক অকথ্য কথাৰে গালি-শপনি পাৰি খেদি দিছিল। কানি এৰা সম্পৰ্কে তেওঁলোকে কোনো কথা শুনিবলৈ কেতিয়াও ইচ্ছা কৰা নাছিল। কানীয়াসকলক কানি ৰবৰিহৰ অপকাৰিতা সম্পৰ্কে বুজাবলৈ এক অভিনৱ ব্যৱস্থা লোকসেৱক শৰাকীয়ে চিন্তা কৰি উলিয়াইছিল। কানীয়াৰ ওচৰলৈ যোৱা ভলণ্টিয়াৰসকলক লগত একোখন সৰু আৰ্চী লৈ যাবলৈ কৈছিল আৰু কথা প্ৰসঙ্গত কানীয়াৰ মুখখন আৰ্চীত চাবলৈ দিহে কানি ৰবৰিহৰ অপকাৰিতাৰ বিষয়ে কবলৈ পৰামৰ্শ দিছিল। সকলো মানুহে নিজ নিজ মুখখন চাই শৰীৰৰ অৱস্থা অনুভৱ কৰে। সেই কাৰণে কানীয়াসকলে আৰ্চীত নিজ নিজ মুখখন দেখাৰ পিছত কানি সেৱনৰ প্ৰতি তেওঁ-লোকৰ বিৰাগ ভাব জন্মিছিল। ফলত বহুত কানীয়াই কানি সেৱন এ:কবাৰেই ত্যাগ কৰিছিল আৰু পাছত কংগ্ৰেছ ভলণ্টিয়াৰ হৈ আন কানীয়াকো কানি সেৱনৰ পৰা বিৰত কৰিছিল।

চাৰি অনা পইচা দি কংগ্ৰেছৰ সদস্য হোৱা সেই সময়ত

অধিকাংশ গাওঁবাসীৰ কাৰণে অসম্ভৱ আছিল। লোকসেৱক গৰাকীয়ে এই সমস্যা সমাধানৰো এটা পথ ৰাইজক দিছিল। তেখেতে প্ৰত্যেক ঘৰ গৃহস্থীকে শ্ৰীমন্ত শংকৰ গুৰুৰ নামত এজোপা আৰু কংগ্ৰেছৰ নামত এজোপা মুঠ দুজোপা কল বাৰীৰ এফালে কৰলৈ পৰামৰ্শ দিছিল। আৰু দুয়োজোপা কলৰ মাজত এজোপা তামোল কৰলৈকো কৈছিল। কলে সোনকালে ফল দিয়ে। কল বিক্ৰী কৰি পোৱা ধনৰ চাৰি অনা কংগ্ৰেছক আৰু বাকীখিনি শংকৰ সত্ৰলৈ দিবলৈ কৈছিল। কেই বছৰমানৰ অন্তত কলৰ পিৰি উঠিব আৰু তামোলে গুটি দিব। ইয়াৰ পৰা এটা স্থায়ী দীৰ্ঘকালীন আয়ৰ পথ সুগম হ'ব। সেইদৰে পুৰা-গধূলি ৰান্ধিবলৈ লোৱা চাউলৰ পৰা এমুঠি চাউল কংগ্ৰেছী ভলণ্টিয়াৰৰ নামত এটা পাত্ৰত বেলেগে ৰাখিবলৈ কৈছিল। ইয়াৰ উপৰি সেৱা-সকাম, বিয়া-ভাওনা উৎসৱ আদিৰ পৰাও কংগ্ৰেছী ভলণ্টিয়াৰৰ নামত বেলেগে বেলেগে একোটা সিধা-পাতি ৰাখিবলৈ কৈছিল। ইয়াৰ পৰা সহজে ভলণ্টিয়াৰসকলৰ কৰেণে খাদ্য সংগ্ৰহ হৈছিল আৰু ৰাইজেও কংগ্ৰেছ আৰু কংগ্ৰেছী ভলণ্টিয়াৰৰ নাম সততে লবলগা হৈছিল।

গাঁৱত বহুতো লোকে য'তে ত'তে মলমূত্ৰ ত্যাগ কৰি নিজ বাৰীৰ ঠাইবোৰ অপৰিষ্কাৰ আৰু অস্বাস্থ্যকৰ কৰি পেলাইছিল। সাধাৰণতে বাঁহৰ তলবোৰেই আছিল গাঁৱৰ মানুহৰ মলমূত্ৰ ত্যাগ কৰাৰ প্ৰধান ঠাই। সেই ঠাইবোৰ ভৰিৰে গচকাৰ ফলত গাঁৱত বিভিন্ন ৰোগ সংক্ৰামিত হৈছিল। এই অস্বাস্থ্যকৰ ব্যৱহাৰৰ পৰা হাত সাৰিবৰ কাৰণে গাঁৱৰ লোকসকলক এটা মূল্যবান পৰামৰ্শ লোকসেৱক গৰাকীয়ে দিছিল। প্ৰতি ঘৰ গৃহস্থই বাৰীৰ পাছফালে প্ৰতি মাহৰ আৰম্ভণিতে ৩০ টা বা ৩১ টা সৰু সৰু গাঁত খান্দিব আৰু প্ৰতি দিনে ঘৰৰ সকলোৱে এটা গাঁতত মলমূত্ৰ ত্যাগ কৰি গাঁতটো পুতি পেলাব। ইয়াৰ ফলত মলমূত্ৰৰ পৰা ৰোগ সংক্ৰমণ হোৱা বন্ধ হৈছিল আৰু কিছু পৰিমাণে বাৰীৰ মাটিও সাৰুৱা হৈছিল।

একেডৰা মাটিতে বছৰৰ বিভিন্ন সময়ত বেলেগ বেলেগ শস্যৰ খেতি কৰি লাভবান হবলৈ তেখেতে খেতিয়কসকলক সততে পৰামৰ্শ দিছিল। গোবৰো য'তে ত'তে নেপেলাই খাল খান্দি এঠাইত ৰাখি বিভিন্ন সময়ত সাৰ হিচাবে শস্যত ব্যৱহাৰ কৰিবলৈ তেখেতে ৰাইজক সভাই সমিতিয়ে পৰামৰ্শ দিছিল। দৰাচলতে লোকসেৱক

পথাৰী আছিল আজিৰ কৃষি জগতত প্ৰচলিত "কৃষিচক্ৰ" আৰু পচন সাৰৰ অসমত প্ৰথম উদ্ভাৱক।

সেই সময়ত আজি কালিৰ দৰে গাঁৱে ভূঞে চিকিৎসালয় বা ডাক্তৰ কবিৰাজ নাছিল। গাঁৱৰ অধিকাংশ লোকে প্ৰাচীন অসমীয়া পদ্ধতিৰ চিকিৎসাৰ জৰিয়তে ৰোগ নিৰাময় কৰিছিল। লোকসেৱকে বিভিন্ন সময়ত কংগ্ৰেছৰ কামত গাঁৱলৈ যাওঁতে গাঁৱলীয়া ৰাইজৰ ৰোগাক্ৰান্ত অৱস্থা দেখি তাৰ প্ৰতিকাৰৰ উপায় চিন্তা কৰিছিল। সেই কাৰণে তেখেতে নিজে অসমৰ হাবিত থকা প্ৰায়বোৰ দৰবজাতীয় গছ-লতা দ্ৰব্য-গুণ অধ্যয়ন কৰিছিল আৰু ব্যৱহাৰ কৰি সেইবোৰৰ ফলাফল নিজে ভালকৈ বুজি লৈছিল। বিভিন্ন সময়ত সভা সমিতিত তেখেতে কংগ্ৰেছৰ বাণী প্ৰচাৰ কৰাৰ লগতে কেনেকৈ অসমৰ হাবিত থকা গছ-লতাৰ দ্ৰব্য-গুণৰে ৰোগ নিৰাময় কৰিব পাৰি তাকো বিবৰি কৈছিল। গাঁৱৰ ৰাইজক নিজ নিজ বাৰীত বগাবাহক, বাঘ আঁচোৰা, মহানিম, তিতাফুল, শুকলতি, দমনা, পদিনা, ভাত-তিতা, ভেদাইলতা, কলীয়া তুলসী মানিমুনি, শতমূল, ছালকুঁৱৰী, পনৌনৌৱা, নৰসিংহ, মৰান-আদা ওলকচু আৰু বিশল্যকৰণী আদি সহজে ৰোগ নিৰাময় কৰিব পৰা বিস্তৰ দ্ৰব্য-গুণ থকা দৰবজাতীয় গছ-লতাবোৰ ৰুই লবলৈ পৰামৰ্শ দিছিল। তেখেতে নিজেও নিজৰ বাৰীত এনে ভালেমান দৰব গছ-লতাৰ খেতি কৰিছিল।

আহোম যুগৰ মোমাই তামুলী বৰবৰুৱাৰ দৰে গান্ধীযুগৰ লোকসেৱক হলধৰ ভূঞাও আছিল এজন সুনিপুণ গাঁও সংগঠক। তেখেতে কংগ্ৰেছৰ বাণী প্ৰচাৰ কৰাতে ক্ষান্ত থকা নাছিল তাৰ প্ৰসাৰৰ কাৰণেও বিভিন্ন স্বকীয় পন্থা উদ্ভাৱন কৰিছিল। তেখেতৰ সাংগঠনিক প্ৰতিভা আৰু ৰাইজৰ প্ৰতি থকা অকৃত্ৰিম মৰম চেনেহৰ কাৰণে ৰাইজে তেখেতক নিজ পৰিয়ালৰ জ্যেষ্ঠ আৰু শ্ৰেষ্ঠজন বুলি গণ্য কৰিছিল। কংগ্ৰেছ আৰু হলধৰ ভূঞা এটা মুদ্ৰাৰ দুটা পিঠি বুলি সকলো কংগ্ৰেছী লোকে বিনা দ্বিধাই মানি লৈছিল। সেই কাৰণে হলধৰ ভূঞা বুলি কলেই কংগ্ৰেছকে বুজিছিল আৰু কংগ্ৰেছ বুলি কলে হলধৰ ভূঞাকে বুজিছিল।

লোকসেৱকে গাঁও সংগঠনৰ কাৰণে স্বকীয় ভাবে উদ্ভাৱন কৰা এশ একুৰি পন্থাৰ মাত্ৰ কেইটামানহে ঠাইৰ অভাৱত এই

প্ৰবন্ধত উল্লেখ কৰা হ'ল। এই সম্পৰ্কে চিন্তা-চৰ্চা আৰু গৱেষণাৰ বৃহৎ ক্ষেত্ৰ পৰি আছে। সকলোবোৰ সংগ্ৰহ কৰি লব পাৰিলে ভৱিষ্যতে সমাজকৰ্মীসকলৰ সেইবোৰ প্ৰধান সহায়ক হ'ব।

শ্ৰীমন্ত শংকৰ মিচন লোকসেৱক গৰাকীৰ কৃতিৰ সৌধ মানৱ সেৱাৰ পুণ্য তীৰ্থ, অসমৰ গৌৰৱৰ থল।

ৰাজনৈতিক জোৱাৰ ভাটাৰ মাজত কংগ্ৰেছী লোকসেৱক হলধৰ ভূঞা হয়তো এদিন হেৰাই যাব পাৰে, কিন্তু সংগঠক, লোক-সেৱক হলধৰ ভূঞা অসমৰ সামাজিক ইতিহাসত চিৰদিন জিলিকি থাকিব, তাত অকনো সন্দেহ নাই।

কৃতকৰ্মই প্ৰতিজন লোকক মৃত্যুৰ অন্তত বিচাৰ কৰাৰ সুযোগ দিয়ে। এই বিচাৰৰ বিচাৰপতি জনতাহে, আন কোনো নহয়। জনতাই কৰ্মানুসাৰে প্ৰতিজনক নিজ প্ৰাপ্য আসনত সাদৰেৰে বহুৱাব। জনতা যুগত জনতাৰ ৰায় সৰ্বশ্ৰেষ্ঠ ৰায়।

০০০

# ভূঞাৰ ব্যক্তিত্বৰ দুটা দিশ

শ্ৰীবেৰ ৰৰা

১৯৫০ চন। সেই বছৰ আমি মেট্ৰিক পৰীক্ষাৰ্থী। পৰীক্ষা দি উঠি কেইবামাহো সময়ৰ অপচয় কৰি বহি আছোঁ। পৰীক্ষাৰ ফলাফলৰ কাৰণে অধৈৰ্য্য হৈ পৰিছো। হঠাতে এদিন ৰাতিপুৱা সাত মান বজাত কাৰোবাৰ মুখে শুনিলোঁ যে সেইদিনা মেট্ৰিকৰ ফলাফল ঘোষণা কৰিব। ফলাফল পোৱাৰ একমাত্ৰ উপায় ট্ৰিবিউন বাতৰি কাকত। চাৰিওফালৰ পৰা পৰীক্ষাৰ্থী আৰু অভিভাৱকসকলে বাট ললে ভূঞা ডাঙৰীয়াৰ বাসভৱন অভিমুখে। কাৰণ সমগ্ৰ নগাঁও চহৰত বাতৰি কাকত কেৱল তেখেতৰ ঘৰতহে পোৱা যায়। বাতৰি কাকতৰ ব্যৱসায়ৰ ক্ষেত্ৰত ভূঞা ডাঙৰীয়া আছিল বাটকটীয়া। কাৰণ নগাঁৱত তেখেতেই প্ৰথম ব্যক্তি যি লাভ লোকচানৰ কথা নাভাবি বাতৰি কাকতৰ এজেঞ্চি লৈ তেখেতে সেই সময়ত গুৱাহাটীৰ পৰা প্ৰকাশিত সকলো বাতৰি কাকত নগঞা ৰাইজৰ বাবে সহজ লভ্য কৰি তুলিছিল। এই কাৰ্য্য তেখেতৰ দেশ সেৱাৰ এটা নিদৰ্শন বুলি ক'ব পাৰি।

আমি আহি পোৱাৰ আগতেই তেখেতৰ পদূলি মুখত ছাত্ৰৰ ভিৰ। ভূঞাদেৱক আগৰে পৰাই আমি ভালকৈ চিনি পাওঁ। নানান ৰাজহুৱা সভা সমিতিত আমি দেখা পাইছিলো। কাৰণ আমি আছিলোঁ নগাঁও চহৰৰ ভচন হাইস্কুলৰ ছাত্ৰ। চুটি-চাপৰ শকত-আৱত, খোলোকা মানুহজন, চুলিখিনি পকা আৰু কান্ধলৈকে ওলমি পৰা। তেখেতে সাধাৰণতে খদ্দৰৰ চুৰিয়া কুৰ্ত্তা পৰিধান কৰিছিল।

এঘাৰমান বজাত ভূঞা ডাঙৰীয়াই হাতত কাকত এনুৰা লৈ বাহিৰলৈ ওলাই আহিল। ল'ৰাবোৰে খেলাহেচা কৰি তেখেতক ঘেৰি ধৰিলে। তেখেত বিতত হৈ দুই হাতেৰে টোপোলাটো ওপৰলৈ তুলি ল'লে। "তোমালোকে ধৈৰ্য্য ধৰা, হাতত পইচা উলিয়াই

লোৱা, মই এখন এখনকৈ কাগজ দি যাম।" তেখেতে ডাঙৰকৈ ক'লে। তেখেতৰ কথালৈ কোনেও ভ্ৰূক্ষেপ নকৰিলে। কেৱল থেলাহেচা, চিক্ৰৰ বাখৰ, তেখেতৰ হাতৰ পৰা কাকত থপিয়াই নিয়াৰ চেষ্টা'। উপায়ান্তৰ হৈ তেখেতে কেইবাবাৰো চিঞৰিলে—"প্লে হেণ্ডাৰচ্ সুড বি ৰেচপেকটেদ"। 'একো কামত নাহিল। বয়োজ্যেষ্ঠজনক সম্মান জনোৱাৰ কথা হয়তো সকলোৱে পাহৰি গৈছিল। মানুহৰ মাজৰ পৰা পুনৰ ভূঞাদেৱৰ মাত শুনা গ'ল—"ল'ৰাহঁতৰে উপকাৰ হওঁক" বুলি কাকতৰ টোপোলাটো দূৰলৈ দলিয়াই দি তেখেত ভিৰৰ মাজৰ পৰা ওলাই গ'ল।

১৯৫৩ চন। আমাৰ কলেজীয়া জীৱনৰ কথা। অসম বিধান সভাৰ প্ৰাক্তন বিধায়ক শ্ৰীচামচুল হুদা ডাঙৰীয়া তেতিয়া নগাঁও কলেজৰ ৪ৰ্থ বাৰ্ষিকৰ ছাত্ৰ। ছাত্ৰ অৱস্থাৰ পৰাই তেখেত আছিল মাৰ্ক্সবাদৰ ভক্ত। সকলো সময়তে তেখেতে কান্ধত জোলোঙা এটা ওলোমাই লৈ ফুৰে। জোলোঙাত কলেজৰ প্ৰয়োজনীয় কিতাপ বহী আৰু বিক্ৰীৰ কাৰণে কেইখন নতুন কিতাপ আৰু আলোচনী। শ্ৰমৰ মৰ্য্যাদা ভালকৈ বুজি পোৱা ছাত্ৰজন আছিল সকলোৰে শ্ৰদ্ধাৰ পাত্ৰ আৰু আদৰ্শ স্বৰূপ। অতি সাধাৰণ সাজ পোচাকতেই তেখেতৰ ব্যক্তিত্ব ফুটি উঠিছিল।

কলেজৰ শ্ৰেণীসমূহ চলি থকা অৱস্থাতে এদিন এটা বৰ ডাঙৰ অঘটন ঘটিল। কান্ধত সদায় ওলোমাই লৈ ফুৰোৱা জোলোঙাটো লৈ কিবা কামত তেখেত গৈছিল সদৰ থানালৈ। তেখেতে এটা চিগাৰেট হুপি হুপি গৈ গৈ সদৰ থানাৰ দুৱাৰ মুখত ঠিয় হৈছিলগৈ। সেই সময়ত থানাৰ অ'চিজন আছিল উজনি অসমৰ মানুহ। তেখেতৰ উপাধিটো শৰ্মা কাকতী। অ'চি চাহাবে চিগাৰেট হুপি হুপি দুৱাৰদলিলৈকে যোৱা সেই সহজ সৰল মানুহজনলৈ পেন্দোৱাকৈ চালে। হুদা ডাঙৰীয়াই চিগাৰেটটো পেলাই দি দুৱাৰদলি পাৰ হৈছিলহে মাথোন, অ' চি চাহাব চকীৰ পৰা বিজুলী সঞ্চাৰে উঠি আহি অকথ্য গালি শপনি পাৰি ঠেলি হেচি বাহিৰ কৰি দিলে।

কথা বুলিলেই বতাহ। এক মুহূৰ্ত্তে কলেজত এই জনপ্ৰিয় ছাত্ৰজনক অবাবতে কৰা অপমানৰ কথা সদৰি হ'ল। ছাত্ৰসকল উত্তেজিত হৈ পৰিল। উত্তেজিত ছাত্ৰসকল থানা অভিমুখে যাত্ৰা কৰিব খুজিলে। চাৰসকলে বহুত বুজাই বঢ়াই ছাত্ৰসকলক বাধা দি

ৰাখিলে। কিন্তু অনিৰ্দ্দিষ্ট কাললৈ কলেজ ধৰ্মঘট আৰম্ভ হ'ল। ছাত্ৰ-ছাত্ৰীৰ দাবী –অ'চিক বৰ্খাস্ত কৰিব লাগে। উপায়ুক্ত আৰু আৰক্ষী অধীক্ষকৰ ওচৰত চৰম পত্ৰ দাখিল কৰিলে। কেইবাদিনো পাৰ হৈ গ'ল। এঃকো মীমাংসা নহ'ল। চৰকাৰ পক্ষইও সেও নেমানে—ছাত্ৰসকলো আকোৰগোজ।

মধ্যস্থতা আৰম্ভ কৰিলে কলেজ পৰিচালনা সমিতিৰ সক্ৰিয় সদস্য হলধৰ ভূঞা ডাঙৰীয়াই। সেয়া আছিল ভূঞা ডাঙৰীয়াৰ চাৰিত্ৰিক বৈশিষ্ট্য। সমাজৰ সকলো জটিল পৰিস্থিতিতেই তেখেত উদ্বিগ্ন হৈ পৰিছিল আৰু সমস্যা সমাধানৰ কাৰণে আগবাঢ়ি আহিছিল। কলেজৰ ছাত্ৰ-ছাত্ৰীসকলক লৈ জুবিলী খেল পথাৰত পাতিলে এখন ৰাজহুৱা সভা। পৰিচালনা সমিতিৰ কেবাজনো সদস্য, কেবাজনো শিক্ষক আৰু অধ্যক্ষ যঃজ্ঞেশ্বৰ শৰ্মাদেৱো সভাত উপস্থিত আছিল। সভাত সভাপতিত্ব কৰিলে ভূঞা ডাঙৰীয়াই। অনেক আলোচনাৰ পিচত সভাপতিৰ আসনৰ পৰা ভূঞা ডাঙৰীয়াই প্ৰস্তাব দাঙি ধৰিলে যে অ'চিয়ে ক্ষমা খুজিব লাগিব। ছাত্ৰ-ছাত্ৰীসকলৰ মন কুমলিল। কোনোবাই পাছ ফালৰ পৰা চিঞৰিলে—"উপযুক্ত সিদ্ধান্ত হৈছে।" বিলম্ব নকৰি সভাপতিয়ে দ্বিতীয় প্ৰস্তাব আগবঢ়ালে "হুদাক লগত লৈ এতিয়াই চাৰিজনমান ছাত্ৰ মোৰ লগত থানালৈ ওলোৱা। কথা বিষম যেন দেখি আমি এৰেঠাইতে বহা ছাত্ৰখিনিয়ে ফুচফুচাই আলোচনা কৰিলোঁ। চকুৰ পচাৰতে এজনে ঠিয় হৈ ক'লে—"আমি থানালৈ কেতিয়াও নাযাও। অ'চি ইয়ালৈ আহি ক্ষমা খুজিব লাগিব।" মুহূৰ্ত্তে সভাপতিয়ে উগ্ৰমূৰ্ত্তি ধাৰণ কৰিলে। একে জাপেই সভাপতিৰ আসনৰ পৰা আঁতৰি আহি ক'লে—"ল'ৰা-লুৰিৰ মেললৈ আহিব নাপায়। মই সভা চলাব নোৱাৰোঁ।" এইবাৰ মধ্যস্থতা কৰিলে অধ্যক্ষ শৰ্মাচাৰে। চাৰৰ বুজনিত ছাত্ৰসকলে সন্মতি জনালে। খণ্ডাল সভাপতিৰ মনৰ পৰিবৰ্ত্তন ঘটিল। পুনৰ সভাপতিৰ আসন গ্ৰহণ কৰি জটিল সমস্যাটো সমাধান কৰি দিলে।

০০০

# লোকসেৱকৰ সোঁৱৰণ

**শ্ৰীনবীন কাকতী**

১৯৩০ চনত গান্ধীজীৰ লোণ আইন ভঙ্গ আৰু গান্ধীজীৰ গ্ৰেপ্তাৰ হোৱাৰ লগে লগে দেশ ব্যাপী আইন অমান্য আন্দোলন আৰম্ভ হয়। সেই সময়তে অসম কংগ্ৰেছৰ অগ্ৰণী নেতা তৰুণৰাম ফুকন আৰু কেইজনমানে কংগ্ৰেছ ত্যাগ কৰি স্বৰাজ্য দল গঠন কৰাত কংগ্ৰেছৰ অচল অৱস্থা আৰম্ভ হয়। অসম প্ৰাদেশিক কংগ্ৰেছ আৰু গুৱাহাটী জিলা কংগ্ৰেছ নতুনকৈ গঠন কৰা হয়। আনহাতেদি নগাঁও, ছিলেট, যোৰহাট, তেজপুৰ আদি ঠাইত আইন অমান্য আন্দোলন ব্যাপক হৈ পৰে। এই প্ৰসঙ্গতে নগাঁৱত হলধৰ ভূঞা আৰু কনকচন্দ্ৰ শৰ্মা আদিয়ে নগাঁৱত কংগ্ৰেছৰ নেতৃত্ব দি আন্দোলন শক্তিশালী কৰাৰ কথা আমি জানিছিলোঁ।

১৯৩১ চনৰ মাৰ্চ মাহৰ ১৭ তাৰিখে নগাঁৱত প্ৰাদেশিক কংগ্ৰেছৰ সভা বহিছিল। গান্ধী আৰউইন চুক্তিত অনুমোদন জনোৱা আৰু সংগঠন আদিৰ বিষয়ে আলোচনাৰ কাৰণে। শিৱসাগৰৰ পৰা প্ৰতিনিধি হৈ আমি সেই সভালৈ গৈছিলোঁ। সেই সভাতে ভূঞাৰ লগত আমাৰ দেখা সাক্ষাৎ হয়। নগাঁও জিলা কংগ্ৰেছৰ শৃঙ্খলাবদ্ধতা আৰু শক্তিশালী অৱস্থা দেখি আমি উৎসাহিত হৈছিলোঁ। ভূঞাই প্ৰতিনিধি সকলৰ খোৱা-বোৱাৰ কাৰণে বিভিন্ন খাদ্য সামগ্ৰী দান বৰঙণিৰূপে সংগ্ৰহ কৰিছিল। তেওঁৰ আন্তৰিকতাই সকলোকে মুগ্ধ কৰিছিল।

১৯২২ চনৰ ফেব্ৰুৱাৰী মাহত চৌৰীচৌৰা ঘটনাৰ বাবে গান্ধীজীয়ে অসহযোগ আন্দোলন বন্ধ কৰাত গোটেই ভাৰত ব্যাপী কংগ্ৰেছ কৰ্মীসকলৰ মাজত অৱসাদে দেখা দিয়ে। জেলৰ পৰা মুক্ত হৈ উকিল সকলে ওকালতি আৰম্ভ কৰে। যিবিলাক অৱস্থা পূৰ্ণ সেইবিলাক ছাত্ৰই পুনৰ স্কুল, কলেজত ভৰ্ত্তি হয়গৈ। সমস্যা হৈছিল গাঁৱৰ মেধাৱী ছাত্ৰসকলৰ, যিসকলে বৃত্তি পাই কলেজত পঢ়িবলৈ

গৈছিল। আৰু যিসকলে মণ্ডল, শিক্ষক, কেৰানী আদিৰ চাকৰি এৰে। জেল, জৰিমনা, মাটি আদি সা সম্পতি বাজেয়াপ্ত হৈছিল। দুই চাৰিজন গাঁৱৰ কলেজ ত্যাগ কৰি অহা ছাত্ৰই স্কুল স্থাপন বা জাতীয় স্কুলৰ কামত সোমায়। অসমৰ একনিষ্ঠভাবে কাম কৰা কংগ্ৰেছী কৰ্মী বা সমাজসেৱক সকলৰ এটা সমস্যা আছিল যে তেওঁলোকক ভৰন পোষণৰ কাৰণে অনুষ্ঠানৰ পৰা কোনো ধৰণৰ আৰ্থিক সাহায্য দিব নোৱাৰে। আনহাতে বানচ ললেও সমাজে হেয় চকুৰে চাই। কিন্তু অন্য প্ৰদেশ বিলাকত একনিষ্ঠভাবে কংগ্ৰেছ আৰু সমাজসেৱা অনুষ্ঠানত কাম কৰা কৰ্মীসকলৰ মাহিলি বানচ দিয়াৰ নিয়ম চলি আহিছিল সেই যুগতো।

ভূঞাদেৱেও জীৱন নিৰ্ব্বাহৰ কাৰণে বিভিন্ন ব্যৱসায় কৰিবলৈ বাধ্য হৈছিল। কিন্তু কংগ্ৰেছ আৰু অন্যান্য ৰাজহুৱা, সমাজ সেৱা মূলক কামত ব্যস্ত থাকিবলগীয়া হোৱাত, প্ৰতিটো ব্যৱসায় হৈ পৰিছিল একোটা বোজাৰ দৰেহে।

১৯৩৭ চনত ভূঞাদেৱ বিধান সভাৰ সদস্য হয়। ভূঞাৰ অতি সান্নিধ্যত অহাৰ সুযোগ ঘটে। বিধান সভা বহিলে কৰ্ম্মযোগী ভুৱন চন্দ্ৰ গগৈদেৱে আমাক লগত লৈ গৈছিল। আনহাতে শিৱসাগৰৰ স্বৰ্গীয় সোনাৰাম দত্ত কংগ্ৰেছ দলৰ অন্যতম এজন সম্পাদক আছিল। কংগ্ৰেছ দলীয় সভাত আৰু বিধান সভাত প্ৰতিজন কংগ্ৰেছী সদস্যৰ কাৰ্য্য লক্ষ্য কৰা সুযোগ পাইছিলোঁ। ভূঞাদেৱ অতি স্পষ্টবাদী আৰু চৰকাৰৰ অতি তীব্ৰ সমালোচক আছিল। কংগ্ৰেছ সংযুক্ত মন্ত্ৰী সভা গঠন হোৱাৰ পাছত ভূঞাদেৱ মন্ত্ৰী সভাৰ দুই চাৰি নীতি কাৰ্য্য তীব্ৰ সমালোচনা আৰু বিশেষকৈ দলীয় সভাত এই লৈ বাদানুবাদ মাজে মাজে অতি তীব্ৰ হৈ উঠিছিল। উদ্ধতম কংগ্ৰেছৰ নিৰ্দ্দেশ মতে ১৯৩৯ চনৰ অক্টোবৰ মাহত অন্য প্ৰদেশৰ কংগ্ৰেছ মন্ত্ৰী সভাৰ লগতে প্ৰধান মন্ত্ৰী লোকপ্ৰিয় গোপীনাথ বৰদলৈ পদত্যাগ নকৰাত, ৭ নৱেম্বৰত শিৱসাগৰত বহা প্ৰাদেশিক কংগ্ৰেছ সভাত বৰদলৈক তীব্ৰ সমালোচনা কৰা সকলৰ ভিতৰত ভূঞাদেৱ অন্যতম আছিল।

১৯৪০-৪১ চনৰ সত্যাগ্ৰহ আৰু ১৯৪২ চনৰ গণ বিপ্লৱত ভূঞাদেৱ প্ৰায়ে তিনিবছৰ অধিককাল জেলত আবদ্ধ থাকিবলগীয়া হৈছিল। জেলৰ পৰা ওলাই নগাঁৱত অসমক পাকিস্তানৰ লগত অন্তভূক্ত কৰা দাবী কৰি মুছলমান সকলৰ মাজত সংখ্যাক মুছলমান

নেতাই শ শ ভেকাক নেচনেল গার্ডৰ প্ৰশিক্ষণ দিয়াতে যি উত্তেজনাৰ সৃষ্টি হৈছিল তাৰ বিৰুদ্ধে জনসাধাৰণক সংগঠন আৰু আনহাতে বিধান সভাৰ নিৰ্বাচনৰ কাৰণেও কংগ্ৰেছ সংগঠনৰ কামতো আত্মনিয়োগ কৰিব লগাত পৰে।

১৯৪৬ চনত অসম বিধান সভাৰ নিৰ্ব্বাচনত কংগ্ৰেছে গৰিষ্ঠতা লাভ কৰি মন্ত্ৰী সভা গঠন কৰে। ৺গোপীনাথ বৰদলৈ দলপতি আৰু ৺হলধৰ ভূঞাদেৱ সাধাৰণ সম্পাদক নিৰ্ব্বাচিত হয়। ভূঞাদেৱৰ লগত শ্ৰীলীলাধৰ কটকী চেক্ৰেটেৰী হিচাবে শ্বিলঙলৈ যায়। তেওঁক অসম কংগ্ৰেছ দলে—পাৰ্টিৰ এছিছটেণ্ট্ সম্পাদক হিচাবে নিযুক্তি দিয়ে। দলীয় সভাত দলপতি আৰু সম্পাদকৰ মাজত তৰ্কাতৰ্কি মাজে মাজে বৰ উত্তপ্ত হৈ উঠিছিল—'তই থাক মই যাওঁ' এনে ধৰণৰ অৱস্থাও হৈ পৰিছিল। দুয়োজন ব্যক্তিয়েই কেতিয়াবা একোটা সৰু সাধাৰণ কথা বা সমস্যা লৈ অলপতে উত্তেজিত হৈ পৰা স্বভাৱৰ লোক আছিল। কিন্তু সি খেৰৰ জুইৰ দৰে খন্তেকীয়া। দুয়োজন ব্যক্তিয়েই পেটত কপট ৰখা বা প্ৰতিশোধ পৰায়ণ স্বভাৱৰ ব্যক্তি নাছিল। তৰ্কাতৰ্কি লাগিল—তাতেই আৰু শেষ। দুই-চাৰিয়ে এনে কথাও উলিয়াইছিলযে ভূঞা বৰদলৈৰ ওপৰত যিহেতু তেওঁক মন্ত্ৰীসভাত লোৱা নাছিল। কিন্তু আমি যি সকল তেওঁৰ লগত অতি ঘনিষ্ঠতা আছিল, আমি জানো বা দৃঢ়ভাৱে কব পাৰো যে প্ৰকৃততে সি সত্য নাছিল। পদ-পদৱী-ক্ষমতা আদিৰ প্ৰতি দুৰ্ব্বলতা বিশেষ কৰি ৰাজনৈতিক ব্যৱসায় হিচাবে লোৱা সকলৰ থকাটো স্বাভাৱিক কথা। কিন্তু ভূঞাদেৱৰ মই জনাত পদ-পদবীৰ বাবে আনৰ দৰে হাবিয়াস থকা ব্যক্তি নাছিল। বৰদলৈৰ লগত যি মতভেদ হৈছিল—সি আছিল, কিছু আদৰ্শ আৰু নীতিগত আৰু অধিক সংখ্যক আছিল শাসন সম্পৰ্কীয় কাৰ্য্যতহে।

ভূঞাদেৱ এজন বিপ্লৱী চিন্তাধাৰাৰ লোক আছিল। জহি, পমি, মৰহী যোৱা বৃটিছ শাসকে এৰি যোৱা আমোলাতান্ত্ৰিক শাসন যন্ত্ৰটোৰ এক আমূল পৰিৱৰ্ত্তন বিছাৰিছিল।

ভূঞাদেৱৰ দৃঢ় বিশ্বাস আছিল যে এই শাসন যন্ত্ৰটোৰ আমূল পৰিৱৰ্ত্তন নকৰিলে, ৰাইজৰ উন্নয়নমূলক কাম আৰু তেওঁলোকৰ শোষণ-মুক্ত কৰা সম্ভৱ নহয়। তেওঁ বিশেষ কৰি বৰদলৈ মন্ত্ৰী সভাৰ প্ৰতি ক্ষুন্ন হৈ পৰিছিল, ১৯৪২ চনৰ গণ বিপ্লৱত নগাঁও

আৰু বিভিন্ন ঠাইত মিলিটেৰীৰ সহায়ত কিছু পুলিছ আৰু কিছু সংখ্যক বিষয়াই জনসাধাৰণৰ ওপৰত যি অমানুসিক অত্যাচাৰ কৰিছিল, সেই বিষয়া সকলৰ প্রতি কঠোৰ শাস্তিমূলক ব্যৱস্থা লবলৈ বৰদলৈদেৱৰ .মন্ত্রী সভা অসমর্থ আছিল।

নগাঁও কংগ্রেছত কিছু সংখ্যক উকিল কংগ্রেছী নেতা ভূঞা দেৱৰ লগত সংঘাত বাঢ়ি যাব ধৰে আনহাতে প্রাদেশিক কংগ্রেছ কিছু সংখ্যক স্বাধীনতা সংগ্রামৰ বিৰুদ্ধিতা কৰা, আন্দোলন দুর্বল কৰিবলৈ বৃটিছ শাসকক সহায় কৰা প্রভাৱশালী ব্যক্তিক কংগ্রেছৰ অন্তর্ভুক্ত কৰাৰ বিৰোধীতা কৰিছিল। কংগ্রেছে আদর্শ, নীতি বর্জন কৰা তীব্র সমালোচনা কৰিছিল।

এনে বিভিন্ন কাৰণত ভূঞাদেৱে ১৯৫১ চনত কংগ্রেছ ত্যাগ কৰি প্রথমতে কৃষক মজদুৰ পার্টিত যোগ দিয়ে। পিছত পি-এছ-পি পার্টিত সোমায়।

ভূঞাদেৱে কংগ্রেছ ত্যাগ কৰিলে, কিন্তু কংগ্রেছ নেতা কর্মীৰ প্রতি তেখেতৰ মৰম, স্নেহ, শ্রদ্ধা অটুত আছিল। বিশেষভাৱে ভূঞাদেৱৰ লগত মোৰ দুটা কথালৈ আলোচনা হৈছিল—এটা হৈছে বনৌষধি আৰু আনটো আছিল বনুৱা সকলৰ মাজত সেৱা আৰু গঠনমূলক কাম কৰা। ভূঞাদেৱৰ বাৰিতে বিভিন্ন ধৰণৰ পাবলৈ নোহোৱা বনৌষধি গছ দেখা পাইছিলো। কিছুমানৰ গুণাগুণ আৰু নাম তেখেতৰ পৰা জানিছিলোঁ। বনৌষধিৰ বিষয়ে অসমৰ ভিতৰতে ভূঞাদেৱ এজন অতি অভিজ্ঞ লোক আছিল। তেখেতে শংকৰ মিচন গঠন কৰা পাছত চাহ বাগানৰ বনুৱা সকলৰ মাজত শিক্ষা, সমাজ সংস্কাৰ আদি কামৰ বিষয়ে সততে মোৰ লগত আলোচনা কৰিছিল। তেখেতে শংকৰ মিচন অনুষ্ঠানটো ৰামকৃষ্ণ মিচনৰ দৰে গোটেই উত্তৰ পূর্ব ভাৰতত প্রসাৰ কৰাৰ কল্পনা কৰিছিল। কিন্তু পুঁজিৰ অভাব, আনহাতে আশা সুধীয়া একনিষ্ঠ ভাৱে কাম কৰা কর্মীৰ অভাৱৰ কথা প্রায়ে তেখেতে দুখ কৰি কৈছিল।

অসমৰ কংগ্রেছ আৰু অসম সেৱা সমিতিৰ ফালৰ পৰাও অনুসূচিত শ্রেণী, বাগান আৰু বস্তিৱালাবনুৱা, ভৈয়ামৰ জনজাতি আৰু পাহাৰ অঞ্চলৰ বাসিন্দা সকলক আর্থিক আৰু সামাজিক উন্নয়নমূলক কাম, আৰু কুষ্ঠৰোগী চিকিৎসা কেন্দ্র আদি স্থাপন কৰা কাম হাতত লৈছিল। ভূঞাদেৱে আলোচনা প্রসঙ্গত কৈছিল,

যে যিহেতু অসমত কৰ্মী আৰু পুঁজিৰ অভাব, গতিকে প্ৰাদেশিক কংগ্ৰেছে ৰাজনৈতিক দৃষ্টিকোণৰ পৰা নিজস্ব ভাৱে এৰা ধৰা কৰি এনে সমাজসেৱা কাম নিজে হাতত নলৈ শ্ৰীমন্ত শংকৰ মিচন, অসম সেৱা সমিতিক পুঁজি আৰু প্ৰশিক্ষনপ্ৰাপ্ত আদৰ্শৱান কৰ্মী এদল গঢ়ি তোলা কামতহে সহায় কৰিব লাগে। কিন্তু ভূঞাদেৱৰ এই পৰামৰ্শ কংগ্ৰেছে গ্ৰহণ নকৰিলে। শেষত কেইবছৰ মানৰ মূৰতে পুঁজি আৰু কৰ্মীৰ অভাৱত কংগ্ৰেছ আৰু অসম সেৱা সমিতিৰ কেন্দ্ৰ বিলাক অচল হৈ পৰে, আনহাতে একে কাৰণতে ভূঞাদেৱে শ্ৰীমন্ত শংকৰ মিচনৰ যি উত্তৰ পূৱ ভাৰতবৰ্ষ জুৰি প্ৰসাৰ কৰা কল্পনা কৰিছিল সিও সম্ভৱপৰ হৈ নুঠিল।

ভূঞাদেৱ আছিল এজন অসমৰ দূৰদৰ্শী নেতা, প্ৰসিদ্ধ মুক্তি যোদ্ধা জনতাৰ সেৱক, কৰ্মীযোগী, সমাজ সংস্কাৰক, সৰ্বৰহী নেতা।

০০০

# শ্ৰীমন্ত শঙ্কৰ মিচনৰ চাৰিটা দশক

শ্ৰীলক্ষেশ্বৰ হাজৰিকা

মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰ অকল ধৰ্ম্ম প্ৰচাৰকেই নাছিল আছিল একাধাৰে মহাপুৰুষীয়া ধৰ্ম্মৰ প্ৰতিষ্ঠাতা, সঙ্গীতজ্ঞ, নাট্যকাৰ, গায়ক নৃত্যবিদ, অভিনেতা, সমাজ সংস্কাৰক যাৰ বাবে তেৰাৰ প্ৰধান আৰু অভেদ্য আত্মাৰ মাধৱপুৰুষে বৰ্ণনা কৰিছে "সৰ্বগুণাকৰ" বুলি। চৰিত পুথিত আছে মহাপুৰুষে অনেক অলৌকিক কৰ্ম কৰিছিল—এবাৰ এগৰাকী আলৰ কুঁজী বুঢীক সুন্দৰ বৰগীত গোৱাৰ কাৰণে শক্তিমান কৰি বিখ্যাত শিপিনী কৰি তুলিছিল। এজনী অন্ধ ছোৱালীক চকুদান দিছিল আৰু শোণিতপুৰত বৰগাঁৱত থকা সময়ত শম্ভু নামৰ এজন কুষ্ঠৰোগীক ৰোগ নিৰাময় কৰিছিল।

অসমত মহাপুৰুষৰ ঘৰত অন্তৰ্দ্ধানৰ পিছত মহাপুৰুষীয়া ধৰ্ম, সংস্কৃতিৰ প্ৰচলন চলি থাকিল। কিন্তু 'সেৱা ৰসৰ" যি ব্যৱস্থা মানৱ সেৱাৰ যি কাৰ্য্য তাক অনেক লোকে উপলব্ধি কৰিলেও কাৰ্য্য ক্ষেত্ৰত প্ৰযোজ্য হোৱা নাছিল।

১৯৫০ চন। কামৰূপ জিলাৰ শুৱালকুছিত মহাপুৰুষৰ ৫০০ শ বছৰীয়া জন্মজয়ন্তী। তাতে এটা প্ৰস্তাব লোৱা হল "অসমত মহাপুৰুষৰ আদৰ্শত এটা সেৱাশ্ৰম (মিচন) খুলিব লাগে।" সেই প্ৰস্তাবকে সাৰোগত কৰি জন্ম জয়ন্তীৰ আয়োজন কৰা তেতিয়াৰ শ্ৰীশ্ৰীশংকৰদেৱ সংঘৰ অন্যতম প্ৰতিষ্ঠাতা, অসমৰ বিশিষ্ট কংগ্ৰেছী নেতা হলধৰ ভূঞাদেৱ আগবাঢ়ি আহিল সেই মিচন প্ৰতিষ্ঠা কৰিবলৈ। সেই বছৰবে বহাগ বিহুৰ পিছত নগাঁও ছোৱালী স্কুলতে প্ৰথম নেত্ৰ কল্যাণ শিবিৰ পাতি অস্ত্ৰোপচাৰৰ দ্বাৰা অন্ধতা দূৰ কৰাৰ প্ৰথম প্ৰয়াস আৰম্ভ হল। সেই শিবিৰৰ প্ৰথম শৈল্য চিকিৎসক আছিল ডঃ প্ৰেমপ্ৰকাশ গুপ্ত যি গোটেই জীৱন (৩১-৩-৮৯) তাৰিখলৈকে মিচনৰ সেৱা আগবঢ়াই অৱসৰ লয়। এই শিবিৰৰ সফলতা আৰু ৰোগীৰ সংখ্যালৈ চাই বছৰি এনে শিবিৰ পতা আঁচনি মিচনে

লৈ ১৯৫০ চনৰে পৰা ১৯৯০ চনৰ মাৰ্চ মাহ পৰ্য্যন্ত সমগ্ৰ অসম নগালেণ্ড, মনিপুৰ, মেঘালয় আদি ৰাজ্য সমূহত ১২৫ টা শিবিৰৰ যোগে ৭০৫০১ টা ৰোগীৰ চিকিৎসা আৰু ৮৪৭৮ জনক অস্ত্ৰোপচাৰ কৰে ।

সেই সময়ৰ জনপ্ৰিয় কংগ্ৰেছী চৰকাৰৰ প্ৰধানমন্ত্ৰী লোকপ্ৰিয় গোপীনাথ বৰদলৈ, ড° ভুবনেশ্বৰ বৰুৱা আদিৰ সহানুভূতিত ভূঞা-দেৱক মিচনৰ মূখ্য কাৰ্য্যালয় খোলাৰ বাবে বৰ্ত্তমান কাৰ্য্যালয় থকা মাটিখিনি পট্টন দিয়ে । ইয়াতে ১৯-১১-১৯৫০ চনত প্ৰথম চকু চিকিৎসালয় স্থাপন কৰা হয় । এই চিকিৎসালয়ৰ মূল ঘৰটি দান দিয়ে ডিব্ৰুগড়ৰ বিখ্যাত ব্যৱসায়ী হনুমানবক্স কানৈয়ে । সেই সময়ত ৪৫,০০০ হেজাৰ টকাত এই চিকিৎসালয় ভৱন নিৰ্মিত হয় । ইয়াত ড° প্ৰেম প্ৰকাশ গুপ্তৰ উপৰি আন এজন লেখত লবলগীয়া চিকিৎসক ড° এচ, ভি পেটেলে ১৯৫৭ চনৰ পৰা ৩১-৩-৮৩ চনলৈ সুখ্যাতিৰে অস্ত্ৰোপচাৰ কৰি মিচনৰ নাম উজ্বল কৰি যায় । প্ৰতিষ্ঠাৰে পৰা ১৯৯০ চনৰ মাৰ্চলৈ এই চিকিৎসালয়ত ১,১৬,৩৬২ জনৰ চিকিৎসা আৰু ১০,৭২৩ জনৰ অস্ত্ৰোপচাৰ কৰা হয় ।

লোকসেৱক হলধৰ ভূঞাদেৱক নেত্ৰকল্যাণ শিবিৰ আৰু চিকিৎসালয় স্থাপনত সক্ৰিয়ভাৱে সেৱা আগবঢ়ালে তেখেতৰ লেফ-টেৰ্নাট, নিয়মানুবৰ্ত্তিতাৰ প্ৰতীক লৌহকৰ্ম্মী ড° ললিত কুমাৰ বৰুৱাই । বৰুৱাদেৱে ভূঞাদেৱৰ পৰা আদৰ্শ লৈ শুদ্ধ প্ৰণালীৰে আঁচনি কৰি চৰকাৰী আৰু বেচৰকাৰী প্ৰতিষ্ঠানৰ পৰা দান, মঞ্জুৰী আৰু সাহায্য আনি মিচনক ভাৰতৰ অন্যতম লেখতলবলগীয়া সেৱাৰ অনুষ্ঠানৰূপে প্ৰতিষ্ঠা কৰে । অসমৰ দুৰ্ভাগ্য এই গৰাকী সেৱকে সমগ্ৰ সত্বা মিচনতে লগাই ১৯৬০ চনত মিচনৰ কামত যাওঁতে এক মটৰ দুৰ্ঘটনাত মৃত্যু বৰণ কৰে । তেখেতৰ মৃত্যুত ভূঞাদেৱে কৈছিল "মোৰ সোঁ হাতখন কটা গ'ল ।"

মিচন প্ৰতিষ্ঠাৰ দুবছৰমান পিচত যোগ দিলে ড° হংসধৰ নাথে । এইজন চিকিৎসকে নিজৰ সকলো কৰ্ম্ম ত্যাগ কৰি ড° বৰুৱাৰ লগত মিচনত লাগি বাটকটীয়া হিচাবে সেই সময়ৰ মিকিৰ পাহাৰত, নগা পাহাৰত, মণিপুৰ, এতিয়াৰ অৰুণাচল ভ্ৰমণ কৰি মেলেৰীয়া, কলাজ্বৰৰ নিয়ন্ত্ৰণ, চিকিৎসা, কুষ্ঠ ৰোগৰ নিয়ন্ত্ৰণ-চিকিৎসা আৰু নেত্ৰকল্যাণ শিবিৰ আদি পতা কাৰ্য্যত বহুমূলীয়া

ৰৰঙলি যোগাই ১৯৭৩ চনত মৃত্যু বৰণ কৰে। তেখেতৰ মৃত্যুত মিচনৰ আন এটা প্ৰেৰণাৰ স্তম্ভ খহি পৰে।

চকু চিকিৎসাৰ লগে লগে অন্ধসকলৰ শিক্ষা আৰু প্ৰশিক্ষণৰ আৰম্ভ কৰা অনুভৱ কৰি ১৯৫৫ চনত উত্তৰ পূব ভাৰতৰ ভিতৰতে প্ৰথম অন্ধ বিদ্যালয় মিচনৰ মূল কাৰ্য্যালয়তে স্থাপন কৰা হয়। পিছত বিদ্যালয়ৰ অৱয়ব ডাঙৰ হোৱাত স্বৰ্গীয় বিমলা প্ৰসাদ চলিহা-দেৱৰ মুখ্য মন্ত্ৰীত্বৰ দিনতে বড়মপুৰত প্ৰায় ৪০ বিঘা মাটি লৈ গৃহাদি নিৰ্ম্মাণ কৰি এই বিদ্যালয় ১৯৬৬ চনত স্থানান্তৰ কৰা হয়। এই বিদ্যালয় স্থাপন আৰু ক্ৰমোন্নতিৰ মূলতে শিক্ষক হিচাপে বিষ্ণু বৰুৱা আছিল আৰু কামত থকা অৱস্থাতে তেখেতৰ ১৯৮৪ চনত মৃত্যু হয়। এই বিদ্যালয় স্থাপনৰে পৰা ১৯৯০ মাৰ্চ মাহ পৰ্য্যন্ত ৮২ জনে প্ৰবেশিকা ২৭ জনে বি, মিউজিক পৰীক্ষা পাছ কৰে আৰু ৩ জন ছাত্ৰই গুজৰাটৰ পৰা কৃষি বিষয়ৰ প্ৰশিক্ষণ লৈ আছে। স্থাপনৰ পৰা মিচনে নিজে নাইবা সক্ৰিয় সহায় কৰি ১৯৯০ চনৰ মাৰ্চ মাহ পৰ্য্যন্ত ৩৬ জনক চাকৰী বা আন প্ৰকাৰে সংস্থাপন কৰে। তিনিজনা ছোৱালীক বিবাহ দি সাংসাৰিক জীৱন যাপন কৰাৰ সুবিধা দিয়ে। মিচনৰ এই সফলতাৰ বাবে ১৯৮২ চনত লেখত লবলগীয়া বিকলাঙ্গৰ কৰ্মদাতা হিচাবে ৰাষ্ট্ৰপতিৰ জাতীয় পুৰস্কাৰ (National Award being outstanding employer of the handi-capped) লাভ কৰে। এই ৰাষ্ট্ৰীয় পুৰস্কাৰ ৰাষ্ট্ৰপতি শ্ৰীসঞ্জীৱ ৰেড্ডীৰ পৰা গ্ৰহণ কৰে।

এই বিদ্যালয়ৰে দুগৰাকী অন্ধ শিক্ষক শ্ৰীমতী কমলা বৰুৱাই ১৯৮৩ চনত আৰু শ্ৰীআমিন হেমব্ৰমে ১৯৮৭ চনত কৃতী শিক্ষক হিচাবে ৰাষ্ট্ৰীয় পুৰস্কাৰ লাভ কৰে।

অন্ধ বিদ্যালয়ৰ শিক্ষা, প্ৰশিক্ষণ, পুনৰ সংস্থাপন আৰু সাধাৰণ শিক্ষা আৰু সঙ্গীত চৰ্চাৰ অৰ্হতা ভাৰতৰ ভিতৰতে জাতীয় স্থান পোৱা উত্তৰ পূব ভাৰতৰ একমাত্ৰ অনুষ্ঠান। আমাৰ দৃষ্টিহীন ছাত্ৰ শ্ৰীমনু ভূঞা তবলাত ভাৰতৰ ভিতৰতে তৃতীয় স্থান অৰ্জ্জন কৰিছিল।

ইয়াৰ পিছতে মিচনে নগাঁও জিলা আৰু আজিৰ কাৰ্বি আংলং জিলাত যক্ষ্মা, কলাজ্বৰ, মেলেৰীয়া আৰু কুষ্ঠৰোগৰ পিয়ল আৰম্ভ কৰে ১৯৫৩ চনত। এই কাৰ্য্যত কাৰ্বি আংলঙৰ তেতিয়াৰ উপায়ুক্ত

মিঃ বুথে সক্রিয়ভাৱে সহায় কৰে। মিচনৰ চেষ্টা আৰু চিকিৎসাৰ ফলত প্ৰায় ৪/৫ বছৰৰ ভিতৰতে বৰহাল, ঘিলানী, টুমপ্ৰেং আৰু সাতগাঁও আদিত মেলেৰীয়া আৰু কলাজ্বৰ একেবাৰেই লোপ পায়। তাৰ পিছতে উক্ত ঠাই সমূহত একোটা কুষ্ঠৰোগৰ পিয়ল, শিক্ষা আৰু প্ৰশিক্ষণ কেন্দ্ৰ খোলা হয়। ইয়াৰ বাহিৰেও ঔগুৰি, নগাঁও জিলাৰ কোমোৰাকট্টা, চাপানলা, কন্দলী আদিত এনে কেন্দ্ৰ খোলা হয় আৰু কুষ্ঠ ৰোগৰ চিকিৎসা আৰম্ভ কৰা হয়। ১৯১৩ চনৰ পৰা ১৯৯০ চনৰ মাৰ্চমাহ পৰ্য্যন্ত সমূহ কেন্দ্ৰত ১,২৯,২৩২ লোক পিয়ল কৰা হয় ৩৬৯১ জন ৰোগী ধৰা পৰে আৰু ২০৯ জন ৰোগী ৰোগ মুক্ত হয়। মিচনৰ চেষ্টাত কুষ্ঠ ৰোগৰ প্ৰতি সমাজৰ যি বেয়া ভাব আছিল সি আঁতৰ হল আৰু মুকলি ভাৱে ৰোগী আমাৰ কেন্দ্ৰ সমূহলৈ চিকিৎসাৰ বাবে আহিবলৈ লয়।

মিচনে কাৰ্বি আংলং জিলাত শিশুৰ মৃত্যুৰ হাৰ বাঢ়ি যোৱাৰ প্ৰমাণ পাই ৪টা মাতৃমঙ্গল কেন্দ্ৰ পাতে তাৰ যোগেদি গৰ্ভৱতী নাৰীৰ চিকিৎসা লবলগা সাৱধানতাৰ যোগে বহু শিশুৰ প্ৰাণ ৰক্ষা কৰা হয়। আৰম্ভনিৰে পৰা ১৯৯০ চনৰ মাৰ্চমাহ পৰ্য্যন্ত এই কেন্দ্ৰ সমূহত ৪২৯৮ মান গৰ্ভৱতী নাৰী আৰু কেচুৱাৰ তত্ত্বাৱধান লোৱা হয়।

নগাঁও জিলাত যক্ষ্মাৰোগৰ প্ৰাদুৰ্ভাৱ দেখি মিচনে স্বৰ্গীয় প্ৰধানমন্ত্ৰী জৱাহৰলাল নেহৰুৰ প্ৰিয় পত্নী যি নিজেও যক্ষ্মাৰোগত প্ৰাণ দিব লগা হল তেওঁৰ নামেৰে "কমলা নেহৰু যক্ষ্মা চিকিৎসালয়" আৰম্ভ কৰে আৰু কলংপাৰত ২৬-৭-১৯৬৪ তাৰিখে তেতিয়াৰ মাদ্ৰাজৰ ৰাজ্যপাল বিষ্ণুৰাম মেধী ডাঙৰীয়াদেৱে আধাৰশিলা স্থাপন কৰে আৰু তেতিয়াৰ পৰা ১৯৯০ চনৰ মাৰ্চমাহ পৰ্যন্ত ১৩৭১ জন যক্ষ্মাৰোগীক ভৰ্তি আৰু চিকিৎসা কৰা হয় আৰু বৰ্ত্তমান ২২ জন ৰোগীয়ে চিকিৎসা লৈ আছে।

মিচনৰ সেৱা কাৰ্য্যই তেতিয়াৰ ৰাজ্যপাল শ্ৰীশ্ৰীপ্ৰকাশৰ দৃষ্টি আকৰ্ষণ কৰাত আৰু আজি অৰুণাচলৰ কুষ্ঠৰোগৰ চিকিৎসাৰ কেন্দ্ৰ সমূহত ভাল কাম নচলাৰ বাবে ১৯৬৬ চনত আলং কুষ্ঠ কেন্দ্ৰ (Hanson's Diseased Senatorium) লগতে কাম্বা, বাগ্ৰা আৰু পাচীঘাটৰ কেন্দ্ৰ সমূহ ১৯৭২ চনত মিচনৰ হাতত দিয়ে। ১৯৭৬ চনত টিৰাপৰ চেনুৱা কেন্দ্ৰ আমাৰ হাতলৈ আহে। আলঙত

ডঃ শৰৎ হাজৰিকাৰ অশেষ যত্নত মিচনৰ সেৱা কাৰ্য্যই সকলোৰে দৃষ্টি আকৰ্ষণ কৰে। সেই কেন্দ্ৰ সমূহত কুষ্ঠৰোগৰ বাহিৰেও সাধাৰণ বেমাৰৰ চিকিৎসা আৰম্ভ হয়। কুষ্ঠ কেন্দ্ৰ সমূহ লোৱাৰ পৰা ১৯৯০ চনৰ মাৰ্চ মাহ পৰ্য্যন্ত ৭৬,৩৪২ জন লোকৰ পিয়ল ২৪৬৯ জন ৰোগীৰ চিকিৎসা আৰু ৭১২ জনক ৰোগমুক্ত কৰা হয়। সাধাৰণ ৰোগীৰ সংখ্যা উক্ত কালত ১,২২,৪৬৩। প্ৰথমতে আমাৰ কৰ্ম্মীয়ে কুষ্ঠৰোগৰ পিয়ল কৰাৰ সময়ত অৰুণাচলৰ মানুহে দা জোকাৰি খেদি দিয়ে পিছত আজি সেইবোৰ ঠাইত অবাধে কুষ্ঠৰোগীয়ে চিকিৎসাৰ বাবে ওলাই আহে।

অসমৰ ৰাজ্যপাল শ্ৰীবি, কে নেহৰুৰ বদান্যতাৰ বাবে অৰুণাচলত শঙ্কৰী নৃত্য, গীত আদিৰ প্ৰশিক্ষণ অনেক দিন ধৰি আছিল। আলং, পাচীঘাটৰ ছাত্ৰই শঙ্কৰী গীতমাত নগাঁৱত পৰিবেশন কৰি প্ৰশংসা লভিছিল।

মিচনৰ মূল কাৰ্য্যালয়ত অনাথ আশ্ৰম খোলা হয় ১৯৫৭ চনত। ইয়াৰ পৰা ডাঙৰ হোৱা ছোৱালী ৬ জনী বিয়া দিয়া হয় আৰু কেইবাটাও ল'ৰাক চাকৰিত নিয়োগ কৰা হল। বৰ্ত্তমান অনাথ লৰা-ছোৱালীৰ সংখ্যা ৭৫ জন। তাৰে দৃষ্টিহীন ১০।

অন্ধ বিদ্যালয়ৰ ল'ৰাক কৰ্মক্ষম কৰি তোলাৰ বাবে আৰু নিজৰ জীৱিকা সংগ্ৰহৰ বাবে কাঠমিস্ত্ৰি কাম শিকোৱাৰ বাবে ১৯৮০ চনত এটা কৰ্মশালা খোলা হয় কেন্দ্ৰীয় চৰকাৰৰ সাহায্যত। ইয়াৰ পৰা তৈয়াৰী কাঠৰ বস্তু বেছ জনপ্ৰিয়।

প্ৰতিষ্ঠাতা সভাপতি ভূঞাদেৱে ভিক্ষাৰ জুলি লৈ খোলা মিচনে পিচত কেন্দ্ৰীয় আৰু ৰাজ্য চৰকাৰ, অৰুণাচল চৰকাৰ, ভাৰতীয় ৰেড ক্ৰচ, ইংলণ্ডৰ ৰয়েল কমনওৱেলথ চচাইটি ফৰ ব্লাইণ্ড, Inlaks Foundation, London আদিৰ পৰা মঞ্জুৰী লাভ কৰে। হনুমান বক্স কানৈ, হোজাইৰ নন্দলাল শৰ্ম্মাই এটা কোঠা আৰু ড° ললিত কুমাৰ বৰুৱাৰ পৰিবাৰৰ পৰা চৰ্দাৰ বল্লভভাই পেটেলৰ স্মৃতিত এটা কোঠা, মিলাপ চান্দ হীৰালাল ফাৰ্মে এটা বেবী ওৰ্বাড আৰু শ্ৰীকাশী প্ৰসাদ বিহানীয়ে তেওঁৰ পিতৃৰ স্মৃতিত চকু অস্ত্ৰোপচাৰ ভৱন নিৰ্ম্মাণ কৰি দিয়ে। ইয়াৰ বাহিৰেও অসমৰ দুলিয়াজান তেল কোম্পানীয়ে এখন জীপ, অনেক টকাৰ মূল্যৰ সামগ্ৰী মিচনক দান দিছিল।

শ্ৰীমন্ত শঙ্কৰ মিচনৰ সংগঠন, অগ্ৰগতি আৰু সু-স্থাপনত অসমৰ অনেক নেতা আৰু সেৱকৰ নাম উল্লেখ কৰা ভাল হ'ব। গোপীনাথ বৰদলৈ, সিদ্ধিনাথ শৰ্মা, ভূবনেশ্বৰ বৰুৱা, বিষ্ণুৰাম মেধী, মহেন্দ্ৰ মোহন চৌধুৰী, তিনিচুকীয়াৰ যদু নাথ ভূঞা, যোৰহাটৰ ডাঃ জীৱকান্ত শইকীয়া, তিতাবৰৰ শ্ৰীগণেশ ৰাম শৰ্ম্মা, তেজপুৰ নিকামুল সত্ৰৰ সত্ৰাধিকাৰ গহনচন্দ্ৰ গোস্বামী, নগাঁৱৰ অনেকলোক আৰু মিচনৰ সকলো কৰ্মী আৰু কৰ্ম্মচাৰী সকলোৱে নিষ্ঠা, সেৱা আৰু শ্ৰমেই ইয়াৰ মূলধন আছিল।

লোকসেৱকৰ মিচনৰ প্ৰতি থকা স্নেহ আৰু নিষ্ঠাৰ অনেক কাহিনী আছে। নিজৰ ল'ৰা-ছোৱালীলৈ মাছ কিনোতে বিহুৰ পিঠা-পনা কৰোঁতে, নিজৰ ঘৰত সেৱা-সকাম হ'লে দৃষ্টিহীন ছাত্ৰ-ছাত্ৰী আৰু অনাথৰ নিমন্ত্ৰণ আগতিয়া। তেওঁ আছিল সেই সকলোৰে মৰমৰ ককা।

শ্ৰীমন্ত শঙ্কৰ মিচন ভাৰতৰ অন্যতম লেখত লবলগীয়া জাতীয় সেৱাৰ অনুষ্ঠান আৰু লোকসেৱক হলধৰ ভূঞাদেৱৰ জীৱনৰ যুগমীয়া সৃষ্টি আৰু স্মৰণীয় দান।

শঙ্কৰ মিচনৰ প্ৰতি ইঞ্চি ভূমিত, প্ৰতিচপৰা ইটাত, চৌহদৰ প্ৰতিপদ সামগ্ৰীত হলধৰ ভূঞাৰ ত্যাগ আৰু সেৱাৰ স্মৃতি নিবিড় ভাবে জড়িত হৈ আছে। শঙ্কৰ মিচন আছিল তেওঁৰ আত্মা। সেই মহান লোকজনৰ আত্মা শঙ্কৰ মিচনতে অমৰ হৈ আছে।

০০০

# শ্ৰীশ্ৰীশঙ্কৰদেৱ সংঘৰ অভ্যুদয়

(হলধৰ ভূঞা শ্ৰীশ্ৰীশঙ্কৰদেৱ সংঘৰ প্ৰতিষ্ঠাতা। একশৰণ ভাগৱতী ধৰ্মৰ একান্ত সেৱক হিচাপে তেওঁৰ নাম বৈষ্ণৱ ভক্তবৃন্দৰ মাজত সুপৰিচিত। ১৯৬২ চনৰ 8 মাৰ্চত কামৰূপৰ বকোত সংঘৰ একত্ৰিংশ বাৰ্ষিক অধিবেশনত তেওঁ সভাপতিৰ পদত অধিষ্ঠিত হৈছিল। মুঠ ৮৮ পৃষ্ঠাৰ সভাপতিৰ অভিভাষণত তেওঁ বৈষ্ণৱ ধৰ্ম তত্ত্ব জ্ঞান আৰু মহাপুৰুষ জনাই জাতিৰ প্ৰতি দিয়া শিক্ষাৰ বিষয়ে আলোচনা কৰিছে। সম্পূৰ্ণ অভিভাষণ পুণৰ মুদ্ৰণ কৰাৰ পৰিৱৰ্তে শ্ৰীশ্ৰীশঙ্কৰদেৱ সংঘৰ অভ্যুদয় শীৰ্ষক অধ্যায়টিহে পুণৰ মুদ্ৰণৰ ব্যৱস্থা কৰা হৈছে। উদ্দেশ্য সংঘৰ প্ৰতিষ্ঠা সময়ৰ ইতিহাসৰ পৰিচয় পাঠকসকলক দিয়া—সম্পাদক।)

জগতগুৰু মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰৰ কৃপাতে আৰু তেঁৰাৰ অদৃশ্য আঙুলিৰ নিৰ্দ্দেশত শ্ৰীশ্ৰীশঙ্কৰদেৱ সংঘ, ভক্ত সকলৰ অচলা শ্ৰদ্ধা-ভক্তি তেঁৰাৰ নাম ধৰ্মৰ শুদ্ধ পন্থা তাৰ মহিমা প্ৰচাৰৰ আগ্ৰহতে গঢ়ি উঠিছে। ইয়াৰ এটা ইতিহাস আছে, তাকে মই আপোনালোকক কওঁ—

এই নিঃকিন আপোনালোকৰ চৰণ ধূলিয়েই এই সংঘৰ প্ৰতিষ্ঠাতা। সমাজৰ কুসংস্কাৰ, বিশৃঙ্খলতা, ধৰ্মক অধৰ্ম আৰু অধৰ্মক-ধৰ্ম বুলি প্ৰচাৰ কৰা গোসাই মহন্ত আৰু ভকতৰ আৰু বামুণীয়া পূজা-পাতলৰ দোৰ্ঘোৰ বিৰোধী আছিলো। পবিত্ৰ এক শৰণ নাম ধৰ্মত মোৰ অটল বিশ্বাস। এই বিশ্বাস মোৰ অন্তৰত সৰুতে মোৰ ৰবদেউতা ৺মদন চন্দ্ৰ ভূঞা, হাতীগড়ৰ ওজা আতৈ, বালিগাঁৱৰ বহুৱা আতৈ প্ৰভৃতি ভকত সকলৰ শিক্ষাই দৃঢ় কৰি শিপাইছিল, সেয়ে ক্ৰমান্বয়ে বাঢি আহিবলৈ ধৰিলে।

হাইস্কুলৰ ষষ্ঠমান শ্ৰেণীত পঢ়োতে এবাৰ বৰদোৱাত দৌল যাত্ৰা উৎসৱ চাবলৈ গৈছিলো। তাত আমাক কীৰ্ত্তন ঘৰত সোমাবলৈ নিদিছিল। মনত বৰ দুখ লাগিল। মোৰ বৰদেউতা নৰোৱা সত্ৰৰ 'বৰমেধি আছিল। দৌলৰ সিংহাসন তেখেতৰ হাতৰ সজা তথাপি মোক অস্পৃশ্যৰদৰে ব্যৱহাৰ কৰি প্ৰসাদ দিলে। সেইটো অপমান মই জীৱনত পাহৰা নাই। বৰদোৱালৈ যাবলৈ এৰি দিলো।

দ্বিতীয়তে এবাৰ মোৰ মেলেৰীয়া জ্বৰ হৈ বৰ কষ্ট পাইছিলো। মই পিতৃ-মাতৃহীন মাউৰা বুলি বৃত্তি শেষ হোৱাৰ পাছত মাচুল মাফ পাইছিলো কিন্তু ঘনাই স্কুল ক্ষতি হোৱাত এইদৰে স্কুল ক্ষতি কৰিলে বৃত্তি কটা যাব বুলি মোক জনোৱাত অসুখীয়া গাৰেই স্কুললৈ যাবলৈ ললো। কিন্তু এদিন স্কুলতে জ্বৰ হোৱাত মাষ্টৰে ছুটী দিলে — মই জ্বৰৰ গাৰেই বহালৈ খোজ ললো কিন্তু প্ৰবল জ্বৰৰ প্ৰকোপত প্ৰায় খোজ কাঢ়িব নোৱাৰা হৈ পৰিলো। তেতিয়া মোৰ কাষেদি যোৱা দুঠাইত দুজন লোকক কাতৰ ভাবে মোক ধৰিবলৈ কোৱা সত্বেও কোনো এজনে মোক নুচুলে। তেতিয়াই মই ভাবিলো এই ধৰ্মৰ বোধ কৰো দিন উকলিল। পাচত মহাপুৰুষসকলৰ কীৰ্ত্তন-ঘোষা, দশম, নাম ঘোষা আদি পঢ়ি দেখিলো যে ধৰ্মৰ গাত দোষ নাই। মানুহহে সেই বাবে দায়ী আৰু ধৰ্মাচাৰ্য্য সকলে প্ৰকৃত শিক্ষা আৰু আদৰ্শ দাঙি ধৰিব নোৱাৰাৰ কাৰণে এনে হৈছে।

তাৰ পাচত কৰ্ম জীৱন আৰম্ভ হয়। ১৯২১ চনত মহাত্মা গান্ধীৰ নেতৃত্বত ভাৰতৰ স্বাধীনতা আন্দোলনত যোগ দিলো। তেতিয়া স্পষ্ট ভাৱে ভাৰতৰ তথা অসমৰ ৰাজনৈতিক, অৰ্থনৈতিক আৰু সামাজিক আৰু ধৰ্ম-নৈতিক পৰিস্থিতিৰ বিষয়ে অধ্যয়ন কৰিব লগা হয়। স্বৰাজৰ কামত সকলো ত্যাগ কৰি চাকৰি এৰি লাগি গলো।

মনত কিন্তু মহাপুৰুষীয়া ধৰ্মৰ গ্লানিৰ কথা তেতিয়াও পাহৰা নাই। উপায়ো নাই আৰু সময়ো নাই কিবা কৰিবলৈ হাতত লবৰ।

এনেতে আমাৰ সকলোৰে পূজনীয় শ্ৰীযুত ৰমাকান্ত আতৈক ৺বীৰেন্দ্ৰ মহন্ত বি, এল, নগাঁও মিউনিচিপালিটিৰ চেয়াৰমেনৰ ঘৰত লগ পাওঁ। তেখেতৰ লগত কথা-বতৰা হৈ ক্ৰমে ঘনিষ্ঠতা বাঢ়ি যায়। মনে মনে ভাবিলো এখেতৰ দ্বাৰাই জগতগুৰুৰ কাৰ্য্য সাধিব পৰা যাব,—কিয়নো মহাপুৰুষীয়া ধৰ্মৰ বিষয়ে শাস্ত্ৰ জ্ঞান আৰু তত্ব কথা ভালকৈ জানে, দ্বিতীয়তে উদাসীন ভকত আৰু সংসাৰৰ লেঠাও নাই, তৃতীয়তে অনেক সত্ৰৰ ইতিবৃত্ত আৰু নিয়ম কাৰণ আদি সকলো কথা জানে। এদিন মোৰ ঘৰলৈ অনুগ্ৰহ কৰি তেখেতে আহিল আৰু মই সেই সুযোগতে তেখেতক সুধিলো যে শঙ্কৰ মিচন আৰু ধৰ্ম প্ৰচাৰ—কৰাত তেখেতৰ মন আছেনে নাই আৰু পাৰিবনে নোৱাৰে। তেখেতে কলে যে নিশ্চয় পাৰিব।

তেতিয়াই মই কলো যে তেন্তে আমি এঠাইত আশ্ৰমৰ এটা নিচিনা কেন্দ্ৰ বাচি লব লাগিব য'ৰ পৰা আমাৰ আদৰ্শ প্ৰচাৰ কৰিব পাৰো। তেখেতে সন্মতি প্ৰকাশ কৰি তেনে এডোখৰ ঠাই বিচাৰি বিচাৰি পলাশনি গাঁৱত সেই কেন্দ্ৰ পতাৰ বন্দবস্ত কৰি মোক খবৰ দিলে। শ্ৰীযুত সকল সনতৰাম বৰা, চেনীৰাম নাম লগোৱা, যজ্ঞৰাম বৰা, ৺থুলেশ্বৰ শইকীয়া প্ৰভৃতি লোকসকলে আগ্ৰহেৰে গুৰুজনাৰ আদৰ্শ প্ৰচাৰৰ কামত লাগিবলৈ বদ্ধপৰিকৰ হয়। মোৰ ঠিক মনত নাই এইটো ১৯২৭ আৰু ১৯২৮ চনৰ কথা।

ইয়াৰ পাছত মই ভাবিলোঁ যে আমাৰ দেশত এনেকুৱা বিৰাট প্ৰভাৱৰ ব্যক্তিত্বৰ এজন মানুহ নাই যি কলে সকলোৱে শুনে গতিকে এখন ধৰ্ম্ম সভা অসমৰ সন্ত-মহন্ত সাধু ভকত বৈষ্ণৱ সকলক লৈ পতাই ভাল সেই সভাত মহাপুৰুষৰ প্ৰকৃত এক শৰণ ধৰ্ম্ম শৰণ ভজন আদিৰ বিষয়ে আৰু তেৰাৰ আদৰ্শ মতে সমাজ সংস্কাৰ, অস্পৃশ্যতা বৰ্জ্জন আদিৰ বিষয়ে—সকলোৱে একমত হৈ এখন ব্যৱস্থা পত্ৰ দিব আৰু সেইমতে সকলো চলিব লাগিব। তেতিয়া আমাৰ কাম সুগম হয়। এই বিষয়ে মই শ্ৰীশ্ৰীগড়মূৰ সত্ৰাধিকাৰ প্ৰভু, দিহিং সত্ৰাধিকাৰ প্ৰভু, বৰদোৱা সত্ৰাধিকাৰ প্ৰভু আৰু অন্যান্য বহু গোসাঁই প্ৰভু সকলৰ সাক্ষাৎ কৰি সেই কথালৈ তেখেত সকলৰ সন্মতি লওঁ। তাৰ পাছত ১৯৩০ চনৰ ১ জানুৱাৰীত আউনীআটীয় সত্ৰাধিকাৰ প্ৰভু শ্ৰীলশ্ৰীযুক্ত হেমচন্দ্ৰ গোস্বামী দেৱ নগাঁও জিলাৰ আউনীআটি বাহৰত শ্ৰীযুত ৰমা মুক্তিয়াৰ আতাৰ সৈতে দেখা কৰে। আৰু উক্ত উদ্দেশ্যৰ কথা দাঙি ধৰোঁ—তেখেতে এই বিষয়ে মীমাংসাত উপস্থিত হবলৈ এমাহৰ সময় ললে আৰু এমাহৰ মূৰত তেখেতৰ মজুমদাৰ জনক উত্তৰ গুৱাহাটীৰ পৰা পঠিয়াই খবৰ দিলে যে সেই কাম তেখেতৰ দ্বাৰা নহব। তেতিয়া হই তেখেতক মই জনালো যে তেন্তে আমি নিজেই তেনে ধৰ্ম্ম সংঘ পাতি সেই কাম সাধন কৰিম তেতিয়া আমাৰ গাত দোষ দিব নোৱাৰিব। সঁচাকৈয়ে শ্ৰীশ্ৰীশংকৰদেৱ সংঘ পাতি মই তেখেতলৈ সেই মৰ্ম্মে চিঠি দি জনাইছিলোঁ।

ইয়াৰ পাছত ঈশ্বৰৰ কি ইচ্ছা কব নোৱাৰোঁ গোলাঘাটৰ স্বনামধন্য ৺যোগেন বৰুৱা জনৰ মাতৃ বিয়োগ হয় আৰু গোলাঘাটৰ পণ্ডিত শিৰোমনি ৺গোপিকা বল্লভ গোস্বামীৰ ব্যৱস্থা মতে দশাহ অশৌচ পালন কৰি ১১ দিনত শ্ৰাদ্ধ কৰে। সেই বিষয়ে গোটেই অস-

মতে এটা হুলস্থুল লাগি যায়। আমাৰ সংঘই তাক গ্ৰহণ কৰে। মোৰ শিক্ষাগুৰু ৺পণ্ডিত কনক চন্দ্ৰ কাব্যতীৰ্থ মহোদয় প্ৰমুখ্যে ব্ৰাহ্মণ আৰু শূদ্ৰ লোক মিলি ফুলগুৰিৰ ষ্টেজ ঘৰত কামৰূপৰ ১৮ জন বিদগ্ধ পণ্ডিতৰ এখন সভা কটন কলেজৰ অধ্যক্ষ পণ্ডিত লক্ষ্মী নাৰায়ণ চাটাৰ্জীৰ সভাপতিত্বত বহে। আমাৰ তৰফৰ পৰা পণ্ডিত ভুবন চন্দ্ৰ ব্যাকৰণ তীৰ্থ, তৰ্ক শাস্ত্ৰী উপস্থিত আছিল। সেই সভাত দুয়োপক্ষৰ তৰ্কবিতৰ্কৰ পাছত অৱশ্যে মই দু-আষাৰমান কথা কৈছিলোঁ কৈছিলোঁ যে ব্ৰাহ্মণসকল আমাৰ সদায় নমস্য হৈ আছে আৰু শাস্ত্ৰ বিলাক যিবিলাক শাস্ত্ৰৰ বচন আজি সভাত উদ্ধৃত কৰা হল সকলো বিলাক ব্ৰাহ্মণেই লিখা, গতিকে যদি কোনোবাই দশাহ অশৌচ মানে তেনেহলে শাস্ত্ৰ মতেই চলা হব আৰু তেতিয়া কেওঁ পতিত নহয়। বিশেষ এতিয়া যুগ পৰিবৰ্ত্তন হৈছে—এই যুগত মানুহক হেচি ধৰি ভৰিৰ তলত ৰাখিলে বিদ্ৰোহ কৰিবই গতিকে দুয়োটা মত শাস্ত্ৰীয়মত বুলি আপোনালোকে ব্যৱস্থা দিব নহলে মানহে ব্ৰাহ্মণ এৰিব আৰু ক্ৰমে সকলোলোক নাম-কীৰ্ত্তনীয়া হবগৈ—এই কথা আপোনালোকে লেখি থব পাৰে।

ইয়াৰ পাছত উক্ত সভাৰ বিদগ্ধ পণ্ডিতসকলে এনে এটা ব্যৱস্থা দিলে যে সি অতি দুখ লগা ব্যৱস্থা—এখন সৰু পুস্তিকা ছপাই ব্যৱস্থাত লেখিলে যে শুদ্ৰৰ দশাহ অশৌচ অশাস্ত্ৰীয় আৰু একেবাৰে নিষিদ্ধ কেৱল ব্ৰাহ্মণৰ পৰিচাৰ্য্যকাৰী অৰ্থাৎ চাকৰ হৈ থাকিলে যদি সেই ব্ৰাহ্মণে কয় যে তাৰ দহদিনৰ পাছত চুৱা নাথাকে তেন্তে সি ব্ৰাহ্মণৰ পৰিচালক হৈ কাম কৰিব পাৰিব কিন্তু সেয়ে হলেও শ্ৰাদ্ধ ৩১ দিনত কৰিব পাৰিব।

এই ব্যৱস্থা পুস্তিকাখন বৰ্ত্তমান গুৱাহাটী নিবাসী শ্ৰীযুত গিৰীশ চন্দ্ৰ বৰুৱাই মোৰ হাতত দিলেহি, সেইখন পাই নগাঁও জিলাৰ মুখ্য লোকসকলৰ পৰামৰ্শ লোৱা হল আৰু গোসাঁই, মহন্ত, ব্ৰাহ্মণ আৰু অন্যান্য বহু সজ্জনসকলক নিমন্ত্ৰণ কৰি ৺ভুজেন্দ্ৰ নাথ মহন্ত দেৱৰ হাউলীত এখন ৰাজহুৱা সভা ৺ৰায় চাহাব ডম্বৰুধৰ বৰুৱা ডাঙৰীয়া সভাপতিত্বত বহুৱা হয়। সেই সভাত টাউনৰ আৰু গাঁৱৰ বহু গণ্য-মান্য লোক উপস্থিত আছিল। ব্ৰাহ্মণৰ ভিতৰত ৺চেনিৰাম স্মৃতিকৰৰ নাম উল্লেখযোগ্য, তেখেতে ১১ দিনীয়া আন্দোলন নমৰালৈকে সমৰ্থন কৰিছিল।

সেই সভাত পণ্ডিত শ্ৰীভুবন চন্দ্ৰ ভূঞা ব্যাকৰণতীৰ্থ তৰ্কশাস্ত্ৰী দেৱে আৰু পূজনীয় মুক্তিয়াৰ আতাই বক্তৃতা দি ৰাইজক মুগ্ধ কৰিছিল। তাতে মই শংকৰ মিচন প্ৰতিষ্ঠা হব লাগে বুলি এটি প্ৰস্তাব দিওঁ। তেতিয়া শ্ৰীযুত মহীকান্ত মহন্তদেৱে শংকৰ সংঘ নাম হব লাগে বুলি সংশোধন প্ৰস্তাৱ দিয়ে আমি সকলোৱে তাকে গ্ৰহণ কৰিলোঁ। সেইদিনা প্ৰথম শংকৰ সংঘ প্ৰতিষ্ঠা হয় ৺ৰায় চাহাব ডম্বৰুধৰ বৰুৱাক সভাপতি আৰু মোক সম্পাদক পাতে।

শ্ৰীমতিৰাম বৰা, ৺বিমলা কান্ত বৰা M. L. A., ৺ভুজেন্দ্ৰ নাথ মহন্ত, শ্ৰীৰমাকান্ত মুক্তিয়াৰ আতাঁ প্ৰভৃতি লোক সকলকলৈ এখনি কাৰ্য্যকৰি সমিতি গঠিত হয়। পণ্ডিত শ্ৰীভুবন চন্দ্ৰ দেৱক নগাঁৱত ৬ মাহ ৰাখি যোৰ প্ৰচাৰ কাৰ্য্য চলোৱা হয়। ইয়াৰ পাছত শ্ৰীশ্ৰীশঙ্কৰদেৱ মন্দিৰত নগাঁও জিলা শঙ্কৰ সঙ্ঘৰ বাৰ্ষিক অধিবেশন বহুৱা হয়। সেই সভাত আৰু গাঁৱত আৰু টাউনৰ বহু মানুহে যোগ দিয়ে। সেই সভাতে প্ৰাদেশিক সঙ্ঘ গঠিত হয়। ১৯৩৩ চনত প্ৰথম প্ৰাদেশিক সঙ্ঘ গোলাঘাটৰ উকীল উদাৰচেতা পণ্ডিত ৺গোপিকাবল্লভ গোস্বামী দেৱৰ সভাপতিত্বত বৰ্ত্তমান নগাঁৱৰ নতুন বজাৰত বহে। সেই সভাত চব জজ ৺যোগেন্দ্ৰ নাথ বৰুৱা ডাঙৰীয়া বাগ্মীবৰ শ্ৰীযুত নীলমনি ফুকন ডাঙৰীয়া প্ৰভৃতি মহানুভৱ লোক সকলে যোগ দি সভাৰ গুৰুত্ব আৰু গাম্ভীৰ্য্য বঢ়াইছিল। সেই সভাতে বাগ্মীবৰ শ্ৰীযুত ফুকন ডাঙৰীয়াৰ প্ৰস্তাৱ মতে "শঙ্কৰ সঙ্ঘৰ" নামৰ ঠাইত "শ্ৰীশ্ৰীশঙ্কৰদেৱ সঙ্ঘ" নাম হয়। এই অধিবেশনতে মহাপুৰুষৰ একান্ত অনুৰাগী ভক্ত ৺লক্ষ্মীনাথ বেজবৰুৱা ডাঙৰীয়াৰ আশীষ বাণী পাঠ কৰা হয়। বেজবৰুৱাক সুধি পঠাইছিলোঁ যে সঙ্ঘৰ পৰা এখনি "যুগ-ধৰ্ম্ম" নামেৰে মাহিলি কাগজ উলিয়াবলৈ খোজা হৈছে, তেখেতৰ অভিমত কি? তেখেতে "যুগ-ধৰ্ম্ম" নামৰ ঠাইত "নামধৰ্ম্ম" হব লাগে বুলি সেই চিঠিতে উপদেশ দিছিল। সঙ্ঘই সেই কাৰ্য্য সমাধা কৰি সকলোৰে প্ৰশংসাৰ পাত্ৰ হৈছিল কিন্তু গ্ৰাহকৰ অভাৱত লুপ্ত হল যেন পাওঁ। ই অতি দুখ আৰু লাজৰ কথা হৈছে। ই অৱশ্যে সঙ্ঘৰ সভ্য সকলৰ পক্ষে ভাল কাম হোৱা নাই।

ইয়াৰ পিছত প্ৰাদেশিক সঙ্ঘ ১৯৩৪ চনত বৰহমপুৰৰ ওচৰত পোটনীৰ পাৰত কলাবুৰী গাঁৱৰ নামঘৰত ৺হলিৰাম মহন্ত দেৱৰ

সভাপতিত্বত বহে। তাৰ পাছ বছৰ ১৯৩৫ চনত কলঙৰ পাৰত বহা হিন্দু সভাৰ মণ্ডপত শ্ৰীযুত নীলমণি ফুকনৰ সভাপতিত্বত প্ৰাদেশিক সংঘ বহে। তাৰ পাছত শুৱালকুচিত প্ৰাদেশিক সংঘ বহে। শ্ৰীশ্ৰীগড়মূড়ীয় সত্ৰাধিকাৰ গোস্বামী প্ৰভুয়ে সভাপতি হোৱাৰ কথা দিও তেখেতে নহাত ৺ৰায়চাহাব ডম্বৰুধৰ বৰুৱা ডাঙৰীয়াৰ সভাপতিত্বত সংঘৰ অধিবেশনৰ কাম সমাধা কৰা হয়। এই অধিবেশনত শ্ৰীশ্ৰীশঙ্কৰদেৱৰ সংঘই প্ৰচাৰ কৰা দশাহ অৌশচ অশাস্ত্ৰীয় কোনোবাই প্ৰমাণ কৰিব পাৰিলে ২000 হেজাৰ টকা পুৰস্কাৰ ঘোষণা কৰা হৈছিল আৰু টকা টেবুলৰ ওপৰত টোপোলা বান্ধি ৰখা হৈছিল। কামৰূপৰ বহুতো পণ্ডিত উপস্থিত হৈছিল কিন্তু কোনোৱে মাত নামাতিলে। সংঘৰ তৰফৰ পৰা পণ্ডিত শ্ৰীভুবন চন্দ্ৰ কাব্যতীৰ্থ তৰ্কশাস্ত্ৰীয়ে শাস্ত্ৰীয় প্ৰমাণ সহ বক্তৃতা দিছিল।

ইয়াৰ পাছত প্ৰাদেশিক সভা বহুৱাব পৰা নাছিলোঁ—লগে লগে ১৯৩৭ চনৰ এচেম্বলী ইলেক্‌শ্যন আৰু কংগ্ৰেছৰ কাম বাঢ়ি যোৱাত মই নিজে মনোযোগ দিব পৰা নাছিলোঁ। কিন্তু মুক্তিয়াৰ আতাই আৰু অন্যান্য কৰ্ম্মী সকলে প্ৰচাৰ কাৰ্য্য চলাই আছিল। মই অৱশ্যে সংঘৰ কাৰ্য্য কেৱল মৌখিক বক্তৃতাৰ দ্বাৰা চলোৱাটো ঠিক নহয় বুলি অভিমত প্ৰকাশ কৰোঁ। কিয়নো অৌশচ সম্বন্ধীয় শাস্ত্ৰৰ শ্লোকবিলাক ঘৰুৱা ভাষাত স্ত্ৰী-শূদ্ৰ সকলোৱে বুজিব পৰাকৈ লেখিবলৈ অনুৰোধ জনাওঁ। ৺গোপিকা বল্লভ গোস্বামীদেৱৰ হতুৱাই দশাহ অৌশচৰ ব্যৱস্থা পুথি, বিবাহ বিধি, শ্ৰাদ্ধ নিৰ্ণয় নামৰ পুথি কেইখন, পণ্ডিত শ্ৰীযুত ভুবন চন্দ্ৰ দেৱে এখন বিবাহবিধি আৰু হৰিনামৰ দ্বাৰা শ্ৰাদ্ধ বিধি লেখোৱা হয়। শ্ৰীযুত মুক্তিয়াৰ আতাৰ দ্বাৰাই অন্ত্যেষ্টি ক্ৰিয়া বিধান, মৃত্যু-মঙ্গল আদি পুথি লিখাওঁ। দানবীৰ শ্ৰীযুত ৰাধাকান্ত সন্দিকৈ ডাঙৰীয়াই আৰু টি প্লেণ্টাৰ শ্ৰীযুত মহেন্দ্ৰ নাথ বৰুৱাদেৱে পুথি ছপোৱাত সহায় কৰিছিল।

ইতিমধ্যে ১৯৩৭ চনত M. L. A. হোৱাৰ পাচত মহাপুৰুষৰ একান্ত অনুৰাগী দাতা শ্ৰীযুত কেশৱ কান্ত বৰুৱা ডাঙৰীয়াক মহাপুৰুষৰ নামত এটি সেৱা মিচন লাগে বুলি ধৰাত তেখেতে সকলো ৰকমে সহায় কৰিবলৈ প্ৰতিশ্ৰুতি দিয়ে। আৰু কাৰ্য্যতঃ কাম হাতত লবলৈ আগবাঢ়ে। কড়ালি গাঁৱত ২৫ বিঘা মাটি কিনি ঘৰ-দুৱাৰ সজাই দিয়ে আৰু পুৰণিগুদামৰ তেখেতৰ নামৰ খেতি মাটিৰ

ধান মিচনত খাবৰ নিমিত্তে দিয়ে। এই মিচনৰ সভাপতি ৺ৰায় চাহাব ডম্বৰুধৰ বৰুৱা, শ্ৰীৰাজমোহন নাথ সহকাৰী সভাপতি, বৰুৱাদেৱ নিজে সম্পাদক আৰু মই আৰু ৰমাকান্ত মুক্তিয়াৰ আতৈ কাৰ্য্যকৰী সমিতিৰ সভ্য হওঁ। মুক্তিয়াৰ আতৈক সেই মিচনৰ অধ্যক্ষ পতা হয়। সেই মিচনত গাঁৱৰ পৰা ডেকা ল'ৰা আনি বিবাহ বিধি আৰু গীত ৰাগ নাম কীৰ্ত্তন শিক্ষাৰ প্ৰশিক্ষণ দিয়া হয়। ইতিমধ্যে ১৯৪২ চনৰ গণ আন্দোলনত মই জেললৈ যোৱাত সেই প্ৰশিক্ষণ কেন্দ্ৰ ভাঙি যায় আৰু অন্যান্য কাৰণত শ্ৰীযুত বৰুৱাদেৱে মিচনৰ সংশ্ৰৱ এৰি দিয়ে।

তিনি বছৰৰ পাছত মই জেলৰ পৰা ওলাই আহোঁ। আহি দেখো যে মিচনৰ কাম একেবাৰে বন্ধ হৈ গৈছে। ইয়াতে মুক্তিয়াৰ আৰু মোৰ মনোবাদ হয় আৰু মুক্তিয়াৰ আতাই মোৰ লগত মাতবোল বন্ধ কৰে।

ইয়াৰ পিচত শ্ৰীশ্ৰীগড়মুৰীয়া গোস্বামী প্ৰভুৰ সভাপতিত্বত প্ৰাদেশিক সংঘৰ অধিবেশন শ্ৰীযুত মুক্তিয়াৰ আতাৰ চেষ্টাত বহে কিন্তু মই আছিলোঁ সাধাৰণ সম্পাদক মোক সেই সভালৈ মতা নাছিল। তেতিয়াৰ পৰা সংঘৰ প্ৰাদেশিক অধিবেশন বহি আছে কিন্তু তাত মোৰ যোগ নাছিল। কুঁৱৰীটোলৰ প্ৰাদেশিকত যোগ দিওঁ আৰু নগাঁও জিলা সংঘৰ সভাপতি হওঁ।

ইতিমধ্যে মই শ্ৰীমন্ত শঙ্কৰ মিচন স্থাপন কৰিবৰ নিমিত্তে বৰ চেষ্টা কৰি আছোঁ। গুৱালকুছিৰ শঙ্কৰ মন্দিৰৰ দ্বাৰ উন্মোচন উপলক্ষে ৺লোকপ্ৰিয় বৰদলৈ ডাঙৰীয়াৰ সভাপতিত্বত যি সভা বহে তাতে শ্ৰীমন্ত শঙ্কৰ মিচন স্থাপনৰ প্ৰস্তাব দিয়া হয় আৰু ৺বাণী কাকতি প্ৰভৃতি কেইবাজনো গণ্য-মান্য লোকেৰে এটি কমিটি গঠন কৰি দিয়া হয় কিন্তু কোনো এজন লোকেও সহঁাৰি নিদিলে কেৱল কাকতিদেৱে মোলৈ লেখিলে যে, সভা-সমিতি এৰক—আপুনি নিজেই কাম আৰম্ভ কৰি দিয়ক নহলে এইবোৰ কাম সভা-সমিতিৰ দ্বাৰা হোৱা টান।

সেই উপদেশ মতে ১৯৫০ চনত শ্ৰীমন্ত শঙ্কৰ মিচন স্থাপন কৰা হয়। এই কাৰ্য্যত ৺ডাঃ ললিত বৰুৱা মোৰ দক্ষিণ হস্ত স্বৰূপ সহায় হয়।

যদিও মই নাছিলো শ্ৰীশ্ৰীগুৰুজনাৰ কামত অৱহেলা কৰা

নাই। মহাপুৰুষ জগতগুৰুৰ পঞ্চশত বাষিকী উৎসৱ বৰদোৱাত পালন কৰা হয় আৰু সেই উৎসৱৰ সভাত শ্ৰীযুত মিত্ৰদেৱ মহন্ত-দেৱে সভাপতিত্ব কৰে আৰু শ্ৰীযুত নীলমণি ফুকন ডাঙৰীয়াই বৰ-দোৱাৰ নামঘৰ দুটা ভাঙি এটা কৰাৰ প্ৰস্তাব দিয়ে সেইমতে এই অধমে অনেক চেষ্টা কৰি সৰুফালৰ তিনিজনমান লোকৰ বাহিৰে সকলোকে সন্মতি কৰাওঁ। আৰু শ্ৰীযুত মতিৰাম বৰা ডাঙৰীয়া তেতিয়াৰ বিত্ত আৰু ৰাজহ মন্ত্ৰীৰ আগত এটি পৰিকল্পনা প্ৰস্তাব ভাঙি ধৰোঁ—

মহাপুৰুষৰ জন্ম থান বৰদোৱাৰ পৰাই একশৰণ নাম ধৰ্ম্ম সাহিত্য নাট্য কলা সৃষ্টি বিকীৰ্ণ হৈছিল (radiated) এতিয়া আমি বৰদোৱাক কেন্দ্ৰ কৰি উঠিব লাগিব তাকে কৰিবলৈ বৰদোৱাৰ কীৰ্ত্তন ঘৰ এটা কৰা হৈ গৈছে। ইয়াত উচ্চ খাপৰ এটা সংস্কৃত কলেজ পাতিব লাগিব তাকে আমাৰ বিদ্যুৎসাহী ডেকাসকলক দেশ বিদেশৰো ভাষা শিকাব লাগিব আৰু সকলো ধৰ্ম্মৰ তুলনা মুলক শিক্ষাৰ ব্যৱস্থা কৰি কলা কৃষ্টি আৰু নাম ধৰ্ম্মৰ শিক্ষা দি দেশে বিদেশে তেওঁলোকক পঠিয়াই মহাপুৰুষৰ ধৰ্ম্ম আৰু অন্যান্য উদাৰ শিক্ষা প্ৰচাৰ কৰিব লাগিব তেতিয়াহে মহাপুৰুষৰ কীৰ্তি বিশ্ব ব্যাপী হব আৰু অসমীয়া জাতিৰ মুখ উজ্জ্বল হব। তদুপৰি যিসকল লোকে তীৰ্থ বিচাৰি কাশী বৃন্দাবন পুৰীলৈ যায় তেনে লোকসকলক বটদ্ৰৱাতে থকাৰ সুবিধা কৰি দিব লাগিব কিয়নো সাতো বৈকুণ্ঠৰ সাৰ বটদ্ৰৱা থান। ইয়াতে থাকি ১৪ প্ৰসঙ্গ নাম কীৰ্ত্তন ধৰ্ম্ম চৰ্চ্চা বৈষ্ণৱী সাহিত্য চৰ্চ্চা কৰি ইহকাল পৰকাল আৰু জাতিৰ উদ্গতি সাধন কৰিব পাৰিব। আকাশী গঙ্গা আৰু দৌল মণ্ডপৰো উন্নতি সাধন কৰাৰ লগে লগে যাত্ৰী থকা ঘৰ ঠায়ে ঠায়ে সাজি দি, প্ৰসাৱ পাইখানাৰ আৰু পানীৰ বন্দৱস্ত কৰিব লাগিব আৰু গোটেই বৰদোৱা ৰমক জমক কৰি দিলে ভাৰতৰ ভিতৰত এখন লেখত লবলগীয়া তীৰ্থ থান আৰু বিশ্ব ভ্ৰমণকাৰী সকলকো আকৃষ্ট কৰিব পৰা যাব। ইয়াৰ ভিতৰতে এতিয়া আলহী ঘৰ এটা হৈ গ'ল।

মই ৰাজহ মন্ত্ৰী মহোদয়ক বৰদোৱাৰ চাৰিওফালে থকা ৰিজাৰ্ভৰ মাটি পত্তন নিদিবলৈ অনুৰোধ কৰিছোঁ কিয়নো ভবিষ্যতে বটদ্ৰৱা বিশ্ববিদ্যালয় কৰাৰ মোৰ পৰিকল্পনা আছে—যেনে বোলপুৰ শান্তি নিকেতন বিশ্ব ভাৰতীৰ দৰে।

শ্ৰীশ্ৰীশঙ্কৰদেৱ সংঘৰ পৰা এই প্ৰস্তাব লব লাগে আৰু উক্ত পৰিকল্পনা কাৰ্যকৰী কৰিবলৈ গাত লব লাগে। শ্ৰীযুত বৰা ডাঙৰীয়াই যি কাম কৰিলে সি অতি প্ৰশংসনীয় আৰু ৰাইজৰ সদায় আশীৰ্ব্বাদ পাই থাকিব। শ্ৰীশ্ৰীগুৰুজনাৰ কৃপা তেওঁৰ ওপৰত বৰ্ষিত হওক।

শ্ৰীশ্ৰীশঙ্কৰদেৱ সংঘৰ মহান উদ্দেশ্য আছিল একশৰণ নাম ধৰ্ম্মৰ প্ৰকৃত তত্ত্ব প্ৰচাৰ আৰু এই ধৰ্ম্মক ঢাকি ধৰা কুসংস্কাৰৰ আবৰ্জ্জনা দূৰ কৰি নিৰ্ম্মল ভক্তি প্ৰচাৰ কৰি অস্পৃশ্যতা বৰ্জ্জন কৰা সৰ্ব্ববৰ্ণৰ সমান অধিকাৰ স্থাপন কৰা আৰু গোটেই অসমৰ পাহাৰ ভৈয়ামৰ সম্প্ৰীতি সাধন কৰা। ভৈয়ামত আমাৰ মাজত থকা কুসংস্কাৰৰ জাতি যোৱা চুৰি-চুৰি-লুৰি-লুৰি ভাব আমি গুচাই মহাপুৰুষৰ আদৰ্শেৰে বহল সমাজ গঢ়িব নোৱাৰিলে অসমীয়া জাতিৰ অস্তিত্ব ৰক্ষা কৰা যে টান হব তাক একান্ত মূৰ্খ নহলে কোনোৱে নুই কৰিব নোৱাৰে। পূৰ্ব্বে সত্ৰ আৰু নামঘৰ পতা হৈছিল এই মহান উদাৰ ধৰ্ম্ম প্ৰচাৰৰ অৰ্থে কিন্তু আজি সত্ৰাধিকাৰসকল একেবাৰে দোৰ্ঘোৰ এন্ধাৰত নিজে খেপিয়াই ফুৰিছে। এওঁলোকে মহাপুৰুষৰ উদ্দেশ্য একেবাৰে পাহৰি দেশৰ সৰ্ব্বনাশ সাধন কৰিছে। কোনো কোনো সত্ৰাধিকাৰ জমিদাৰ বিশেষ মাত্ৰ হৈ পৰিছে। এওঁলোকৰ ধৰ্ম্ম প্ৰচাৰৰ সময় নাই—খাট-পামৰ হিচাব লৈ অন্ত নাপায়। সত্ৰীয়া প্ৰভুসকলে শ্ৰীশ্ৰীশঙ্কৰদেৱ সংঘৰ বিৰোধিতা কৰিবলৈকে সত্ৰ সংঘ স্থাপন কৰে, পাছে আমাৰ ভক্তসকলৰ গুৰুপ্ৰেম সাধনাৰ গঙ্গাৰ সোঁতত মদগৰ্ব্বী সত্ৰ-সংঘৰ ঐৰাৱত উটি গ'ল।

## জয় গুৰু শঙ্কৰ

আনহাতে লৰা-ছোৱালী বিলাকক লেখা-পঢ়া শিক্ষাৰ লগে লগে ধৰ্ম্ম শিক্ষা, নীতি শিক্ষা, চৰিত্ৰ আৰু সংযম শিক্ষা দি ধৰ্ম্মবীৰ, কৰ্ম্মবীৰ, চৰিত্ৰবান, ধৈৰ্য্যশীল কৰি তোলা আৰু লগে লগে দাস্য ভক্তিৰ সাঁচ অন্তৰত বহুৱাই—ঈশ্বৰ সেৱা, পিতৃ-মাতৃ গুৰু-সেৱা, সন্ত সাধুলৈ ভক্তি, সত্য অহিংসাত বিশ্বাস—জীৱদয়া, দৰিদ্ৰ নাৰায়ণৰ সেৱা কৰিবলৈ শিক্ষা দিব লাগে নহলে ভবিষ্যতৰ সমাজ কেতিয়াও সুস্থ সবল আৰু উজ্বল হব নোৱাৰে।

পূৰ্ব্বৰ গাওঁ সংগঠন নামঘৰক কেন্দ্ৰ কৰি সহযোগ সমবায় গঢ়ি তুলিব লাগিব, পৰহিংসা পৰনিন্দা চৰ্চ্চা আৰু পৰধৰ্ম্ম নিন্দাৰ পৰা সদায় দূৰত থাকিব লাগে আনহাতে পৰ-ধৰ্ম্ম সহনশীলতা অভ্যাস কৰিব লাগে, সকলোৰে প্ৰতি সদব্যৱহাৰৰ দ্বাৰা লোকৰ অন্তৰ জয় কৰাই মহাপুৰুষৰ আদৰ্শ আছিল। ইয়াত অসীম ধৈৰ্য্য আৰু সহনশীলতা লাগিব। তেহে এই সংঘৰ জয় আৰু উদ্দেশ্য সিদ্ধি হব।

শ্ৰীশ্ৰীশঙ্কৰদেৱ সংঘৰ দায়িত্ব অসীম। এই সংঘই নাট্য কলা-কৃষ্টি ভাওনা নৃত্য-গীত আদিৰ চৰ্চ্চা কৰি বৰ্ত্তমান জগতৰ লগত খাপ খোৱাকৈ মনোৰম কৰি গঢ়িব লাগিব। নহলে আমি পিচুৱাই যাব লাগিব। ভাৰতৰ ভিতৰত আঞ্চলিক ভাষাত ভাওনা যাত্ৰা প্ৰথম মহাপুৰুষেই প্ৰচলন কৰে, তেৰাই প্ৰথম নাট্যকাৰ কিন্তু চৰ্চ্চাৰ অভাৱত গতানুগতিক হৈ আজি ভাৰতত আটাইতকৈ পিচ পৰি আছে। নৃত্য কলাৰো সেই একে দশা, বৰগীতৰ সুৰ ৰাগ হেৰাল বুলিব লাগে। কি লাজ আৰু দুখৰ বিষয়। সংঘই দস্তুৰমত সেইবিলাক সুৰ পুনৰ উদ্ধাৰ কৰিব লাগে।

বটদ্ৰৱা পৰিকল্পনা কাৰ্য্যকৰী নোহোৱালৈকে এটা প্ৰশিক্ষণ কেন্দ্ৰ প্ৰতিষ্ঠা কৰি মহাপুৰুষৰ অনুৰক্ত বিশ্বাসী, ধৈৰ্য্যশীল, ত্যাগী, বৈৰাগ্য ভাবাপন্ন কিছুমান মুনিহ তিৰোতাক শিক্ষা দি প্ৰচাৰ আৰু সংগঠনৰ কাম কৰিবলৈ নিযুক্ত নকৰিলে কেনেকৈ আমাৰ উদ্দেশ্য সফল হব তাক মই বুজিব পৰা নাই।

লগে লগে আৰু আমাক লাগে আমাৰ বৈষ্ণৱ সাহিত্য বিলাক ভাৰতীয় আন আন ভাষাত বিশেষকৈ হিন্দী আৰু গুজৰাটি আদি ভাষাত আগতে আৰু ইংৰাজীত প্ৰচাৰৰ ব্যৱস্থা সোনকালে কৰিব লাগে আৰু মহাপুৰুষৰ জীৱনী তেৰাৰ ধৰ্ম্ম, দৰ্শন আদি ইংৰাজী হিন্দীত সোনকালে প্ৰচাৰ কৰিব লাগে। শ্ৰীমন্ত শঙ্কৰ মিচনৰ পৰা ডাঃ বিৰিঞ্চি কুমাৰ বৰুৱাদেৱৰ সম্পাদনত Sankar-deva Vaisnava saint of Assam নামেৰে এখনি পুস্তক লেখোৱা হৈছিল কিন্তু এটা কথাত অমিল হোৱাৰ নিমিত্তে মিচনে পুস্তক খনৰ স্বত্ব এৰি দিলে।

এই ধৰ্ম্মৰ শিক্ষা দৰ্শন সম্বন্ধে আৰু প্ৰচাৰ আদি বৈষ্ণৱ গ্ৰন্থ আৰু মহাপুৰুষ সকলৰ সম্বন্ধে ভাল গৱেষণা হব লাগে।

সেই বিষয়ে সংঘই বিবেচনা কৰিব বুলি আশা কৰিলোঁ।

কামপুৰ আৰু লুকিমাইৰ বাৰ্ষিক অধিবেশনত প্ৰাদেশিক সংঘৰ এটি স্থায়ী অফিচ হব লাগে বুলি বৰ যোৰ দি কৈছিলো— দুখৰ বিষয় আজিলৈকে তাৰ একোৱে একোটা নহল। এটি অফিচ নহলে সংঘৰ কাম যেতিয়া যি দৰে চলিব লাগে সেই দৰে কেতিয়াও নচলে। সম্পাদক থাকে এঠাইত সভাপতি থাকে ১২০/২৫ মাইল আঁতৰত। কোনো ৰেকৰ্ড নাই কেৰাণী নাই কেনেকৈ কাম হব পাৰে মোৰতো ধাৰণাই নহয়।

আমাৰ বহুতৰ ধাৰণা যে ভকতীয়া হলে সংসাৰৰ সকলো কাম কাজ এৰিব লাগে, সেইটো একেবাৰে ভুল ধাৰণা। মহাপুৰুষৰ শিক্ষা "হাতে কৰা কৃত কাম, মুখে লোৱা ৰাম নাম"। মনত ৰাখিব "দাৰিদ্ৰ দোষো গুণৰাশী নাশী"। দৰিদ্ৰতা অষ্টম মহাপাপৰ ভিতৰত গণ্য। মহাপুৰুষৰ ধৰ্ম্মত হৰিনাম কাৰ্ত্তনত—

নাহি দেশ কাল পাত্ৰ নিয়ম সংযম একো বিধি।
হৰিত শৰণ লৈয়া, কেৱলে হৰিৰ নাম
কীৰ্ত্তন কৰন্তে হোৱে সিদ্ধি ॥

সকলো দেশতে সকলো সময়তে সকলো জাতিৰ সকলো মানুহে মুনিহে বা তিৰোতাই বা লৰা বুঢ়া ডেকা গাভৰু ধুতি বিধুতি অৱস্থাতে সকলোৱেই ঈশ্বৰৰ নাম লোৱাত বাধা নাই। জ্ঞানী বিজ্ঞানী, শিল্পী, বৈদ্য, কৃষক, ব্যৱসায়ী সকলো কাম কৰিও ঈশ্বৰক পাব পাৰে যদি নিষ্কাম ভাবে তেওঁৰ নাম লয়। অনাশক্তি আৰু নিলিপ্ত হৈ সকলো কাম তেওঁতে অৰ্পণ কৰি ফলাফলৰ আকাংখা নাৰাখি নিজ নিজ কৰ্ত্তব্য কৰি যাব লাগে। এয়ে মহাপুৰুষৰ শিক্ষা। ত্যাগ আৰু বৈৰাগ্যই সাধাৰণ প্ৰধান উপায়। সংসাৰত থাকিও ত্যাগী আৰু বৈৰাগী হব পাৰে আৰু হব লাগিব।

শ্ৰীশ্ৰীশঙ্কৰদেৱ সংঘৰ কাম পূৰ্ণৰূপে আৰু সহজ কৰিবলৈ মহাপুৰুষৰ দাস্য-ভক্তিৰ আদৰ্শ স্থাপন কৰিবলৈ শ্ৰীমন্ত শংকৰ মিচন প্ৰতিষ্ঠা কৰা হৈছে। শ্ৰীমন্ত শংকৰ মিচনে আগে আগে সেৱাৰ কাম—দুখিত, পীড়িত ৰোগীৰ সেৱা শুশ্ৰূষা কৰি যাব স্কুল ডাক্তৰখানা আদি পাতি যাব—পাছ পাছে শ্ৰীশ্ৰীশংকৰদেৱ সংঘই নৃত্যগীত কলা নাট্য—ভাওনা আদিৰে অশিক্ষিতসকল পাহাৰ ভৈয়ামত জনজাতি সমূহৰ মাজত ধৰ্ম্ম প্ৰচাৰ সমাজ শিক্ষা আচাৰ নীতি আদি

শিক্ষা দি ভাগৱতী বৈষ্ণৱ ধৰ্ম্মৰ ধ্বজা উৰাই যাব। এয়ে আছিল উদ্দেশ্য। পাছে মাজতে সংঘৰ বহু লোকে মিচনক প্ৰতিদ্বন্দী বুলি ভাবি ইয়াৰ বিৰোধিতা কৰা দেখা গৈছিল। নগাঁৱৰ কুঁৱৰীটোলত বহা প্ৰাদেশিক শংকৰদেৱ সংঘৰ অধিবেশনত মই সেই বিষয়ে বহলাই প্ৰমাণ দৈ্সতে বুজোৱাৰ পাছৰ পৰাই ধৰিবা সেই ভাবটো আঁতৰিছে আৰু এতিয়া প্ৰকৃত সহযোগিতাৰ ভাব গাঢ় হোৱাত আনন্দৰ কথা হৈছে।

পুৰীত শ্ৰীশ্ৰীশঙ্কৰদেৱৰ নামঘৰ আৰু যাত্ৰীসকলৰ নিমিত্তে জিৰণি লোৱাৰ ঘৰ ঠিক হৈ গৈছে। নামঘৰৰ মাটি আৰু ঘৰ কিনাৰ বন্দবস্ত চলি আছে জিৰণি ঘৰ ১২০০০ টকাত লোৱা গৈছে। এই জিৰণি ঘৰৰ ৩ বিঘা চৰকাৰী মাটি অসমৰ মুখ্যমন্ত্ৰী শ্ৰীযুত চলিহা ডাঙৰীয়াৰ সহানুভূতি আৰু যত্নত উৰিষ্যাৰ ভূতপূৰ্ব্ব প্ৰধানমন্ত্ৰী শ্ৰীযুত হৰেকৃষ্ণ মেহতাব ডাঙৰীয়াই বিনামূল্যে দান দিছিল। অসম চৰকাৰৰ পৰা সম্প্ৰতি ৫০,০০০ পঞ্চাশ হাজাৰ টকা অনুদান দিছে। চলিহা ডাঙৰীয়াৰ ওপৰত শ্ৰীশ্ৰীগুৰুজনাৰ কৃপা বৰ্ষণ হওক—এয়ে প্ৰাৰ্থনা।

এই উদ্যম প্ৰথমে শ্ৰীযুত ৰাম ৰাম আতৈৰ চেষ্টাত আৰু শ্ৰীযুত মনসা ৰাম বৰাদেৱ, শ্ৰীযুত নাৰায়ণ চন্দ্ৰ মহন্তদেৱ আদিৰ সহযোগত হৈছিল পাছে কথাটো অসম্ভৱ বুলি সেই উদ্দেশ্যে তোলা ধন ২৫০০ টকা গুৰুজনাৰ অন্য কামত খটুৱাবলৈহে মন কৰা হৈছিল কিন্তু এই অধমৰ উদগনিত সেইটো নকৰি পুৰীতে শ্ৰীশ্ৰীশংকৰদেৱৰ নামঘৰ আৰু যাত্ৰীৰ জিৰণি ঘৰ ঠিক হলগৈ। এই বিষয়ে শ্ৰীযুত মহেন্দ্ৰ মোহন চৌধুৰী আৰু শ্ৰীযুত লক্ষেশ্বৰ হাজৰিকাৰ তৎপৰতা আৰু উদ্যম প্ৰশংসনীয়।

এতিয়া তাত শ্ৰীযুত ৰাম ৰাম আতৈয়ে নামগুণ গাই আছে। সেই ঠাইত প্ৰচাৰৰ নিমিত্তে এজন উচ্চ শিক্ষিত মানুহৰ দৰকাৰ।

ইয়াৰ বাহিৰে অসমত ক্ৰমে মহাপুৰুষৰ গুণ স্বীকাৰ কৰিব ধৰিছে। শ্বিলঙত শংকৰদেৱ কৃষ্টি সমাজ, স্থাপিত হৈ বিৰাট কীৰ্ত্তন ঘৰ আৰু দেৱপ্ৰসাদ হল, আলহি ঘৰ, ভকতৰ বহা আদি সুন্দৰ বন্দবস্ত হৈছে। এই কামৰ গুৰিতে এই অধমেই ৺অভাৱ চন্দ্ৰ আতৈক লগতাই ৺লোকপ্ৰিয় বৰদলৈ ডাঙৰীয়া, শ্ৰীযুত মহেন্দ্ৰ মোহন চৌধুৰী শ্ৰীযুত নলিনী কুমাৰ দাস শ্ৰীযুত মতিৰাম বৰা প্ৰভৃতি মহানুভৱ

লোকসকলৰ চেষ্টা আৰু উদ্যোগত এই অসমৰ ৰাজধানীত মহাপুৰুষৰ কীৰ্ত্তি বিকশিত হয়।

শ্বিলঙতে শ্ৰীশ্ৰীমাধৱদেৱৰ সমাজ স্থাপিত হৈছে। শিৱসাগৰত শ্ৰীশ্ৰীশঙ্কৰদেৱৰ সমাজ গঠিত হোৱা আজি কেইবা বছৰো হৈছে, গুৱাহাটীত শঙ্কৰকৃষ্টি বিকাশ সমাজ গঠিত হৈছে। মধুপুৰ থান সংস্কাৰ কৰিবৰ নিমিত্তে চেষ্টা চলিছে আৰু তাত এটা থিয়চফিকেল অৰ্থাৎ অধ্যাত্মবিদ্যা চৰ্চ্চাৰ কলেজ পতাৰো কথা হৈছে। শ্ৰীযুত নীলমনি ফুকন ডাঙৰীয়াৰ চেষ্টা আৰু ৺হৰিনাৰায়ণ দত্ত বৰুৱাদেৱ, ৺হৰমোহন দাসদেৱৰ উদগনি আৰু শ্ৰীযুত মহেন্দ্ৰ মোহন চৌধুৰী, শ্ৰীযুত হৰেশ্বৰ গোস্বামীদেৱৰ যত্নত এই চেষ্টা ফলৱতী হোৱাৰ আশা হৈছে। আমাৰ মখ্য মন্ত্ৰী চলিহা ডাঙৰীয়াই অসম চৰকাৰৰ পৰা অনুদান দিবলৈ ঠিক কৰিছে আৰু বঙ্গদেশৰ মুখ্য মন্ত্ৰী শ্ৰীযুত বিধান চন্দ্ৰ ৰায় ডাঙৰীয়াৰ লগত লিখা-পঢ়া কৰি তেখেতৰ পৰা অৰ্থ সাহায্যৰ প্ৰতিশ্ৰুতি পাইছে। এই বিষয়ে শ্ৰীশ্ৰীশঙ্কৰদেৱ সঙ্ঘৰ সহযোগ নিতান্ত দৰকাৰ। মই অৱশ্যে মধুপুৰ নিৰ্ম্মাণ কমিটিত সভ্য হৈ আছো।

এইবিলাক অনুষ্ঠান পাতি মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰ আৰু মহাপুৰুষ মাধৱদেৱৰ গুণ গ্ৰহণ এটা শুভ লক্ষণ তবে আমাৰ ভিতৰত বিভেদ সৃষ্টি নহয় - যাতে যি মন যায় তাকে নকৰে—এক উদ্দেশ্যে এক পথৰ যাত্ৰী হৈ মহাপুৰুষৰ বহুমুখী প্ৰতিভাৰ পোহৰত নিজক আৰু দেশক নাম ধৰ্ম্মৰ প্ৰতি আকৃষ্ট কৰাই উত্তৰোত্তৰ সমাজ সেৱাৰ মাজেদি জয়শ্ৰী লাভ কৰাই উদ্দেশ্য হব লাগে।

উপৰুক্ত অনুষ্ঠানবিলাকৰ এখন Co-ordination কমিটি থাকিলে বৰ ভাল হয়,—নহলে আৰু সময় নষ্ট আৰু বিভেদ সৃষ্টিৰ বীজ বৈ যোৱাৰ আশঙ্কা থাকি যাব।

এতিয়া আমাক গাওঁ সংগঠনৰ যোগে যোৰেৰে প্ৰচাৰ কাৰ্য্য চলাব লাগে। বৰ্ত্তমানে যদিও বহু প্ৰাথমিক গঠিত হৈছে সেইবিলাকে প্ৰায়ে কথাৰ গুৰুত্ব বুজা নাই যেন পাওঁ, লেজুত ধৰা বল নিদিয়া যেন লাগে। শ্ৰীমন্ত শঙ্কৰ মিচনৰ পৰা গ্ৰাম্য মঙ্গল সমিতি গঠন আৰু উন্নয়ন কাৰ্য্য পদ্ধতিৰ আচনিত শ্ৰীশ্ৰীগুৰুজনাৰ নামত কল, তামোল পান একোজোপা উৎসৰ্গ কৰি ধন সংগ্ৰহ আদিৰ যি আচনি দিছিলোঁ তাৰে অনুৰূপ আচনি এখন হাতীগড়ত

বহা সভাই গ্ৰহণ কৰিছিল কিন্তু কাম কিবা হৈছে বুলি জনা নাই।

প্ৰাদেশিক সম্পাদকৰ পৰা যি ৰিপোৰ্ট পাইছো সি অতি শোক লগা।

জগদগুৰু মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰক কেন্দ্ৰ কৰি তেৰাৰ আদৰ্শ শিক্ষা, নাম ধৰ্ম্ম, নাম ঘৰ পুনৰ জীৱিত কৰি পাহাৰ আৰু ভৈয়ামৰ সমস্যা সমাধান কৰিবলৈ বদ্ধ পৰিকৰ হৈ আগবাঢ়িব লাগিব, নহলে অসমীয়া জাতি শল ঠেকত পৰিব লাগিব।

০০০

# গান্ধী বন্দনা

( লোকসেৱক হলধৰ ভূঞাই কৰ্মব্যস্ততাৰ মাজতো সুন্দৰ ছন্দোবদ্ধ কৱিতা ৰচনা কৰিছিল। সংৰক্ষণ কৰা হ'লে সেই কৱিতা সমূহ অসমীয়া সাহিত্যৰ সম্পদ বুলি গণ্য হ'লহেতেন। তেওঁ ৰচনা কৰা দুই এটি কৱিতা এই গ্ৰন্থত থকা আন প্ৰবন্ধত সন্নিবিষ্ট হৈছে। গান্ধী বন্দনা নামৰ কৱিতাটো তেওঁৰ কৱিত্ব প্ৰতিভাৰ পৰিচয়—সম্পাদক )

জয়তু মহাত্মাগান্ধী ভাৰতৰ প্ৰাণ
সত্য শান্তি অহিংসাৰ প্ৰতীক প্ৰধান।
সত্যাগ্ৰহ মহামন্ত্ৰ উধাৰিলা ভাল
ছিঙি দিলা শোষকৰ মহাবেৰা জাল।
উধাৰিলা ভাৰতক কৰিলা নিৰ্ভয়
দশোদিশে গায় সবে তোমাৰেহে জয়।
খণ্ডিত ভাৰতভুমি বৃটিছৰ দান,
ভায়ে ভায়ে কটাকটি ঘোৰ অভিমান।
ধৰিলা কঠোৰ ব্ৰত কৰি মৃত্যু পণ,
বিতৰিলা ন্যায় ধৰ্ম প্ৰেম মহাধন।
মানব মঙ্গল হেতু দিলা ৰক্তদান,
বিস্মিত জগতবাসী কৰে জয় গান।
উদিব সদায় উষা তোমাৰে তেজৰ ফোট কপালত লই
পুৱাৰ চৰায়ে গাব তোমাৰে বন্দনা কৰা অমৃতৰ নই।

# ৰাজপত্ৰত প্ৰকাশিত ভাষণ (১)

[ হলধৰ ভূঞা স্বাধীনোত্তৰ কালত ১৯৩৫ চনৰ আইনমতে গঠিত চৰকাৰত বিধান সভালৈ সদস্য নিৰ্ব্বাচিত হৈছিল। সদনৰ মজিয়াত তেওঁ দিয়া দুটা ভাষণ ১৯৩৭ চনৰ ১৫ চেপ্তেম্বৰৰ "ৰাজপত্ৰত" প্ৰকাশ পাইছিল। এই ভাষণে তেওঁৰ ৰাজনৈতিক চিন্তাধাৰাৰ পৰিচয় দিছে —সম্পাদক ]

মাননীয় সভাপতি মহাশয়, মই বাস্তবিকতে সেই বিভাগৰ মন্ত্ৰী মহাশয়ৰ পৰা শুনি আচৰিত হৈছোঁ যে গভৰ্ণমেণ্ট নিৰুপায় হৈ পৰিছে আৰু তেখেতে suggestion বিচাৰিছে। এটা powerful Government ৰ মন্ত্ৰী মহাশয়ে যদি দুখীয়া প্ৰজাক ৰক্ষা কৰিবৰ নিমিত্তে কোনো বিধান কৰিব নোৱাৰে তেনেহলে সেই মন্ত্ৰী পদ তেখেতে নাৰাখিলেই হয়। ইমান mighty গভৰ্ণমেণ্টৰ যদি এনেকুৱা আইনৰ অভাৱ হৈছে তেনেহলে এই House ক অনুৰোধ কৰিলেই হয় যে তেনেকুৱা আইনৰ অতি দৰকাৰ, নহলে তেখেতে নিজে এই House ৰ আগত তেনে আইনৰ আঁচনি এখন দাঙি ধৰিব পাৰে। সেই বুলি সেই নিৰীহ দুখীয়া মানুহ বিলাকক মৰিবলৈ দিব নোৱাৰি। যদি গভৰ্ণমেণ্টে ভূমিকম্প, আকাল, বান পানী আদিত লৰালৰিকৈ লোকৰ দুখ নিবৃত্তি কৰিবৰ নিমিত্তে তৎপৰ হবলগীয়া হয় তেনেহলে দুখীয়া যিবিলাক মানুহক অন্যদেশৰ পৰা আনি কুলি খটুৱাইছে সেই দুখীয়া মানুহ বিলাকক তেওঁলোকে অন্য উপায় নকৰিলেও এইটো কৰিব পাৰিলে হেতেন যে Repatriation Act মতে গবৰ্ণমেণ্টে খৰচ দি পঠিয়াই কোম্পানীৰ ওপৰত Civil suit কৰি সেই টকা আদায় কৰিব পাৰিলেহেঁতেন। গবৰ্ণমেণ্টে কৰোঁ বুলিলে বহুতো কৰিব পাৰে। কিন্তু বাস্তবিকতে বৰ দুখেৰে কৈছে কবলগীয়া হৈছে যে বাইজৰ নিৰ্ব্বাচিত মানুহৰ পৰা গঠিত মন্ত্ৰী সভাই এনেকুৱা নিৰ্দ্দয় ভাবে উত্তৰ দিব পাৰে—কিছুমান দুখীয়া মানুহৰ দুঃখ নিবাৰণ কৰিব নোৱাৰে—ই বাস্তবিকতে দুঃখৰ কথা। ইয়াত আমাৰ ৰাইজে ভোটদি যি বিলাক মানুহক তেওঁলোকৰ সুখ সুবিধাৰ নিমিত্তে আলোচনা কৰিবলৈ পঠিয়াইছে সেই বিলাকৰ

মাজৰে মন্ত্ৰী মহাশয়ো এজন, যদিও এটাইবোৰ ক্ষমতা পোৱা নাই, কিন্তু যিকণ ক্ষমতা পাইছে সেই কণ ক্ষমতাৰ ভিতৰত নিশ্চয় মন্ত্ৰী মহাশয়ৰ হাতত দুখীয়াৰ দুখ নিবৃত্তি কৰিবৰ নিমিত্তে এই ক্ষমতা আছে যে তেখেতে দিয়াছলাইৰ মহাজন সকলৰ লগত এটা বন্দবস্ত কৰিব পাৰে বা তেখেতে অন্ততঃ এটা আৰ্বিট্ৰেচন বোৰ্ড (Arbitration Board) গঠন কৰিব পাৰিলেহেঁতেন। কিন্তু কিয় যে ইমানবোৰৰ যুক্তিতৰ্ক দেখুৱাই এই মোচনৰ (motion)ৰ বিপক্ষে গৈছে এইটো বাস্তৱিকতে আচৰিত কথা। এই মোচনটো (motion) move কৰোতে তেখেতে কৈছে যে এইটো গবৰ্ণমেণ্টক censure দিবৰ নিমিত্তে নহয়—গবৰ্ণমেণ্টৰ দৃষ্টি আকৰ্ষণ কৰিবৰ নিমিত্তেহে। কিন্তু মই কওঁ যদি গবৰ্ণমেণ্টে এনেকুৱা আওকান কৰি থাকে তেন্তে এই motionৰ দ্বাৰা গবৰ্ণমেণ্টক censure (গৰিহণা) কৰা হওক। ভলণ্টিয়াৰ বিলাকে গাঁৱত কোনো মিটিং কৰিলে গবৰ্ণমেণ্টে C. I. D. পঠিয়াই, কনিষ্টবল পঠিয়াই আৰু কিমান টকা খৰচ কৰি মিলিটাৰী পুলিচ পৰ্য্যন্ত পঠিয়াই। তাৰ উপৰি কত যে ইমাৰজেঞ্চি এক্ট, (Emergency Act), অৰ্ডিনেন্স (Ordinance) ইত্যাদি তৈয়াৰ কৰে। নতুন আইন মতে গবৰ্ণমেণ্টৰ হাতত বহুতো ক্ষমতা আছে। যদি মিনিষ্টাৰ সকলে কোনো আইনৰ অভাৱতে এই বিলাক দুখীয়াৰ দুখ নিবৃত্তি কৰিব পৰা নাই তেনেহলে গবৰ্ণমেণ্ট অব্ ইণ্ডিয়া এক্ট (Government of India Act) মতে তেওঁবিলাকে গবৰ্ণৰক advice দিয়া উচিত আছিল যে ই আমাৰ ক্ষমতাৰ অতীত আইন থকা হলে আমি এই বিষয়ে কাম কৰিব পাৰিলোহেঁতেন। বাস্তৱিকতে বৰ দুখেৰে সৈতে কবলগীয়া হৈছে যে মন্ত্ৰী সকলে এই বিষয়ে দায়ী নোহোৱা বোলাত কোনোৰকমে তেওঁলোকক প্ৰশংসা কৰিব নোৱাৰি। আৰু বহুত নকলেও হব যে যেতিয়া দুখীয়া ৰাইজে শুনিব যে আমাৰ ভূতপূৰ্ব্ব কংগ্ৰেছ কৰ্ম্মী বৰ্ত্তমান অনাৰেবোল মন্ত্ৰী ৰোহিণী কুমাৰ চৌধুৰী ডাঙৰীয়াই দুখীয়া মানুহৰ দুখ নিবাৰণৰ নিমিত্তে অনা এই প্ৰস্তাৱৰ বিপক্ষে গৈছে তেতিয়া ৰাইজে তেখেতক গৰিহণা নিদিয়াকৈ নাথাকে। এই কেইটা কথা কৈয়েই মই অনাৰেবোল মেম্বৰ ফকৰুদ্দিন চাহাবৰ মোচনটো (motion) সমৰ্থন কৰিলোঁ।

# ৰাজপত্ৰত প্ৰকাশিত ভাষণ (২)

সভাপতি মহাশয়, মই যি সমষ্টিৰ পৰা নিৰ্ব্বাচিত হৈছোঁ সেই সমষ্টিতেই প্ৰথমতেই এই লাইন system (প্ৰথা) প্ৰচলিত হয়। এই লাইন system যে হঠাৎ এনেয়ে হৈছে এনে নহয়। ১৯১৫-১৯১৬ চনৰ পৰা এই immigrants পমুৱা সকলে আসামলৈ আহি-বলৈ ধৰে। ইয়াৰ ভিতৰত ক্ৰমান্বয়ে অসমীয়া গাঁৱৰ পৰা আঁতৰত যি বিলাক মাটি আছিল গৱৰ্ণমেণ্টে চাই চাই তাত মানুহ বহুৱাবৰ নিমিত্তে লাইন system (প্ৰথা) দৰকাৰ নহৈছিল। তেতিয়া সংঘৰ্ষৰ কোনো কাৰণো উপস্থিত নহৈছিল। কিন্তু যেতিয়া দলে দলে পূৰ্ব্ব বঙ্গৰ পৰা immigratns (পমুৱা লোক আহিবলৈ ধৰিলে আৰু ক্ৰমে আহি আহি যেতিয়া অসমীয়া গাঁৱৰ ওচৰ চাপিলহি তেতিয়া সংঘৰ্ষৰ কাৰণ উপস্থিত হয় আৰু গৱৰ্ণমেণ্টে নিজৰ কৰ্ত্তব্য বুজি দেশত শান্তি আৰু শৃংখলা ৰক্ষা কৰিবৰ নিমিত্তে প্ৰথমে Mr. Thomas চাহাবে ১৯২৪ চনত নগাঁৱত এই লাইন system (প্ৰথা) প্ৰচলন কৰে। মৈমনসিংহিয়া বিলাকে মাটিৰ পট্টাৰ মাটি অনায়াসে যতে ততে লব পাৰে,—লাইন system (প্ৰথা) ত তাৰ কোনো বাধা নাই। আমাৰ যিসকল অনাৰেবল মেম্বাৰে এই লাইন system (প্ৰথা) উঠাবৰ নিমিত্তে প্ৰস্তাব দিছে, তেখেত সকলে আগাগোৰাই ভুল ভ্ৰান্তিকেই কৈ গৈছে। অনাৰেবল বন্ধু আবদুল মতীন চৌধুৰীয়ে এটি উদাহৰণ দি কৈছে যে মিণ্টাৰ স্পীকাৰে মিণ্টাৰ ভূঞাৰ ওচৰত ঘৰ সাজিব নোৱাৰে। এইটো এই House ক mislead কৰে অৰ্থাৎ বিপথে চলাবৰ নিমিত্তে কোৱা হৈছে। মই চৌধুৰী ডাঙৰীয়াক কব খোজো যে তেখেতে মাটিলৈ মোৰ ওপৰত বহিব পাৰে, আৰু হাজাৰ হাজাৰ মানুহে তেনেকৈ বহি আছেই, তাত কোনো বাধা নাই। যেতিয়া লাইন system (প্ৰথা) প্ৰথমে হয়, ইমগ্ৰেচন গ্ৰুপ এচেচমেণ্ট ৰিপৰ্টত দেখা যায় যে লাইন প্ৰথা নহলে অসমীয়া মানুহক ৰক্ষা কৰিব নোৱাৰা হল, তেতিয়াহে কিছুমান মাটি একচনা কৰি ৰখা হয়। মৈমনসিংহিয়া বিলাক আগৰে পৰা পৰিশ্ৰমী জাতি আৰু অসমীয়া মানুহ বিলাকে তেওঁলোকৰ দৰে পৰিশ্ৰম কৰিব নোৱাৰে।

বিশেষকৈ অসমীয়া মানুহক গবৰ্ণমেণ্টৰ কানি নীতিয়ে নিষ্কৰ্মা কৰি তুলিছিল আৰু সেই কাৰণে এলেহুৱা অভাৱগ্ৰস্ত হৈছিল। পিছত যেতিয়া অসমীয়া কানীয়া মানুহ বিলাকে বেচি টকা পাই নিজৰ মাটি বিক্ৰী কৰি দি ওচৰ চুবুৰিয়াৰ অসুবিধা কৰিবলৈ আৰম্ভ কৰে তেতিয়া special একচনা পট্টা কৰিবৰ নিমিত্তে গবৰ্ণমেণ্ট বাধ্য হল। সেই সময়ত ১,১১,২১৬ বিঘা মাটিৰ ভিতৰত ৫৫,২৫১ বিঘা মাটিহে special পট্টা কৰি ৰাখে। মৈমনসিংহিয়া বিলাকে যে দহচনীয়া পট্টাৰ মাটি কিনিব নোৱাৰে ই সম্পূৰ্ণ মিছা কথা। খাটোৱাল মৌজাত পমুৱাসকলে এই দহচনীয়া মাটি কিনি কিনি একেবাৰে অসমীয়া গাঁৱৰ মাজে মাজে কলঙৰ পাৰলৈকে হৈছেহি, এই লাইন তাত থকা সত্বেও আহিব পাৰিছে। একচনা মাটি কিনিলে বিক্ৰী সাব্যস্ত নহয়। ইয়াৰ কাৰণ এই যে অসমীয়া মানুহ নিৰীহ, অসমীয়া মানুহ পৰিশ্ৰমত অভ্যস্ট নহয়, এই policy ৰ পৰা যে অসমীয়া মানুহৰ ভাল হৈছে এনে নহয়। ভয়ৰ কাৰণে এনে কৰা হৈছে, কিয়নো গবৰ্ণমেণ্টৰ এটা নীতি আছে যে দেশত শান্তি আৰু শৃংখলা ৰখা উচিত। উদাহৰণ স্বৰূপে কওঁ গবৰ্ণমেণ্টে লাইন উঠাই দিব পাৰেনে নোৱাৰে তাক পৰীক্ষা কৰিবলৈ যিখিনি মানুহে সহৃদয় ভাবে, প্ৰীতিৰ ভাবে বাস কৰি আছে সিহঁতক mixed লাইনত থাকিবলৈ দিছে। গবৰ্ণমেণ্টে অলপতে আলোচনা কৰি জুৰিয়া মৌজাৰ লালুংগাঁও কিচামত লাইন system উঠাই দিছে আৰু সেই গাঁৱক fixed লাইন কৰি দিছে। মাজে মাজে গবৰ্ণমেণ্টে লাইন system উঠাই দিব পাৰিনে নোৱাৰি তাৰ পৰীক্ষা কৰি আছে। জুৰিয়া মৌজাত উক্ত ঠাইত মিশ্ৰ লাইন কৰাৰ ফলত অলপ দিনৰ আগতে কছাৰী গাঁৱৰ মানুহ আৰু ময়মনসিংহিয়াৰ মাজত যুজ হয় আৰু তাৰ ফলত এজন মৈয়মনসিংহিয়াৰ মৃত্যু হয়। এতিয়া সেই মোকৰ্দ্দমা pending চলি আছে। বোধকৰোঁ দেশত এনেকুৱা অশান্তি আৰু বিশৃঙ্খলা কৰিবৰ নিমিত্তে আপোনালোকৰ সমষ্টিয়ে কেতিয়াও আপোনালোকক ইয়ালৈ পঠিওৱা নাই। আপোনালোকে ভাব প্ৰবল হৈ কেতিয়াও এই কথালৈ নেচাব। মই আশা কৰো ৰাইজৰ সজাতি সকলে যেন কেতিয়াও ভাব প্ৰৱণতাত উটি নাযায় এই আইন system ৰ দ্বাৰা মৈমনসিংহিয়াক কোনো অন্যায় কৰা হোৱা নাই। অনাৰেবোল মুভাৰে কৈছিল যে এই লাইন system ৰ দ্বাৰা বাঙ্গালী-

বিলাকৰ ওপৰত অত্যাচাৰ কৰা হৈছে আৰু এজন অনাৰেবোল মেম্বাৰে কৈছে যে এই লাইন system আমেৰিকা প্ৰভৃতি ঠাইতো আছে। ৰামায়ণৰ উদাহৰণ দি কওঁ এই লাইন system নতুন নহয়। বনত থকা কালত লক্ষ্মণে সীতাক এটা লাইন দি তাৰ পৰা বাহিৰলৈ যাবলৈ হাক দিছিল। এইটো এটা line of honour হে মাথোন আছিল। মৈমনসিংহিয়া আৰু অসমীয়াৰ মাজত যি লাইন আছে সিও line of honour হে মাথোন। হিংসা কৰি প্ৰথা কৰা নাই। মই আশা কৰোঁ আপোনালোকে কেতিয়াও ভাব প্ৰৱণতাৰ দ্বাৰা বিচলিত হৈ দুয়ো পক্ষৰ বেয়া নকৰিব। এই প্ৰস্তাবৰ সমৰ্থক সকলে ঘনে ঘনে কংগ্ৰেছলৈ আঙুলিয়াই কংগ্ৰেছ পাৰ্টিৰ কথা কৈছিল। কংগ্ৰেছ পাৰ্টিয়ে কেনিয়া আৰু আফ্ৰিকাৰ কথা কৈছে হয় কিন্তু কেনিয়াৰ position (অৱস্থা) আৰু আসামৰ position (অৱস্থা) বেলেগ। কেনিয়াৰ আদিমবাসী বিলাকৰ লগত ভাৰতবাসীৰ সংঘৰ্ষ হোৱা নাই। দৰিদ্ৰ বন্ধু এণ্ড্ৰুজ চাহাবে edit সম্পাদন কৰা "মহাত্মা গান্ধী এট্ৱাৰ্ক" নামৰ কিতাপখনত কৈছে যে ভাৰতবাসী আৰু কেনিয়াৰ আদিম অধিবাসী বিলাকৰ মাজত সংঘৰ্ষ নাই। ইউৰোপীয়ান যি বিলাক ইমিগ্ৰেণ্ট তাত আছে সেই ইউৰোপীয়ান ইমিগ্ৰেণ্ট আৰু ভাৰতবাসীয়ে ইমিগ্ৰেণ্টৰ মাজতহে সংঘৰ্ষ হৈছে, অৰ্থাৎ ইমিগ্ৰেণ্টে ইমিগ্ৰেণ্টহে কাজিয়া কৰিছে। কবীন্দ্ৰ ৰবীন্দ্ৰনাথে এটা উদাহৰণ দিছিল যে ভাৰতবৰ্ষ এটা গোলাপ ফুলৰ দৰে। আমি গোটেই ভাৰতীয় জাতি হিচাবে উঠিবলৈ হলে, আসাম, বেঙ্গল, বিহাৰ, মাদ্ৰাজ আদি প্ৰত্যেকখন প্ৰদেশ এটি এটি গোলাপৰ পূৰ্ণাঙ্গ পাহিত পৰিণত হলেহে ভাৰতবৰ্ষ সম্পূৰ্ণ এটা ধুনীয়া গোলাপত পৰিণত হব। অসমীয়া, পাঞ্জাবী, সিন্ধি, বাঙ্গালী আদি প্ৰত্যেক nation এ যদি একোটা সুগঠিত জাতিত পৰিণত হৈ গোলাপ পাহিৰ দৰে পৰিস্ফুট নহয় তেনেহলে কেতিয়াও Indian nationality (ভাৰতীয় জাতীয়তা) গঠন কৰিব নোৱাৰে। আৰু এটা কথা আবদুল মতীন চৌধুৰী চাহাবে কৈ গৈছে যে বহুবি শ শ ঘৰ মানুহক জুই লগাই পুৰি উঠাই দিয়া হৈছে। কিন্তু সেইটো নহয়। চৌধুৰী চাহাবে জানে সিদিনা বৰ চাহাবে মাজুলিত মিৰি মানুহ বিলাকক উঠাই দিয়াৰ বাবে মন্ত্ৰী আৰু চৰকাৰক লৈ খবৰ কাগজত কিমান আলোচনা আন্দোলন হৈ গৈছে। নগাঁৱত

অসমীয়া মানুহবোৰেই ঘৰ জ্বলাই উঠাই দিয়া হৈছে। মিঃ এচ. এন, দত্ত চেটেলমেণ্ট অফিচাৰ থাকোতে মায়ং মৌজাৰ কুকুৰাৰী বোলা এডোখৰ ঠাইত বহুত অসমীয়া মানুহৰ মাহ, সৰিয়হ, পকা ধান আনিবলৈ নিদি সিহঁতক খেদি দিয়া হৈছে। হয় নে নহয় বৰ চাহাবলৈ লিখি ৰিপোৰ্ট আনি চালেই বুজিব পাৰিব। আপোনালোকে দূৰৈত থাকি যে মৈমনসিংহিয়াৰ ওপৰত বৰ অত্যাচাৰ কৰা হৈছে বুলি কয়, সেইটো ভুল। তেখেত আবদুল মতীন চৌধুৰী ডাঙৰীয়া আসামৰ পৰা Central Assembly ৰ মেম্বাৰ আছিল। তেখেতে এই বিষয়ে Central গবৰ্ণমেণ্টক move নকৰিলে কিয়? বছৰি এই শ' শ' ঘৰ মানুহৰ ওপৰত অত্যাচাৰ কৰাৰ নিমিত্তে এছেম্বলিৰ মেম্বৰ হৈ আইন পৰিবৰ্ত্তন কৰিবৰ নিমিত্তে তেখেতে চেষ্টা নকৰিলে কিয়? এতিয়া তেখেতে এই House ৰ sentiment exploit (পৰিষদৰ অন্তঃকৰণ জয়) কৰিবৰ নিমিত্তে এই কথা উল্লেখ কৰিছে। তেখেতৰ প্ৰতি মোৰ বিশেষ শ্ৰদ্ধা আছে। ১৯২১ চনত আমি একেলগে জেলত আছিলোঁ। তেখেতে যে এই পৰিষদত এটা অসম্ভৱ কথা কৈ House ৰ sentiment exploit কৰিব খুজিছে—ই বাস্তৱিকতে আচৰিত কথা।

The Hon'ble the SPEAKER : The time of the hon. member is nearly up

Srijut HALADHAR BHUYAN : সভাপতি মহাশয়, এইটো জীৱন মৰণ সমস্যাৰ কথা। মই সেই নিমিত্তে আপোনাক অনুৰোধ কৰো যে ই এটা জাতিৰ জীৱন মৰণ সমস্যা যেতিয়া তাত ৫ মিনিট ১০ মিনিট সময়ৰ কোনো কথা উঠা উচিত নহয়। মহাযুদ্ধৰ সময়ত যেতিয়া ফ্ৰান্সৰ ভাৰ্দুনত যুদ্ধ হয়, তেতিয়া সৈন্য বিলাকে ১৪ দিন পৰ্য্যন্ত দিনে ৰাতিয়ে গাতত লুকাই থাকি যুদ্ধ কৰিছিল। গতিকে এই জীৱন মৰণৰ সমস্যাত, মই আশা কৰোঁ, সভাপতি মহোদয়, দুই চাৰিমিনিট সময় বেচিকৈ মোক দিব। সভাপতি মহাশয়, অৱশ্যে ইয়াৰ ভিতৰত economy ৰ কথাও কৈ গৈছে। দেশত মৈমনসিংহিয়া অহাৰ নিমিত্তে economy হৈছে। কিন্তু mover আৰু সমৰ্থক সকলে যি কথা কৈছে তাত facts আৰু figures দি কোনো কথা কোৱা নাই। সেই বিলাক চাকি তেওঁবিলাকে কেৱল sense of the House যাতে সেইফালে দোঁখায়

তাকে বিচাৰিছে। তাৰ ইকনমিৰ আন হাতৰ facts and figures জনাব নোখোঁজে। সময় পোৱা হলে মই facts and figures জনাব পাৰিলোহেঁতেন। সময়ৰ নাটনিৰ নিমিত্তে সেই কথা কব নোৱাৰিলোঁ। তেখেত সকলৰ প্ৰতি মোৰ এয়ে অনুৰোধ যেন তেখেত সকল sentiment বা ভাব প্ৰৱণতাৰ দ্বাৰা exploited বা লুণ্ঠিত নহয়। এই কেইটা কথা কৈ মই এই প্ৰস্তাবৰ বিৰুদ্ধাচৰণ কৰোঁ।

000

# সভাপতি ভাষণৰ কেইটিমান মন্তব্য

[ শ্ৰীমন্ত শঙ্কৰ মিচনৰ প্ৰতিষ্ঠাতা হলধৰ ভূঞা মৃত্যুৰ সময়লৈকে মিচনৰ সভাপতি আছিল। ১৯৫৫ চনত মিচনৰ চতুৰ্থ বাৰ্ষিক সভা আৰু ১৯৬০ চনৰ একাদশ বাৰ্ষিক সভাৰ সভাপতিৰ ভাষণ দুটা ছপা ৰূপত পোৱা হৈছে। সেই দুয়োটা ভাষণৰ নিৰ্বাচিত কেইটিমান মন্তব্য, কামৰ খতিয়ান সন্নিবিষ্ট কৰা হৈছে —সম্পাদক ]

## কামৰ খতিয়ান

১। ১৯৫৫ চনলৈকে তেজপুৰ, মঙ্গলদৈ, নলবাৰী, বৰপেটা, শিৱসাগৰ, গোলাঘাট, যোৰহাট, তুৰা, ডিফু, হোজাই, কৰিমগঞ্জ, শিলচৰ, গুৱাহাটী, ডিমাপুৰ, মাৰ্ঘেৰিটা, মণিপুৰত চকু চিকিৎসাৰ শিবিৰ অনুষ্ঠিত হৈছিল।

২। ১৯৫০ চনৰ ভূমিকম্পত মিচনে ৪ মাহ বিধ্বস্ত অঞ্চলত সেৱা কামত ব্ৰতী হয়।

৩। পৰ্বত ভৈয়াম সম্প্ৰীতিৰ কাৰণে ৯ জনী নগা গাভৰুক আনি ধাত্ৰী বিদ্যা আৰু জুনিয়ৰ নাৰ্ছিং প্ৰশিক্ষণ দিয়ে।

৪। মিকিৰ পাহাৰত ঔগুৰি সেৱা কেন্দ্ৰত কুষ্ঠ ৰোগী সেৱা কেন্দ্ৰ চিকিৎসালয়, বিদ্যালয় স্থাপন কৰে।

## সভাপতিৰ মন্তব্য

আমি কেৱল ভৈয়ামত আবদ্ধ থাকিলেই নহব। পাহাৰত শিক্ষানুষ্ঠান, চিকিৎসালয় পাতি তেওঁলোকৰ আৰ্থিক উন্নতিৰ কাৰণে ঘৰুৱা উদ্যোগৰ উন্নতি সাধন কৰাৰ লগতে কিছুমান ডেকা-গাভৰুক আমি অসমীয়া ভাষা, কৃষ্টি কলা বিদ্যা শিক্ষা দিয়াৰ নিতান্ত দৰকাৰ আছে আৰু আমাৰ কৰ্মী সকলেও পাহাৰী ভাষা শিকাৰ দৰকাৰ হৈ পৰিছে।

মহাপুৰুষৰ শিক্ষা ধৰ্ম, সমাজ সংস্কাৰৰ আদৰ্শ অসমৰ বাহিৰত প্ৰচাৰৰ চেষ্টা কৰিব লাগে।

মিচনে কেৱল চকু কাটিলেই নহব। শতনোম্মুখী অসমীয়া জাতিক বিবিধ প্ৰকাৰে সেৱাৰ মাজেদি তুলি ধৰিব লাগিব। মিচন হব লাগে জাতিৰ তপস্যা ক্ষেত্ৰ, ভগীৰথৰ গঙ্গা আনয়নৰ তপস্যা, গুৰু সেৱাৰ তপস্যা, নৰনাৰায়ণৰ সেৱাৰ তপস্যা। এই সেৱা ব্ৰতত মহান ত্যাগ, নিৰ্মল প্ৰেম আৰু নিৰবচ্ছিন্ন উদ্যোগ লাগে। এনে উদ্যোগ প্ৰেম, ত্যাগৰ দ্বাৰাহে অসমীয়া জাতিৰ পিতা জগত গুৰু শঙ্কৰদেৱৰ সেৱা সাৰ্থক হ'ব, এই সাৰ্থকতাৰ অৰ্থ জগত সভাত অসমীয়া জাতিৰ আত্মপ্ৰতিষ্ঠা।

## কামৰ খতিয়ান

১৯৫৫ ৰ পৰা ১৯৬০ চনৰ ভিতৰত নগাপাহাৰ, মিজোৰাম, খাছিয়া জয়ন্তীয়া পাহাৰ, গাৰোপাহাৰ, মণিপুৰত নেত্ৰশান্তি শিবিৰ অনুষ্ঠিত হয়।

মিকিৰ পাহাৰত ওপৰৰ কেন্দ্ৰৰ বাহিৰেও টুমপ্ৰেং, ঘিলানি, বৰথল, কলঙা, উমপেনাই, কোমোবাকটা (নগাঁও) আদি ঠাইত কুষ্ঠ আশ্ৰম প্ৰতিষ্ঠা হয়।

## মন্তব্য

শ্ৰীশঙ্কৰ গুৰুৰ আদৰ্শ আগত লৈ আমাৰ নিজৰ বদভ্যাস কুসংস্কাৰ দূৰ কৰি, আমাৰ মাজত থকা নিচলা পিছপৰা পাহাৰ ভৈয়ামৰ ভাই-ভনী সকলৰ সেৱাত আত্মনিয়োগ কৰি সেই সকলক আমাৰ শাৰীলৈ তুলি আনি এক বিৰাট উন্নতজাতি গঠন আৰু এখন উন্নততৰ সমাজ ৰচনা কৰাই আমাৰ প্ৰথম আৰু প্ৰধান কৰ্ত্তব্য। কাল হৰণ কৰিবৰ অসৰৰ নাই।

বৰদোৱাত এটি কেন্দ্ৰ স্থাপন কৰি তাত সংস্কৃত শিক্ষা শাস্ত্ৰাদি অধ্যয়নৰ কাৰণে আৰু কলাকৃষ্টি চৰ্চাৰ ব্যৱস্থা থাকিব লাগে। মোৰ মনে বটদ্ৰৱাত শান্তি নিকেতনৰ দৰে বিশ্ব ভাৰতী বিশ্ববিদ্যালয় স্থাপন কৰিব লাগে। তাত দেশ বিদেশৰ বিদ্বান লোকক আনি ধৰ্মৰ তুলনামূলক শিক্ষা দিব লাগে। তেহে শ্ৰীমন্ত শঙ্কৰৰ প্ৰকাশ বিশ্বজগতত হ'ব। ০০০

# বৰদলৈৰ পত্ৰ

১৯৫০ চনৰ ৩০ মাৰ্চত শ্ৰীমন্ত শঙ্কৰ মিচন প্ৰতিষ্ঠাৰ প্ৰথম কাৰ্য্যনিৰ্বাহী সমিতি গঠন কৰি অসম চৰকাৰৰ ওচৰত এই প্ৰতিষ্ঠানৰ কাৰণে সহায় বিচাৰি কৰা আবেদনৰ উত্তৰত মুখ্যমন্ত্ৰী গোপীনাথ বৰদলৈয়ে ১৯৫০ চনৰ ৮ এপ্ৰিলত দিয়া পত্ৰ।

I am very happy to find that certain resolution adopted at Sualkuchi on the occasion of the celebration of the completion of the 5th centenary of Sreemanta Sankardev, is being translated into action by some people of Assam, under the lead of Haladhar Bhuyan. It is indeed a matter of satisfaction that a Mission in the name of Sreemanta Sankar Mission has already been organised and that one of the most important service to humanity I am glad to find that Shri Bhuyan has already found generous response from the public of Tezpur for the purpose of opening of an Eye Relief Camp. The Mission has already appointed an efficient and experienced Eye Specialist for the management of the Camp I have been assured by the Hon'ble Minister for Medical, Assam, that he will do whatever is possible for Government to do to aid such Camps, I am also glad to hear that the Mission is contemplating talking up other fields of activities—Educational, Cultural, Medical relief. Shri Bhuyan tells me that he is proposing to hold a Conference of the representatives of the

people of Assam to consider what action can be taken up by the Mission in the above lines. I only hope that, if any decision to extend the activities of the Mission in these directions is taken, the help of the generous public will be forth coming in ample measure.

000

# INTRODUCTION

১৯৪৮-৪৯ চনত হলধৰ ভূঞা কংগ্ৰেছৰ পাৰ্লিয়ামেণ্টৰী সম্পাদক আছিল। সম্পাদক ভূঞাই দলৰ আৰু চৰকাৰৰ কাম আৰু নীতিৰ সম্পৰ্কে দিয়া মন্তব্য --

THE YEAR 1948-49 is the third year of the Congress Party's holding the reins of administration of the Province. The Congress Government had to work under great strain and many handicaps mainly due to the paucity of trained men and expert hands in almost all the Departments, specially in the nation-building ones.

The liquid state of the financial question, as I stated last year in the Annual Report of the Party, that is to say, the delayed decision about the financial help on the part of the Central Government to our province did not give much impetus to the Government to undertake all schemes to improve the lot of the masses in all directions. However the Government of Assam have boldly ventured to launch campaigns in many directions, evenwithout knowing the financial position where they actually stood. The Government cherished very high hopes , for, assurance after assurance came from leaders like Hon'ble Pandit Jawaharlal Nehru and Hon'ble Sardar Vallabhai Patel that there would be no dearth of finance for the development of the Province, and relying upon this, our Government planned schemes of many projects that are wanting in the Province unlike other sister province of India and have actually started

works in the directions of education, communications, agriculture, veterinary, medical, public health grow more food drive, rural development and panchayat raj, cottage industries, co-operation, sericulture, etc. But all these high hopes have been shattered to pieces; and the stretch of the rope of hope has now to be pulled down to the yard of drastic cuts and inaction only to wait and watch with remorse

The Government had to incur the displeasure and curse of the people for the limited supplies or no supplies of important commodities like cloth and yarn, C. I, sheets and iron materials, cement, paper and kerosine oil due mainly to the transport difficulties which deteriorated to the lowest ebb. It is needless to mention that Pakistan was mainly responsible for the transport difficulties But corruption in the Railway Department was no less responsible for the scarcity and the exorbitant prices of the articles of daily use, which has led the trades to blackmarket. I am constrained to say that the management of the Railways has been almost a failure in maintaining the reputation that they had even during the war years.

The discontent of the majority of the Government employees in almost all the Departments, with their present scale of Pay, even after the recommendations of the Pay Committee had been given effect to, lack of the sense of duty and responsibility and aversion to work in some of them and increased inefficiency among most

Like the previous years, Government had to deal with the distress and the food problem created by floods in many parts of Assam, over which Government however have no control.

NEEDLESS to mention that the Kashmir and the Hyderabad troubles adversely affected the province specially in the matter of financial help from the Central Government.

IN SPITE OF all these odds, the Government have been steering the administration with great zeal and sincerity and above all, with a genuine spirit of service ; and what they have achieved during this period of stress and troubles is indeed no mean achievement. It can be safely said that the Government of Assam are rather stealing a march over other sister provinces in many respects such as establishment of Panchayat Raj and the Trading Co-operatives province-wise under the Rural Development Scheme on the lines initiated by MAHATMA GANDHI compulsory primary education, prohibition of opium, abolition of zamindaris, adhiars' protection measures, nationalisation of motor transport, etc., etc.

This is a record year in the province for the establishment of the University of Gauhati, the Assam High Court, the Agricultural College, the

Veterinary College, the Engineering School, the Co-operative College, the Basic Training Centres, the Guru Training Centres, the Shillong-Gauhati Station of the all India Radio, the Ayyurvedic College, the Police Training College.

2. During the year, the Party had to mourn the untimely deaths of the first Indian Governor of Assam, Sir Akbar Hydari who by his very amiable character and love for the people in the Hills and Plains won the hearts of the people within a very short period of his stay. The Party also mourned the death of the first Lady of India, Mrs. Sarojini Naidu, the Poet and a President of the All India Congrees Committee and the first Lady Governor of the United Province,

In the course of the year, two Members from the Opposition Party, Maulavi Mahammad Rouffique and Shri Karka Chandra Daloi, have joined our Party and we heartily welcome them.

In the following pages, I shall try to show whether the Congress Ministry of Assam has sincerely attempted to perfom their responsibilities to the people whom they represent with their limited resources and under conditions of stress and difficulties.

Before I conclude this report I would like

to draw the pointed attention of the Government to the following :

(1) It is felt by everyone the slackness in the administration is to some extent responsible for discontent among some of the already disgrunted people. Corruption and blackmarket—the twin evils of the last War -are still existent in the country. Unless Government take drastic step and make serious efforts in that direction by exemplary punishments to culprits, it will eat into the very vitality of the Government and the peopls alike and ultimately it will lead to destruction of both. Government should in my opinion spend more money on this account, if required.

(2) Last year the Party desired that the Government should set up a Re-organisation Committee to increase efficiency in the administration and to discard red-tapism and to modify certain old rules and procedure of bureaucratic days. Although Government have set up the Committee on that line it has not yet commenced work. In my opinion, the top-heavy administration of the bureaucratic period appears to continue still with increasing inefficiency. Sooner this state of affairs is mended, better it is.

(3) Pakistan nationals both Hindus and Mus-

lims are daily pouring into the Province without any restriction and check. Although the Police service is on the increase they do not seem to take any notice of this fact, The swelling of the Pakistan nationals is responsible for huddle in the Railway carriages, increase in the prices of the limited supplies of essential commodities, smuggling of rice and paddy, cloth and yarn into Pakistan and last but not the least in the increase in the crimes in areas infiltrated by them. Government should to my mind be able to give an account of these Pakistan nationals with their movement and activities. I understand Government of Assam are taking up this matter with Government of India for introduction of permit system since about a year. It is clear that unless there is regulation, if not actual prevention, of ingress of Pakistan people is effected, the future of the Province seems to be dark.

(4) While the Government deserve congratulations for their herculian efforts to raise the pay and allowances in spite of the limited resources of the Government, the delay in payment of the increased allowances to the Lower Primary and Middle Vernacular teachers is regrettable and should be avoided in future It does not appear why there should be so much delay in imple-

menting any action after Government decision on the subject. Educational institutions have greatly suffered in respect of discipline and information of conduct and character of the students mainly due to (a) transfer and absorption of good teachers in other department by allurement of higher pay; (b) absence of proper inspection; and (c) constant changes of the Director of Public Instruction. There have been as many as five changes in the post of Director of Public Instruction in the course of three years and this has made the Department unsteady in progress, policy and actual working. It is the definite opinion of the Party that the Director of Public Instruction should be recruited directly for the sake of efficient and steady management of the Department.

(5) Lastly I venture to state that it would have strengthened the hands of the Government considerably had the Member of the Assembly Party constantly toured in their respective constituencies explaining the policy and plans and progress pursued by the Government for the upliftment of the masses and the various difficulties confronting the Government. That would at the same time counteract the subversive activities and the propaganda of the anti-social elements amongst the ignorant

people, I would urge upon our Leader to issue immediate directives enjoining upon every Member of the Party to visit their constituencies regularly and frequently.

IN CONCLUSION, I would fervently appeal to all sections of our people of the fair Province to forget their differences and unite and co-operate among themselves and with the Government and give a united drive to increase our production in every field, for it is high time to realise that either we all produce or we perish.

I tender my sincere apology to all for any omissions and commissions that might have been made during the tenure of my office as the Secretary of the Party and I offer my hearty thanks to all of you for the help and co-operation in running our Party organisation.

JAI HIND

Dated Shillong :<br>the 30th March, 1949

HALADHAR BHUYAN,<br>Secretary,<br>Assam Congress Parliamentary Party

# লোকসেৱকৰ মৃত্যুত বিশিষ্ট নেতাসকলে প্ৰেৰণ কৰা শোক বাণী

(1) Our respectful condolence on the demise of Haladhar Bhuyan. the great freedom fighter and a giant social worker.

মুখ্যমন্ত্ৰী বিমলা প্ৰসাদ চলিহা

(2) We are deeply distressed to learn about the sad demise of Haladhar Bhuyan. He was one of the stalwarts of Assam and he will be long rememberd by the people. He had done much to serve his motherland and his state. Kindly accept our heartfelt condolence. Suchetaji joins me in conveying all her sympathies to the family.

J. B. Kripalani

(3) I was distressed to learn of the demise of your illustrious father whom I had the opportunity of knowing intimately for a long time, particularly during the period of frredom struggle I have the privilege of being with him during the thick and thin of the movement for Independence of our Country. In him I have lost a sincere and devoted friend. His loss is indeed an irreparable one not only to the Country but to his friend and well wishers.

Fakaruddin Ali Ahmed,

(4) Profound shock, Deep condolence at] the demise of Haladhar Bhuyan respected leader of the people.

N. G. Goray. Prem Bhasin.

(5) On may return from Middle East, I have come to learn about the sad demise of you illustrious father Haladhar Bhuyan. He was a great leader. The void created by his death will not be filled up for a long time to come

Mainul Hoque Choudhury.

## *লোকসেৱক হলধৰ ভূঞাৰ মৃত্যুত ৩০-৩ ৬৮ ত নগাঁৱৰ ৰাজহুৱা সভাৰ শোক প্ৰস্তাৱ*

অসমী আইৰ অন্যতম সুযোগ্য সন্তান, ভাৰতৰ ৰাজনৈতিক মুক্তি যুঁজৰ অক্লান্ত যোদ্ধা, নগাঁও কংগ্ৰেছৰ অদ্বিতীয় সংগঠক, অবিসম্বাদী নেতা, সদৌ নগঞা ৰাইজৰ এযুগৰ পিতৃস্বৰূপ, মহান ত্যাগী, অসাধাৰণ কৰ্মযোগী পীড়িত আৰু দলিত জনতাৰ অকৃত্ৰিম সেৱক, সমাজ সংস্কাৰক বিচক্ষণ গঠনমূলক কৰ্মী, অতুলনীয় দেশ-প্ৰেমিক, সৰ্বজনগ্ৰাহী জননেতা, প্ৰাতঃ স্মৰণীয় মানৱ সেৱাৰ অনুষ্ঠান শ্ৰীমন্ত শংকৰ মিচনৰ জন্মদাতা লোকসেৱক হলধৰ ভূঞাদেৱৰ পৰলোকত নগঞা ৰাইজৰ আজিৰ এই ৰাজহুৱা সভাই গভীৰ শোক প্ৰকাশ কৰে। এইজনা পুৰুষৰ মহান জীৱনাদৰ্শৰ প্ৰতি এই সভাই আন্তৰিক শ্ৰদ্ধা নিবেদন কৰে আৰু তেখেতৰ শোক সন্তপ্ত পৰিয়াললৈ সমবেদনা জনায়। ভূঞাদেৱৰ পৰলোকগত আত্মাৰ চিৰ শান্তিৰ অৰ্থে ভগবানক প্ৰাৰ্থনা কৰে।

স্বাঃ শ্ৰীদেৱকান্ত বৰুৱা
সভাপতি

# লোকসেৱক হলধৰ ভূঞা জন্ম শতবাৰ্ষিকী উৎসৱ উদ্‌যাপন উপলক্ষে গঠিত

## কৰ্ণধাৰ সমিতি

সৰ্ব্বশ্ৰী—মোহন চন্দ্ৰ মহন্ত, সভাপতি

লীলাধৰ কটকী, কাৰ্যকৰী সভাপতি

লক্ষেশ্বৰ হাজৰিকা
গোলোক কাকতী
পীতসিং কোঁৱৰ
প্ৰহ্লাদ ৰায় টোডী
আবু চামা
নীলিমা বৰুৱা
চৰ্দাৰ কৰ্ত্তাৰ সিং
} উপ-সভাপতি

ইন্দ্ৰেশ্বৰ গোস্বামী, সাধাৰণ সম্পাদক

ভদ্ৰকান্ত বৰা, কোষাধ্যক্ষ

বেণুধৰ কলিতা
শৰৎ খাউণ্ড
} সহকাৰী সম্পাদক

সোমেশ্বৰ শৰ্মা

সহজানন্দ ওজা

জীবেশ্বৰ গোস্বামী

মুনীন্দ্ৰ শইকীয়া

উপেন্দ্ৰ নাথ ভূঞা

হোমেশ্বৰ দেৱশৰ্মা

শিৱ গোস্বামী

নৌশাদ আখটাৰ হাজৰিক।
মুকুট ভূঞা
তিলক হাজৰীকা
মিত্ৰদেৱ ভূঞা
বেৱ বৰা
জগত চন্দ্ৰ শইকীয়া
পূৰ্ণ বৰা
হেম চন্দ্ৰ শৰ্মা
কালিমোহন দাস
জ্যোতিৰিন্দ্ৰ গোস্বামী
প্ৰহ্লাদ মিতাল
প্ৰানেশ্বৰ দেৱগোস্বামী
সুবোধ হাজৰিকা
পূৰ্ণ শইকীয়া
নাৰায়ণ কটকী
শিৱ গোস্বামী

## কেন্দ্ৰীয় উদ্‌যাপন সমিতি

মুখ্য পৃষ্ঠপোষক—

অসমৰ মাননীয় ৰাজ্যপাল লোকনাথ মিশ্ৰ
অৰুণাচলৰ মাননীয় ৰাজ্যপাল সুৰেন্দ্ৰ নাথ দ্বিবেদী
মেঘালয়ৰ মাননীয় ৰাজ্যপাল মধুকৰ দিঘে
অসমৰ মাননীয় মুখ্যমন্ত্ৰী হিতেশ্বৰ শইকীয়া
অসমৰ মাননীয় প্ৰাক্তন মুখ্যমন্ত্ৰী প্ৰফুল্ল কুমাৰ মহন্ত
অৰুণাচলৰ মাননীয় মুখ্যমন্ত্ৰী গেগং আপাং
মেঘালয়ৰ মাননীয় মুখ্যমন্ত্ৰী ডি, ৰি, লিংডো

ত্ৰিপুৰাৰ মাননীয় মুখ্যমন্ত্ৰী সুধীৰৰঞ্জন মজুমদাৰ
মিজোৰামৰ মাননীয় মুখ্যমন্ত্ৰী
নাগালেণ্ডৰ মাননীয় মুখ্যমন্ত্ৰী

পৃষ্ঠপোষক—

নগাঁও জিলাৰ উপায়ুক্ত জিতেন্দ্ৰ নাথ শৰ্মা
নগাঁও জিলাৰ অতিৰিক্ত উপায়ুক্ত শংকৰ প্ৰসাদ কাকতী বৰা
অসমৰ মাননীয় ৰাজহমন্ত্ৰী মুকুট শৰ্মা
অসমৰ প্ৰাক্তন মুখ্যমন্ত্ৰী গোলাপ বৰবৰা
অসমৰ প্ৰাক্তন মুখ্যমন্ত্ৰী শৰৎ চন্দ্ৰ সিংহ
নগাঁও জিলাৰ আৰক্ষী অধীক্ষক পল্লৱ ভট্টাচাৰ্য
কাৰ্বি আংলঙৰ প্ৰাক্তন মুখ্য কাৰ্যবাহী বিষয়া জয়ন্ত ৰংপী
উত্তৰ কাছাৰৰ মুখ্য কাৰ্যবাহী বিষয়া গোবিন্দ লাংথাছা

সাধাৰণ সদস্য সকল —

নগাঁও ঃ মোহন চন্দ্ৰ মহন্ত, লীলাধৰ কটকী, ইন্দ্ৰেশ্বৰ গোস্বামী, ৰেনুধৰ কলিতা, শৰৎ খাউণ্ড, ভদ্ৰ বৰা, লক্ষেশ্বৰ হাজৰিকা, আবু চামা, প্ৰহ্লাড ৰায় টোডী, নীলিমা বৰুৱা, পীতসিং কোঁৱৰ, চৰ্দাৰ কৰ্ত্তাৰ সিং, তোষেশ্বৰ শৰ্মা, সহজানন্দ ওজা, মুকুট ভূঞা, জীৱেশ্বৰ গোস্বামী, তিলক হাজৰিকা, মিত্ৰদেৱ ভূঞা, ৰেৱ বৰা, প্ৰহ্লাদ মিতাল, পূৰ্ণ বৰা, কালীমোহন দাস, হেম চন্দ্ৰ শৰ্মা, পূৰ্ণ শইকীয়া, উপেন্দ্ৰ নাথ ভূঞা, ডিম্বেশ্বৰ বৰা, শিৱ গোস্বামী, মুনীন্দ্ৰ শইকীয়া, হোমেশ্বৰ দেৱ শৰ্মা, বসন্তকান্ত বৰা, জগত চন্দ্ৰ শইকীয়া, মুকুল শইকীয়া, বিদ্যাকান্ত হাজৰিকা, কমল লস্কৰ, ভোগৰাম হাজৰীকা, আলোক গোস্বামী, ভাৰত বৰা, গোলাপ বৰা, খগেন বৰা, বিহাৰী লস্কৰ, বিদ্যা প্ৰসাদ শৰ্মা, হেম কলিতা, মহেন্দ্ৰ নাৰায়ণ মহন্ত, তিলক মজুমদাৰ, পুষ্প বৰা, ক্ষীৰ কান্ত শৰ্মা, দেৱব্ৰত শৰ্মা, নৃপেন্দ্ৰ বৰঠাকুৰ, ভৱ নাথ শৰ্মা, ৰজিত তামুলী ফুকন, প্ৰদীপ হাজৰীকা, মাধৱ শৰ্মা, নাৰায়ণ বৰ্মণ, ধ্ৰুৱ শইকীয়া, আব্দুল হাছিম খণ্ডকাৰ, চাকিৰাম বৰা, হৰেশ্বৰ বৰুৱা, চণ্ডী চৰণ বৰা, বিশ্বজিৎ বৰুৱা, জোকেন

